# জীৱন প্ৰেমৰ অতন্দ্ৰ অনল

শুচিব্ৰতা ৰায় চৌধুৰী

লয়াৰ্ছ বুক ষ্টল
পাণবজাৰ : গুৱাহাটী : অসম

**JIBON PREMAR ATANDRA ANAL** : *A Novel based on the early life of Asom kesori Ambikagiri, written by Suchibrata Roy Chowdhury and Published by K. N. Dutta Baruah, Lawyer's Book Stall, Panbazar, Guwahati, Assam.*

---

প্ৰকাশক ঃ

শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা

লয়াৰ্ছ বুক ষ্টল

পাণবজাৰ; গুৱাহাটী; অসম

প্ৰথম প্ৰকাশ ঃ ডিচেম্বৰ, ২০০০

মূল্য ঃ ৯০.০০ টকা মাত্ৰ

বেটুপাত ঃ ৰবীন বৰুৱা

ছপা ঃ

শ্ৰীতুষাৰকান্তি বছাক

জলি আৰ্ট প্ৰেছ

৭/১এ, জাষ্টিচ্ মন্মথ মুখাৰ্জী ৰো

কলিকতা-৭০০ ০০৯

# উছৰ্গা

মোৰ অতি প্ৰিয় ভ্ৰাতৃসম ভনীজোঁৱাই
স্বৰ্গীয় উদয় দত্তৰ পবিত্ৰ স্মৃতিত —

গুৱাহাটী-৩২
তাং ঃ ৭/৮/৯৯

বাইদেউ

# লেখিকাৰ এষাৰ

অম্বিকাগিৰীৰ জীৱনটো সংঘৰ্ষ আৰু সংগ্ৰামেৰে ভৰা আছিল। ইমান ঘটনাবহুল জীৱন অতি কমেই দেখা যায়। জীৱনত তেওঁ নীতি আৰু বিশ্বাসৰ ক্ষেত্ৰত কোনো আপোচ কৰা নাছিল। আবেগে তেওঁৰ জীৱনত মুখ্য ভূমিকা লৈছিল যদিও যুক্তি আৰু বিবেচনায়ো কাম নকৰিছিল বুলি কব নোৱাৰি। কিন্তু নিজৰ বিশ্বাসৰ ক্ষেত্ৰত তেওঁৰ আবেগ এনে প্ৰচণ্ড শক্তিশালী আছিল যে সেই ক্ষেত্ৰত তেওঁ কোনো বিৰূপ চিন্তা, কথা বা কাম— একোকে সহ্য কৰিব নোৱাৰিছিল আৰু তেনে কৰ্তা-কৰ্মক অতি কটু আৰু কঠিন ভাষাৰে আক্ৰমণ কৰিছিল। ইয়াৰ ফলত বিশেষকৈ ৰাজনৈতিক মহলৰ আৰু ক্ষমতাশালী ব্যক্তিৰ তেওঁ অতি অপ্ৰিয়ভাজন হৈছিল। এনেবোৰ কথাৰ পৰা অম্বিকাগিৰীয়ে ব্যক্তিগতভাৱে পাৰিবাৰিক আৰু ৰাজহুৱা জীৱনত নানান বিপৰ্যয় আৰু ক্ষতিৰ সন্মুখীন হৈছিল যদিও তেওঁ তাৰ প্ৰতি কোনো কাণসাৰ দিয়া নাছিল, নিজৰ মতত অটল আছিল। অৱশ্যে ইও সত্য যে আবেগ প্ৰশমিত হোৱালৈ অপেক্ষা কৰি কোনোৱে যদি যুক্তিৰে তেওঁক তেওঁৰ ভুলটো বুজাই দিব পাৰে, তেওঁ তৎক্ষণাৎ দোষটো স্বীকাৰ কৰিছিল আৰু অনুতপ্ত হৈ ক্ষমা ভীক্ষা কৰিবলৈকো সংকোচ নকৰিছিল।

অম্বিকাগিৰীৰ সকলো আবেগৰ উৎস আছিল প্ৰেম। এই প্ৰেম অম্বিকাগিৰীৰ জীৱনত ব্যক্তিপ্ৰেমৰ ৰূপত অঙ্কুৰিত হৈ শেষত এক সৰ্বগ্ৰাসী দেশপ্ৰেমত পৰ্যবেসিত হৈছিল। তেওঁৰ আধ্যাত্মিক জীৱনত দেশেই আছিল ভগৱান। এই দেশ মাথো এক ভূমিখণ্ড নাছিল— আছিল তাৰ কালাতীত সত্ত্বা;— দেশৰ মানুহ, সেই মানুহৰ মুখৰ ভাষা, জাতিৰ স্বকীয় ব্যক্তিত্বৰ বিকাশ আৰু প্ৰকাশৰ বাবে সৃষ্টিৰ আকুতিয়ে জন্ম দিয়া কৃষ্টি-সংস্কৃতি কলা-সাহিত্য জীৱন-জীৱিকা ভূতল-ভূগৰ্ভৰ সম্পদে সামৰা এক বিৰাট-বিশাল অস্তিত্ব। এই প্ৰেমে জীৱনৰ শেষ মুহূৰ্ত্তলৈকে তেওঁৰ হৃদয় আগুৰি আছিল।

সৰুৰেপৰা অম্বিকাগিৰীৰ লগত সন্তান হিচাবে অগণন অন্তৰঙ্গ সময় আমি অতিবাহিত কৰিছোঁ। এই কালাংশবোৰত যেন তেওঁ নিজৰ লগত মুখামুখি হৈ অতীতৰ ৰোমন্থন কৰিছিল, বৰ্ত্তমানৰ লগত একাত্ম হৈছিল আৰু ভৱিষ্যতৰ স্বপ্নবোৰ হৃদয়ৰ ৰঙেৰে ৰোলাই নিজৰ মাজতে মগ্ন হৈ পৰিছিল। ঘটনাবোৰ শুনি শুনি বিস্ময়, বেদনা, শ্ৰদ্ধা, প্ৰেম আৰু সমবেদনাত আপ্লুত ৰোমাঞ্চিত হৈ পৰিছিলোঁ। যেন এক মহাকাব্য, অবিৰাম কুৰুক্ষেত্ৰৰ ৰণ— এক অবিশ্ৰান্ত সংগ্ৰামী জীৱন। কিমান উপন্যাসৰ সমল যে এটা জীৱনত! নিপুণ লিখকৰ হাতত এনে জীৱনে যুগজয়ী সাহিত্যৰ সমল দিব পাৰে। সেয়ে মই পিতৃদেৱক বাৰে বাৰে অনুৰোধ কৰিছিলোঁ আত্ম-জীৱনী এখন লিখিবলৈ। দুৰাৰীমান কথাৰে আৰম্ভও কৰিছিল লিখিবলৈ; কিন্তু লিখা নহ'ল।

১৯৮৫ চনত পিতৃদেৱৰ জন্ম-শতবাৰ্ষিকীৰ সময়ত লব্ধ প্ৰতিষ্ঠ কথা সাহিত্যিক বন্ধুবৰ শ্ৰীমেদিনী মোহন চৌধুৰীয়ে "ফেৰেঙাদাও"ৰ ঠাঁচত পিতৃদেৱৰ জীৱনৰ আধাৰত এখন কিতাপ লিখিব খোজা বুলি শুনিছিলোঁ— কিন্তু কিবা কাৰণত তেখেতে নিলিখিলে।

ইতিমধ্যে শ্ৰীকুমুদ গোস্বামীয়ে "উদ্দণ্ড জুই" নামৰ এখন সৰু উপন্যাস লিখি প্ৰকাশ কৰিলে। সেইখন পঢ়ি মই মনতে ভাবিলোঁ, পিতৃদেৱৰ কিশোৰ কালৰ পৰা আৰম্ভ কৰি পিতৃদেৱে আমাক চেগা-চেৰেকাকে কোৱা সশস্ত্ৰ বিপ্লৱৰ চিন্তাৰ পৰা অহিংস-সংগ্ৰামলৈ উত্তৰণ, জেল-জীৱনৰ উৎপীড়নৰ কাহিনী আদি সামৰি এখন কিতাপ মযো লিখা বেয়া নহব। কিন্তু নানান অদৰকাৰী কামত লিপ্ত হৈ থকা বাবে লিখাত হাত দিয়া নাছিলোঁ। ১৯৯৭ চনত কামটো আৰম্ভ কৰিলোঁ আৰু কিছু লিখি ডঃ ভবেন শইকীয়াক দিলোঁ "প্ৰান্তিক"ত প্ৰকাশৰ বাবে উপযুক্ত হৈছেনে নাই চাবলৈ। ডঃ শইকীয়াই চাই-চিতি শ্ৰীপ্ৰদীপ বৰুৱাক দিলে 'ছপাব পাৰি' বুলি। ইতিমধ্যে ডঃ শইকীয়া আমেৰিকালৈ যাব লগা হ'ল। শ্ৰীপ্ৰদীপ বৰুৱাই মোক কলে যে 'প্ৰান্তিক' মাহেকত দুবাৰ ওলায়। গতিকে কেইমাহ মানৰ সমল হাতত জমা থাকিলে ভাল হয়। মই প্ৰথমতে চাৰি সংখ্যামান চলি যাব পৰাকৈ লিখি শ্ৰীপ্ৰদীপ বৰুৱাক জমা দি পিছলৈ ২০/২৫ পৃষ্ঠাকৈ লিখি 'প্ৰান্তিক'ৰ দপ্তৰত দি থাকিলোঁ। লিখি থাকোতে অনুমান কৰিলোঁ "চেতনা প্ৰেছ" 'অসম সংৰক্ষিণী সভা', 'স্বাধীনতা আন্দোলন', 'কাৰাবাস', 'অসম জাতীয় মহাসভা', 'ডেকা অসম' আদিৰ আৰম্ভণ আৰু অন্তৰ লগতে সংসাৰ-সংগ্ৰাম সামৰি লিখিবলৈ হলে কিতাপখন বৃহৎ আকাৰৰ হব। ইতিমধ্যে মোৰ হাতখন অকামিলা হৈ আহিছিল। লিখিব নোৱাৰা হৈ আহিছিলোঁ। গতিকে প্ৰথম খণ্ডটো বৰপেটাত অৱতীৰ্ণ হোৱাৰ সময়লৈকে লিখি শেষ কৰিবলৈ স্থিৰ কৰিলোঁ। বাকী অংশ খিনি লাহে লাহে লিখি উলিয়াম বুলি মনতে ভাবি থৈছোঁ আৰু যেতিয়াই য'ৰে পৰা পাৰোঁ সমলো কিছু গোটাইছোঁ। এই ক্ষেত্ৰত অম্বিকাগিৰীৰ বংশ-সম্পৰ্কীয় নাতি শ্ৰীঅনিল ৰায় চৌধুৰীৰ সহায় উল্লেখযোগ্য। ইয়াতে কৈ থোৱা ভাল হব যে অম্বিকাগিৰীয়ে নিজে লিখা 'জয়দ্ৰথ বধ" নাটকৰ পাতনি আৰু আত্মজীৱনীমূলক প্ৰবন্ধ সংগ্ৰহ "মোৰ জীৱন ধুমুহাৰ এছাটি"ত থকা দুটা সৰু প্ৰবন্ধৰ বাহিৰে কতো সেইখিনি সময়ত অসমীয়া নাটক আৰু যাত্ৰাভিনয় প্ৰচাৰৰ বাবে অম্বিকাগিৰীয়ে বৰপেটাত কৰা আন্দোলন, তাৰ লগত সম্পৰ্কিত ব্যক্তি আৰু ফলশ্ৰুতিৰ ওপৰত কোনো বিস্তৃত আলোচনা এতিয়াও হোৱা নাই। গতিকে এই ক্ষেত্ৰত কল্পনাৰ আশ্ৰয়েই বেছিকৈ লব লাগিব।

এই পুথিখনক জীৱনভিত্তিক বৰ্ণনামূলক উপন্যাস বুলি কব পাৰি। এইখন লিখোতে অম্বিকাগিৰীয়ে নিজে লিখা "মোৰ জীৱন-ধুমুহাৰ এছাটি" নামৰ পুথিখনৰ পৰাই প্ৰধানকৈ সহায় লোৱা হৈছে। ইয়াৰ বাহিৰেও অম্বিকাগিৰী সম্পৰ্কে সময়ে-সময়ে প্ৰকাশ পোৱা বিভিন্ন কিতাপ আৰু ৰচনাৰ পৰাও কিছু তথ্য সংগ্ৰহ কৰা হৈছে। সেই সময়ৰ ৰাজনৈতিক অৱস্থা সম্পৰ্কীয় কথাবোৰৰ বাবে মুখ্যতঃ ডঃ হেৰম্ব বৰপূজাৰীৰ Political History of Assam ৰ ওপৰত নিৰ্ভৰ কৰা হৈছে যদিও অন্যান্য পুথি আৰু প্ৰবন্ধৰ পৰাও কিছু তথ্য লবলৈ যত্ন কৰা হৈছে। কিছুমান ঘটনা অম্বিকাগিৰীয়ে নিজে লিখি যোৱা নাই যদিও আমাৰ লগত কৰা অন্তৰঙ্গ স্মৃতি ৰোমন্থনত নিজ মুখে প্ৰকাশ কৰা আৰু তেওঁৰ লগত ঘনিষ্ঠতা থকা ব্যক্তিৰ পৰা পোৱা বৰ্ণনাৰ পৰাও লোৱা হৈছে। আন কিছুমান পাৰ্শ্ব চৰিত্ৰ আৰু ঘটনাত কল্পনাৰ ওপৰত নিৰ্ভৰ কৰা হৈছে।

অম্বিকাগিৰীৰ জীৱনটো যদিও কঠিন সংগ্ৰাম আৰু আদৰ্শগত সংঘৰ্ষৰে পৰিপূৰ্ণ, তেওঁৰ হৃদয় আছিল প্ৰেমৰ এক সমুদ্ৰ — য'ত ব্যক্তিপ্ৰেম, পৰিয়াল প্ৰেম, দেশপ্ৰেম আৰু

মানৱ প্ৰেমৰ তীব্ৰ আবেগ সম্পূৰ্ণভাৱে মিশ্ৰিত হৈ দেশপ্ৰেম আৰু জাতিপ্ৰেমৰ আত্মগ্ৰাসী সুধাত পৰিণত হৈছিল। ব্যক্তিৰ জীৱনত প্ৰেম হ'ল এক প্ৰবল চালিকা শক্তি। বৈষয়িক ক্ষেত্ৰত ই পৰ্য্যবসিত হয় ভোগবাদী লালসাৰ পঙ্কিলতাত। আত্মিক ক্ষেত্ৰত ই হয় আত্মদানৰ স্বৰ্গীয় উপলব্ধিৰে উদ্ভাসিত। অম্বিকাগিৰীৰ জীৱনত প্ৰেমে তেওঁৰ সমগ্ৰতা সাৰ্মৰি লৈ নিৰবিচ্ছিন্ন কৰ্মৰ স্ৰোতেৰে মথিত কৰি তেওঁক এক আত্মত্যাগী জাতি আৰু দেশপ্ৰেমিকত পৰিণত কৰিছে। অম্বিকাগিৰীৰ এই উত্তৰণকে কাহিনীৰ ৰূপত উপস্থাপিত কৰিবলৈ বিচৰা হৈছে। এই প্ৰচেষ্টাৰ সফলতা-বিফলতাৰ বিচাৰ পাঠক-পাঠিকা আৰু সমালোচক-সমালোচিকাৰ হাতত।

লিখনিটো "প্ৰান্তিক"ত প্ৰকাশ পোৱাৰ পিছতে লয়াৰ্ছ বুক ষ্টলৰ স্বত্বাধিকাৰী শ্ৰীখগেন্দ্ৰ নাৰায়ণ দত্ত বৰুৱাৰ পৰা এখন চিঠি পালোঁ কিতাপখন তেওঁ প্ৰকাশ কৰিব খোজে বুলি। ময়ো সম্মতি জনাই চিঠি দিলোঁ।

কিতাপখনৰ কিছু কিছু অংশ পাণ্ডুলিপি অৱস্থাত ভ্ৰাতৃ শ্ৰীভগগিৰি ৰায় চৌধুৰী, ভ্ৰাতৃপ্ৰতীম ভনীজোঁৱাই ˚ উদয় দত্ত, ভগ্নীদ্বয় শ্ৰীমতী নীতিব্ৰতা বৰুৱা আৰু শ্ৰীমতী যুগব্ৰতা দত্ত, ভাগিনীদ্বয় শ্ৰীমতী তৰিৎৰেখা দত্ত আৰু শ্ৰীমতী অপৰাজিতা বৰুৱা, ভতিজা শ্ৰীঅনিল কুমাৰ ৰায় চৌধুৰী, সম্বন্ধীয় ভাই শ্ৰীভূপেশ চৌধুৰী আৰু ডঃ নিৰ্মল কুমাৰ চৌধুৰীক চাবলৈ দিছিলোঁ। তেওঁলোকৰ পৰামৰ্শই মোক বহু উপকৃত কৰিছে। এই সুযোগতে তেওঁলোকক ধন্যবাদ জনাই থলোঁ।

"প্ৰান্তিক"ৰ প্ৰকাশক শ্ৰীপ্ৰদীপ বৰুৱাৰ সহৃদয় ব্যৱহাৰে মোক মুগ্ধ কৰিছে। পুথিখন লয়াৰ্ছে ছপা কৰিব খুজিছে বুলি কোৱাত যি যত্নেৰে তেওঁ গোটেইখন পুথি গোটাই পাণ্ডুলিপি হিচাবে ব্যৱহাৰৰ সুবিধাৰ্থে ডি.টি.পি কৰি দিছে, তাৰ বাবে মই ব্যক্তিগতভাৱে তেওঁৰ ওচৰত কৃতজ্ঞ। "প্ৰান্তিক"ৰ সহকাৰী সম্পাদক শ্ৰীইমৰাণ হুছেইন আৰু শিল্পী শ্ৰীৰবীন বৰুৱালৈ তেওঁলোকৰ সপ্ৰেম সহাযোগিতাৰ শলাগ লৈ থলোঁ। "প্ৰান্তিক"ত প্ৰকাশ পাই থকাৰ সময়ত ডঃ ভূবন মোহন দাসে তেখেতৰ মাতৃৰ মাতৃবংশ সম্পৰ্কে এটা শুধৰণী দি সহায় কৰা বাবে তেখেতলৈকো কৃতজ্ঞতা জনালোঁ।

শ্ৰীখগেন্দ্ৰ নাৰায়ণ দত্ত বৰুৱাই কিতাপখন মোৰ ভ্ৰাতৃসম শ্ৰীপুলক লাহিড়ীৰ পৰামৰ্শ অনুসাৰে লোৱা বুলি পিছত জানিলোঁ। এই সুযোগতে শ্ৰীপুলক লাহিড়ীৰো শলাগ লৈ থলোঁ।

পুথিখনে পঢ়ুৱৈ সমাজৰ পৰা সমাদৰ পালে কৃতাৰ্থ মানিম আৰু তাৰ বাকী কেই খণ্ড সম্পূৰ্ণ কৰি প্ৰকাশ কৰাৰ অনুপ্ৰেৰণা পাম।

গুৱাহাটী-৩২ | ইতি
তাং ঃ ৭/৮/৯৯ | শুচিব্ৰতা ৰায় চৌধুৰী

# জীৱন প্ৰেমৰ অতন্দ্ৰ অনল

"হেৰা, অম্বিক কোত আছে? তাক অলপ্ বা কৰা। সুন্দৰীদিয়াৰ পৰা আহঁ।"

চিলাই কৰি থকা চন্দ্ৰাতপ (চন্দ্ৰতাপ) খনৰ চাৰিওটা কোণত ৰছী সুমুৱাব পৰা ডোলকেইডাল চিলাই কৰি উঠি কৃষ্ণৰামে তেওঁৰ পত্নী দৈৱকীক ক'লে।

অম্বিকক মাতিবই নালাগিল। চাঁচি থকা বাঁহৰ মাৰিডাল বৰঘৰৰ চুক এটাত আওজাই থৈ সি একেকোবে গৈ পিতাকৰ ওচৰত থিয় দিলে।

"মই অ'লৈই আছু পিতা! কেথেন যাবো?"

"এই যাওঁ। নহলি আহাতে ৰাতি হ'ব।" উৎপতীয়া অম্বিকৰ ফালে মৰমেৰে চাই কৃষ্ণৰামে ক'লে, "কীৰ্তনঘৰক লাগি চন্দ্ৰাতপখেনো লৈ যাওঁ। মহাপুৰুষৰ জন্মতিথিও আহিল নহয়। সিদ্‌নাই চন্দ্ৰাতপখেনো বদ্‌লাবো বলে।"

মহাপুৰুষ মানে মাধৱদেৱ। জেঠ মাহৰ পূৰ্ণিমাৰ দিনাই মাধৱদেৱৰ তিথি পৰে। সেইবেলি একেদিনাই জেঠমাহৰো সংক্ৰান্তি পৰিছে। সুন্দৰীদিয়া সত্ৰ মাধৱদেৱে পতা সত্ৰ। তেৰাৰ ভগিনীয়েক ৰামচৰণ ঠাকুৰক মহাপুৰুষজনাই সত্ৰৰ ভাৰ দি যায়। তেতিয়াৰ পৰাই ৰামচৰণ ঠাকুৰৰ বংশধৰসকলেই সুন্দৰীদিয়া সত্ৰৰ দায়িত্ব চলাই আছে।

নতুন গামোচা এখনেৰে চন্দ্ৰাতপখন যত্নেৰে মেৰিয়াই কৃষ্ণৰামৰ হাতত দি দৈৱকীয়ে ক'লে,— "দাদাআহঁন তেজপুৰত নতুনকৈ সত্ৰ পাতি যাবো বুলি শুনিছিলু। খবৰ এটা লৈ আহিব্বো চুন।"

কৃষ্ণৰামে অম্বিকক লৈ সুন্দৰীদিয়ালৈ ওলাল। তেতিয়া বেলি মুৰৰ ওপৰ পোৱাই নাই।

সিদিনা আছিল ইংৰাজী ১৮৯৭ চনৰ ১২ জুন।

অম্বিকে মহাস্ফূৰ্তিত মোমায়েকৰ ঘৰলৈ ওলাল। মামীয়েকৰ হাতৰ মাছৰ টেঙাখন অম্বিকৰ বৰ প্ৰিয়। অম্বিকৰ খোৰাক্ত বৰ কাপ। মাছৰ ভাগবো ভাগ ডাঙৰো

ডাঙৰ ডোখৰ অম্বিকক লাগে। মামীয়েকে অম্বিকহঁত গ'লেই মাছৰ টেঙাৰ লগতে মাছৰ আঞ্জা কেইবাখনো ৰান্ধে। ভজা মাছো অম্বিকৰ পাতত দুডোখৰ দিয়েই। গতিকে সুন্দৰীদিয়ালৈ যোৱাৰ কথা শুনিলেই অম্বিকৰ গা সাতখন-আঠখন হয়। পিতাকে অম্বিককে লগত নিয়ে দুটা কাৰণত। প্ৰথমটো হ'ল অম্বিকৰ মাছৰ প্ৰতি হেঁপাহ। ঘৰত গিৰীশে মাছ ভাল নাপায়, কৃষ্ণৰামৰো মাছ বৰ প্ৰিয় নহয়। গতিকে ঘৰত মাছৰ ব্যঞ্জন বৰ কম হয়। সুন্দৰীদিয়াত মামীয়েকে ৰন্ধা মাছখিনি অম্বিকে হেঁপাহ পলুৱাই খোৱাৰ সময়ত তাৰ চকুৱে-মুখে যি তিৰবিৰণি উঠে, কৃষ্ণৰামে চাই বৰ আনন্দ পায়। দ্বিতীয় হ'ল অম্বিক নিজে। কৃষ্ণৰামে তেওঁৰ এই উৎপতীয়া ল'ৰাটোক যিমানদূৰ পাৰে নিজৰ লগে-লগে চম্ভালি লৈ ফুৰিবলৈ পালে অলপ নিশ্চিন্ত মনে থাকিব পাৰে। নহ'লে সি ঘৰখনত ক'ত কি জেং লগাই ফুৰে ঠিক নাই। তাৰ বিৰুদ্ধে ৰয়া বুঢ়ী আৰু সুৱেৰীৰ গোচৰ শুনি শুনি কৃষ্ণৰাম জ্বলাকলা হয়।

ভাতপানী খাই অলপ জিৰাই-শঁতাই কৃষ্ণৰামে অম্বিকক লগত লৈ যেতিয়া ঘৰমুৱা হয় তেতিয়া আকাশত বেলি লহিয়াইছে। জেঠ মাহ যদিও ৰ'দৰ তীব্ৰতা নাই। আকাশখন গোমা ধূলিয়ৰি হৈ আছে। বাৰিষাৰ পানীৰে ওপচা মৰা নদীখন নাৱেৰে পাৰ হৈ বিলৰতাৰিৰ ৰাস্তাত উঠি ৰায় বংশৰ নামত থকা নিম্পিখেৰাজ মাটিৰ পিনে পোনাই খোজ লৈছিল। নিম্পিখেৰাজ মাটিখিনি পাৰ হৈয়েই ৰায়পাৰা— অম্বিকহঁতৰ পৰিয়ালৰ চুবুৰি। সেই ফালেদি আহিলে হাৰিজান পাৰ হ'ব নালাগে। হঠাতে কৃষ্ণৰামে এটা গুম্‌গুমনি শব্দ শুনিবলৈ পালে। শব্দটো ক'ৰ পৰা আহিছে উমান লবলৈ কাণ উনাওতেই গম পালে শব্দটো ক্ৰমে ডাঙৰ হৈ আহিছে। কাউৰীবোৰে কোৰ্হাল কৰি আকাশত উৰি ফুৰিছে। চৰাইবোৰৰ চিঁচিঁয়নি মাত বিভিন্ন গ্ৰামৰ কৰ্কশ সুৰত মিলি এক ভয়াকুল পৰিৱেশৰ সৃষ্টি কৰিছে। শালিকা, ঘৰচিৰিকা, পানীহাঁহবোৰে আকাশখন ছাটি ধৰি চক্ৰাকাৰে ঘূৰিবলৈ ধৰিছে। গৰু-ছাগলী, কুকুৰ-মেকুৰীবোৰেও যেন সন্ত্ৰস্ত হৈ চট্‌ফটাই জঁপিয়াই ফুৰিছে। কৃষ্ণৰামে তেতিয়াহে মন কৰিলে তেবোঁ খোজকেইটা মাটিত ভালকৈ পাতিব পৰা নাই, মাটিবোৰ কঁপিবলৈ ধৰিছে। প্ৰথমে কঁপনিটো সৰুকৈ আৰম্ভ হৈ ক্ৰমে অলপ-অলপকৈ বাঢ়ি আহিছে। অম্বিকে অলপ অচৰপ কেট্‌কুটেই নকৰে; কিন্তু চৰাই-চিৰিকতিৰ কোৰ্হাল, গৰু-ছাগলী-কুকুৰ-মেকুৰীৰ সমবেত চিঞৰ, লগতে মাটিৰ কঁপনি;— সকলোৰে মিলি তাক বৰ ভয় খুৱালে। সি পিতাকক সাবট মাৰি ধৰি চিঞৰি উঠিল,— "পিতা! মাটি গিলান দেখুন তলো-তপো কৰে। ফাট্‌বা ধৰ্‌ছে। ভৰি দিবাই নৰি দেখুন।"

কৃষ্ণৰামে তেতিয়াহে মন কৰিলে। ঠিক সমুখতে মাটিত এটা ফাঁট আৰম্ভ হৈ ক্ৰমে বাঢ়িব ধৰিছে। তেওঁ মানুহটো নিশকতীয়া; কিন্তু ক'ৰ পৰা জানো বল পালে!

এঘাৰ-বাৰ বছৰীয়া দুৰ্দান্ত পুতেকক বুকুত সাবটি লৈ চিঞৰ মাৰি দিলে,— "ভূমিকম্প আইছ্‌ছে বাপা, ডাঙৰ ভূমিকম্প! ভয় নকৰ্‌বি। ভগৱানে ৰক্ষা কৰ্‌বো। হে কৃষ্ণ প্ৰভু, বাচাক ৰাখা! নাৰায়ণ, নাৰায়ণ।"

পাঁজিসিৰীয়া আঙুলি কেইটাৰে, লতাৰ দৰে কোমল বাহুৰে অম্বিকক সাবটি কৃষ্ণৰামে ফাট্‌টো কেনেকৈ জাঁপ মাৰি পাৰ হ'ল গম নাপালে। অম্বিক নিজেও তৎ নাইকিয়াৰ দৰে পিতাকৰ বাহুবন্ধনত সোমাই থাকিল। পুতেকক বুকুত সাবটি ধৰি বাহ্যজ্ঞানহীন হৈ কৃষ্ণৰামে ঘৰ বুলি লৰ ধৰিলে। তেতিয়া আবেলি ৫ বাজি ১০-১২ মিনিট গৈছে।

ইতিমধ্যে মানুহবোৰৰ কেউপিনে হাঁহাকাৰ লাগি পৰিছে। কাৰোবাৰ ভেটি-মাটি তললৈ গৈছে, মানুহ কোনোমতে বাচিছে। ৰায় বংশৰ খেৰাজী মাটিখিনিও তললৈ বহি গৈছে। মৰা মানাহ্‌ আৰু চাউলখোৱা নদী তল-ওপৰ হৈছে। কৰবাত দ, কৰবাত বাম। নতুনকৈ মাটি খান্দি চাউলখোৱাৰ পানী সোমাই কেউফাল বুৰাই পেলাইছে। গছবোৰৰ কিছুমান শিপাৰে সৈতে তললৈ বহি গৈছে, কিছু মান উভাল খাই পৰিছে, কিছুমান বেঁকা হৈ কোনোমতে ৰৈ আছে। গুম্‌গুমনি শব্দটো কমি আহিছে; কিন্তু বেগেৰে বৈ অহা পানীৰ কল্‌ কল্‌ শব্দই মানুহক বিভ্ৰান্ত কৰি তুলিছে।

অম্বিকহঁতৰ ঘৰৰ ভেটিতো পানী উঠিবলৈ আৰম্ভ কৰিছে। সবেৰীয়ে মাটিৰ পৰা বাকচ, বাচন সকলো গোটাই এখন খাটৰ ওপৰত তুলি থৈছে। ভূমিকম্প আৰম্ভ হোৱাৰ লগে-লগে ৰয়া বুঢ়ীয়ে গিৰীশ আৰু দৈৱকীক চোতাললৈ পঠিয়াই দিছিল দৈৱকীৰ কোলাত ৰোহিণীক দি। জানেকীৰ ল'ৰা-ছোৱালীকেইটা জানেকী আৰু সবেৰীয়ে লৈ আছিল। "ৰাম-কৃষ্ণ, ৰাম ৰাম।" দৈৱকীয়ে ৰোহিণীক কোলাত সাবটি ধৰি মাটিত আঁঠুকাঢ়ি চকু মুদি হাতজোৰ কৰি বিৰ্‌বিৰাই আছিল, "নাৰায়ণ প্ৰভু, ৰক্ষা কৰা। বসুমতী থিৰ হোৱা, থিৰ হোৱা।"

চোতালখন পানীৰে চপচপীয়া হৈ পৰিছে। ঘৰৰ ভিতৰতো পানী সোমাবলৈ আৰম্ভ কৰিছে। অম্বিকক দাঙি লৈ কোনোমতে চোতাল পায়েই কৃষ্ণৰাম চোতালত হামখুৰি খাই পৰিল। ৰয়া আৰু সবেৰীয়ে কৃষ্ণৰামৰ অৱস্থাটো দেখি হায়ে-বিয়ে লগাই আৰ্তনাদ কৰি উঠিল। জানেকীৰ ছোৱালীজনী মাটিত থেকেচি থৈ সবেৰীয়ে লৰি গৈ কৃষ্ণৰামক ধৰিলে। ৰয়া বুঢ়ীয়ে কঁপা-কঁপা মাতেৰে আৰ্তনাদ কৰি উঠিল, "মোৰ পিতাটুৰ কি হ'ল এ। তুহঁত আহচুন, ধৰ আহি। শংকৰ গুৰু, শংকৰ গুৰু! তুমি চাৱা প্ৰভু, ৰক্ষা কৰা।"

দৈৱকীয়ে ৰোহিণীক মাটিতে থেকেচা মাৰি থৈ দৌৰ মাৰি কৃষ্ণৰামৰ ওচৰ পালেগৈ। জানেকীও আহিল। অম্বিকৰো তেতিয়াহে তৎ চাপিল। গিৰীশ, অম্বিক,

সবেৰী, জানেকী, দৈৱকী আটায়ে ধৰাধৰিকৈ কৃষ্ণৰামক ঘৰৰ ভিতৰলৈ নিবলৈ দাঙি ধৰিলে। লক্ষ্মীয়ে লৰ মাৰি বিছনাখন খাটৰ ওপৰত মেলি দিলে। কৃষ্ণৰামৰ পানীত তিতা অচেতন দেহাটো খাটৰ ওপৰত কোনোমতে তুলি থৈয়েই দৈৱকীয়ে গাৰ তিতা কাপোৰবোৰ আঁজুৰিবলৈ ধৰিলে। সবেৰীয়ে চিঞৰিলে, "গৰম পানী আন ভইৰধুৱা চইৰাটুত।"

ৰয়া বুঢ়ীৰ কঁকাল হালিছে। চকুৰেও নমনে। তাই কেৱল কৈ তাকিল, "মোৰ পিতাটু, মোৰ পিতাটু এ..... ।" জানেকীয়ে কঁপালত চপৰিয়ালে—"ক'ত পাউ এথেন গৰম পানী। চৌকা-তৌকা চবতে পানী।"

দৈৱকীয়ে লৰ মাৰি ৰান্ধনি ঘৰলৈ সোমাই গৈ গৰমপানীৰ টেকেলিটোত যিখিনি পানী পালে লৈ আহিল। এতিয়া নিয়ম-নীতি মনাৰ সময় নাই। অম্বিকো পিতাকৰ শুশ্ৰূষাত লাগিল। গিৰীশ আৰু অম্বিকে পিতাকৰ হাত-ভৰিবোৰ মোহাৰিবলৈ ধৰিলে। দৈৱকীয়ে ইতিমধ্যে কৃষ্ণৰামৰ তিতা কাপোৰবোৰ খুলি গামোচা এখন পিন্ধাই দিছে। সবেৰীয়ে পিতলৰ চৰিয়াটোত গৰমপানী লৈ হাত-ভৰিবোৰ ধুৱাই মচি দিলে। দৈৱকীয়ে টেকেলিৰ পৰা এচলু গৰম পানী লৈ অলপ পানী কৃষ্ণৰামৰ মুখত দুই-চাৰি টোপালকৈ দিবলৈ ধৰিলে। দাঁত-মুখ শুকাই কৰ্কৰীয়া মাৰিছে। হাত-ভৰিবোৰ বৰফ যেন চেঁচা হৈ গৈছে। তীৰকঁপে উঠা জ্বৰত কৃষ্ণৰামৰ গোটেই শৰীৰটো এবাৰ কঁপি উঠি স্থিৰ হৈ গ'ল। বৈ বৈ জিকাৰ মাৰি উঠিবলৈ ধৰিলে। এৰীয়াৰ বৰ কাপোৰখন দুজাপ কৰি দৈৱকীয়ে কৃষ্ণৰামৰ গাটো ডিঙিলৈকে ঢাকি দিলে। কৃষ্ণৰামে চকু মেলিব পৰা নাই। গিৰীশে অলপ চেঁচা পানী আনি পিতাকৰ চকু-মুখ মোহাৰি দিলে। তিতা কাপোৰ এখন ভাঁজ কৰি সবেৰীয়ে কৃষ্ণৰামৰ মূৰত হেঁচি ধৰিলে।

তেতিয়া মানে ভূমিকম্পৰ কঁপনি মাৰ গৈ মাটিবোৰ স্থিৰ হৈ পৰিছে। চাৰিওপিনে পানীৰ শব্দ মাথোন। পানী খাটৰ পটাৰ আধাহাত তলত ৰ'লহি। ৰোহিণীক সাবটি ধৰি লক্ষ্মী এখন খাটত উঠি বহিছে। জানেকীৰ ল'ৰা-ছোৱালী কেইটাও নিজৰ শোৱা চাঙত উঠিল। ইপিনে কৃষ্ণৰামৰ গা জুই যেন তপত হৈ পৰিছে। সবেৰীয়ে গামোচা এখন চেঁচা পানীত তিয়াই চকু-মুখ মচি দি আছে। মূৰতো এচলু এচলুকৈ পানী দি আছে। তথাপি কৃষ্ণৰামে চকু মেলা নাই। মাত্ৰ বিৰ্‌বিৰাই কৈ আছে, "ভূমিকম্প! উঃ ডাঙৰ ভূমিকম্প! গোবিন্দ, গোবিন্দ, হৰি হৰি!"

এইপিনে ৰাতি হৈ আহিছে। কেউপিনে পানী। বেজ-ওজাক মাতিবলৈ যোৱাৰো উপায় নাই। মাটিৰ চাকি এটা কৃষ্ণৰামৰ বিছনাৰ শিতানত জ্বলাই দি সবেৰীয়ে কৃষ্ণৰামৰ

মূৰত দুই-এচলুকৈ পানী ঢালি থাকিল। গিৰীশে পিতাকৰ কপালখনত তিতা-গামোচাৰ জলপটি দি মুখত দুই-চাৰিফোটাকৈ পানী ঢালি থাকিল। দৈৱকী আৰু অম্বিকে কৃষ্ণৰামৰ ভৰি দুখন পিহি-পিহি বহি আছে। ৰয়া বুঢ়ীয়ে দৈৱকীক দিহা দিলে,— "ছলি কেইটাক দুই মুঠা মান চাউল সিজে দিয়ক কইনা আই। গৃহস্থৰ ঘৰ। ৰাতি আখা নজ্বলাকৈ থাক্‌বা নাল্‌গে। যা এ জানেকী, ভাঙা পাইলাটুতে কামি দুডাল মানেদি জুইকুৰা জ্বলে দি।"

শুকান ভোট এৰাৰ গুটি শালি থোৱা ছাতিৰ ভগা চিক্‌ডাল জ্বলাই দৈৱকীয়ে মাৰ-ভাত ৰান্ধি ল'ৰা-ছোৱালীকেইটাক খাবলৈ দিলে। সবেৰী, জানেকী আৰু দৈৱকী এটোপাকৈ গৰম পানী খাই কৃষ্ণৰামৰ ওচৰতে বহি থাকিল। ৰাতিটো তেনেকৈয়ে গ'ল— ডাঙৰবোৰৰ লগতে গিৰীশ-অম্বিকৰো টোপনি নাহিল।

ৰাতিপুৱাহে কৃষ্ণৰামে চকু মেলিলে। জ্বৰ কমা নাই। অম্বিকৰো শেষ নিশা টোপনি আহিল।

"দাদা আহ্‌। ঘুমউঁ আহ্‌।"

ককায়েক গিৰীশক সাবট মাৰি ধৰি দুয়ো ভাই টোপনিত পৰিছিল। মাক দৈৱকীয়ে দুই ভায়েকৰ মুখলৈ চাই ভাবি আছিল, কবিৰাজৰ ওচৰলৈ কাক পঠিয়াব। ৰয়া বুঢ়ীয়ে দৈৱকীৰ মনৰ ভাব বুজি পাই কঁপা-কঁপা মাতেৰে ক'লে,— "এথেন ছলি দুটাক নাম্‌তিবো কইনা আই! অলপ ঘুমে লক। পিতায়ো চকু মেলি চাইছে দেখুন। মুখত অলপ পানী দিয়ক। উঁঠকেটা গতে শুখে গেইছে।"

ৰয়াই দৈৱকীক কইনা আই আৰু কৃষ্ণৰামক পিতা বুলি মাতে। ঘৰৰ গৃহিণী হিচাপে দৈৱকীক আপুনি সম্বোধন কৰে, কৃষ্ণৰামকো। বৃটিছে 'দাসমুক্তি আইন' কৰি পুৰণি অভিজাত পৰিয়ালবোৰত বংশানুক্ৰমে 'ঘউৰা' হিচাপে কাম কৰি থকা মানুহবোৰক মাটি-বাৰী দি নিজা ঘৰ পাতি থাকিবলৈ মুকলি কৰি দিয়াটো বাধ্যতামূলক কৰি দিছিল যদিও ৰয়াৰ পৰিয়ালটো কৃষ্ণৰামৰ পিতাক কীৰ্তিৰামৰ আশ্ৰিত হৈয়েই থাকিল। সেয়ে ৰয়া বুঢ়ীক দৈৱকীয়ে শাহুৰ দৰে মানি চলে যদিও ৰয়াই কৃষ্ণৰাম-দৈৱকীক গিৰিহঁত-গিৰিহঁতনী বুলি সসম্ভ্ৰমে আই-পিতা, আপুনি সম্বোধন কৰিয়েই মাতে।

ৰ'দ উঠাৰ লগে-লগে ৰয়া বুঢ়ীয়ে অম্বিকক গাত ধৰি মূৰ পিহি-পিহি দি টোপনিৰ পৰা জগালে।

"উঠ্ বাপা। পত্তাপ, সনাটু! উঠ্, কবিৰাজক মাতি আন্ যাই।" অম্বিকক ৰয়া আৰু সবেৰীয়ে পত্তাপ বুলি মাতে।

অম্বিক উঠাৰ লগে-লগে গিৰীশো উঠিল।

গিৰীশে সুধিলে, "কুন কবিৰাজক আন্‌বা লাগ্‌বো। মই যাউঁ।"

সবেৰীয়ে গিৰীশৰ গা-মূৰ পিহি দি ক'লে, "নালাগে, সনাপিতি! পত্তাপ যাবক। তই পিতেৰ ওচ্ৰত থাক্। কইনা আই গাটু ধুই গঁহইৰ আগত চাকিখৰা দিছে। চাহ একটপা কৰক।"

"চাহ্ একটপা বুকৰ পিতাটুক খুৱেদি কইনা আই।" কৃষ্ণৰামৰ কপাল-মূৰ কঁপা-কঁপা হাতেৰে পিহি-পিহি ৰয়া বুঢ়ীয়ে দৈৱকীক ক'লে।

অম্বিকে মুখখন ধুই তেতিয়াই 'গণক বাপুথেৰ' কবিৰাজক মাতি আনিবলৈ তললৈ নামিল। "মই এথেন নাখাউঁ চাহ।"

এনেবোৰ কামত ৰয়া সবেৰীয়ে অসুৰ স্বভাৱৰ বাবে অম্বিকাকে নিৰ্বাচন কৰে। আঁঠুৱনি পানীৰ মাজেৰে জপং-জপংকৈ গৈ অম্বিকে কবিৰাজক মাতি আনি যেতিয়া ঘৰ পালেহি তেতিয়া বেলিটো হেলনীয়াকৈ উঠি আহি চকুৰ সমান পাইছেহি।

কবিৰাজে কৃষ্ণৰামৰ নাড়ী-জিভা চাই ক'লে,— "ৰৰকে ভয় খাই সন্নিপাতত পৰ্‌ছে। বৰি কেটামান লৈয়েই আইহ্‌ছু। মউ বা আছে না নাই। অনুপান-তনুপান সপাও ক'ত কেন্‌কে আছে বিচ্‌ৰিবাৰে নহ'ল। এথেন মউ দি মাৰি গৰম পানী একচামুচ দিয়ে খুৱে দিয়া। অনুপান কিবা পাউঁ যদি মই পঠে দিম। মূৰত পানী ঢাল্‌বা যিমান পাৰা।" কবিৰাজে ৰয়া বুঢ়ীক বুজাই দিলে। দৈৱকীয়ে বানবাতিত যতনাই দিয়া চাহটোপা লক্ষ্মীয়ে আনি কবিৰাজৰ আগত দিলেহি।

এই পৰিয়ালটোৰ লগত অম্বিকহঁতৰ পৰিয়ালৰ আজি কেইবা পুৰুষৰো ঘনিষ্ঠতা। এটা পৰিয়ালৰ দৰে। কবিৰাজক দৈৱকীয়ে শহুৰ জ্ঞান কৰে। মূৰত ওৰণিখন দীঘলকৈ টানি আঁৰৰ পৰাহে কথা কয়। ওৰণিৰে মুখখন ঢাকি সৰু সৰু-সৰু মাতেৰে দৈৱকীয়ে কাতৰ মাতেৰে কবিৰাজক ক'লে,— "পুৱা-গোধূলা আহি দিনে চাই গেলিহে শান্তি পাম। কি কি কৰ্‌বা লাগে কৈ যাবো, নহলি মোৰ উপায় নাই।"

ৰয়াই ক'লে,— "আইহ্‌বো কবিৰাজ বাপা, নিজ গুণে আইহ্‌বো। পিতাটুক কেন্‌কে ডাহাৰ কৰ্‌ছু আপনি জানেই বাপা। দুৰ্বল ছলি।"

সবেৰীয়ে সুধিলে, — "কবিৰাজ বাপু, খাৱা-লবাৰ কিবা যা-যোগাৰ—গাখীৰ পানী।"

চাহৰ বাতিত সোহা মাৰি মাৰি কবিৰাজে ক'লে,—"চাৰিওফালে দেখুন হাঁহাকাৰ! গৰু-ছাগাল বহুতো পানীত ভাঁহি গৈইছে বুলে। গছে পাতেও একো নাই। চেনি-নিমখ দি উত্‌লাৰ কুইহ্‌মা পানী দি থাক্‌বা। মই চাউঁ চুন ক'বাত ছাগালৰ গাখীৰ পাই নেকি। ভাতৰ মাৰ, দালিৰ পানীত নেমু টেঙা চেপিও দিবা পাৰ্‌বা। কিন্তু খালিহে!"

ৰয়া বুঢ়ীয়ে কঁপা কঁপা মাতেৰে ক'লে,— "যেন্‌কেই হক খুৱাবা লাগ্‌বো বাপা। তুমি গাখীৰ এক্‌টপা যোগাৰ কৰি দিবা, গইঁই বুলছু।"

"মোক কবা লাগেনা? পালিতো পঠমেই।" শুকান পাণেৰে খনিয়া তামেলখন মুখত ভৰাই কবিৰাজ যাবলৈ উঠিল।

"মই এথেন উঠু। ভাত-পানী খাৱাৰ পাছত অম্বিকক একবাৰ পঠে দিবা। অনুপান অলপ দিম। ক্বাথ কৰি মৌ দি মাৰি বৰি এটাকে দিনটুত চাৰিবাৰ খুৱাবা।" টেমী বটাটোৰ কাণত হাতৰ চুণকণ মোহাৰি কৃষ্ণৰামৰ কপালত হাত দি উত্তাপটো চাই কবিৰাজে পুনৰ কলে,—"হাত-ভৰি কেটা অলপ মালিচ কৰি দি থাক্‌বা। তেল বেছিকে নেদ্‌বা। আৰো মূৰত পানী ঢালি থাক্‌বা যিমান পাৰা; কিন্তু বুকত যাতে ঠাণ্ডা নাল্‌গে চাবা। মই এথেন যাউঁ।

কবিৰাজ গ'লগৈ।

তেতিয়াৰ পৰা অম্বিকৰ কাম হ'ল দুই বেলা কবিৰাজৰ তালৈ গৈ বড়ি, অনুপান, মৌ আৰু পালে ছাগলীৰ গাখীৰ অনা। চাৰিদিন একে দৰৱ খোৱাৰ পাছত কবিৰাজে কৃষ্ণৰামক চাই যায়হি, আৰু হয় অনুপান নহ'লে দৰৱ সলায়। এইদৰে দৰৱ কেইবাবাৰো বদলোৱা হ'ল। অনুপানো সলোৱা হ'ল। কিন্তু কৃষ্ণৰামৰ জ্বৰ নকমিল। উঠা-নমা কৰি থাকিল। খাবলৈ-বৱলৈকো মুখত ৰুচি নাই। জোৰ কৰিহে দাইলৰ পানী, গাখীৰ, ভাতৰ মাৰ দুই এচামুচকৈ খুৱাই আছে। কৃষ্ণৰাম আগৰে পৰা লেহুকা, এতিয়া আৰু দুৰ্বল হৈ গৈছে। মাথোঁ চকু মুদি নিতাল মাৰি পৰি থাকে।

ইয়াৰ ভিতৰতে পানী আৰু বাঢ়িছে। ব্ৰহ্মপুত্ৰৰ পানী চাউলখোৱাৰে উভতি বৈছে। অম্বিকহঁতৰ ঘৰৰ ভেটিত পানী উঠি খাটৰ পৰা চুবলৈ মাত্ৰ এবেগেত মানহে বাকী আছে। অম্বিকে কেতিয়াবা ভেলত, কেতিয়াবা সাঁতুৰি কবিৰাজৰ তালৈ যায়। সিদিনাও গৈছিল। গিৰীশ সুন্দৰীদিয়াৰ মোমায়েকৰ তালৈ যোৱা বাবে অম্বিকে সাঁতুৰিয়েই গৈছিল। কবিৰাজে বটলত কিবা ক্বাথ-আৰক দি পঠিয়াইছিল। তেওঁলোকৰ ভুৰখন ভায়েকে লৈ গৈছিল। উভতি আহোঁতে কিছু পলম হ'ব। কবিৰাজ তেতিয়া আহিব।

কৃষ্ণৰামে আজি চাৰিদিন মুখত প্ৰায় একোটো দিয়া নাই। গাখীৰটোপাও পাবলৈ নোহোৱা হৈছে। দুদিন আগতে গিৰীশে ভেলেৰে গৈ গণককুছিৰ পৰা গাখীৰ এগিলাচ যোগাৰ কৰি আনিছিল। তাতে গৰম পানী মিহলাই দুই-চাৰি চামুচকৈ দুদিন দিলে। সিদিনা পুৱাৰ পৰা মাত্ৰ পানীহে খাই আছে। ঠাণ্ডা পানীৰ বাহিৰে আন একো মুখত দিব নোখোজে। আগদিনা গধূলিৰ পৰা কৃষ্ণৰামে চকু মেলা নাই। গোটেই নিশাটো ৰয়া, সবেৰী আৰু জানেকী দৈৱকীৰ লগতে কৃষ্ণৰামৰ ওচৰত বহি আছে। সবেৰী-জানেকীয়ে কৃষ্ণৰামৰ হাত-ভৰিবোৰত গৰম তেল মালিচ কৰি আছে। ৰয়াই মূৰত দিয়া তিতা গামোচাখন মাজে-মাজে পানীৰে তিয়াই মূৰত দি আছে। দৈৱকীয়ে নিৰুপায় হৈ মাত্ৰ বুকুখন পিহি দি মাজে-মাজে কঁপালত হাত দি চাই আছে তাপ কমিছেনে নাই। ৰয়াই মনত কৰি দি আছে,— 'পিতাটুৰ উঁঠ দুটা শুখে গৈছে কইনা আই, দুই টপা মান পানী দিয়ক—জিভাখেন ভিজক।" তেতিয়াহে সম্বিত পাই দৈৱকীয়ে কৃষ্ণৰামৰ ওঁঠ দুটা তিয়াই পানী অকণ দিছে। মৌ-মিহলোৱা পানী।

পুৱা ধলফাট্ দিয়াৰ লগে-লগে ৰয়াই অম্বিকক কবিৰাজৰ তালৈ আৰু গিৰীশক সুন্দৰীদিয়াৰ মোমায়েকৰ তালৈ পঠিয়াই দিছে। অম্বিকক দঢ়াই-দঢ়াই কৈ পঠিয়াইছে, কবিৰাজক যেন যেনে-তেনে লগত লৈ আহে।

কবিৰাজ কিন্তু লগে-লগে নাহি ক্বাথ-আৰকৰ বটলটোহে দি পঠিয়ালে। নিৰুপায় অম্বিকে দৰবৰ বটলটো লৈ অকলেই সাঁতুৰি সাঁতুৰি আহি আছিল। মনটো গধুৰ। কিছুদূৰ অহাৰ পাছতে আঁতৰৰ পৰা নাৰীকণ্ঠৰ বুকুভগা কান্দোনৰ বোল শুনি অম্বিক অস্থিৰ হৈ পৰিল। তাৰ বুকুখন কিহবাই হেঁচি ধৰা যেন লাগিল। বটলটো জোৰেৰে খামুচি ধৰি অম্বিকে যিমান পাৰে বেগাই সাঁতোৰ দিবলৈ যত্ন কৰিলে।

অৱশেষত সি ঘৰৰ ওচৰ পালেহি। হয়, সবেৰী, লক্ষ্মী, ৰোহিণী আৰু জানেকীৰ ল'ৰা-ছোৱালীকেইটাৰে কান্দোন। ৰয়াই হায়ে-বিয়ে কৈ বুকু চপৰিয়াই কান্দিছে,— "মোৰ পিতাটু ও, কি হ'ল—কি হ'ল প্ৰভু! কি কৰুৱা তুমি!" জানেকীয়ে কান্দি-কান্দি দৈৱকীৰ মূৰত পানী দি আছে। কৃষ্ণৰামৰ ভৰি-পথানত দৈৱকী অচেতন হৈ পৰি আছে। গাৰ আধা পানীত। লক্ষ্মী-ৰোহিণীয়ে মাকৰ গাত ধৰি কান্দি আছে।

অম্বিকে হাতৰ ক্বাথৰ বটলটো ৰয়ালৈ আগবঢ়াই দি উশাহ নসলোৱাকৈ চিঞৰিলে,—"আবু, নি বটলটো নি। কবিৰাজে দি পঠইছে। অলপ খুৱেদি, খুৱেদি; ভাল পাবোদে। নাকান্দবি তুহঁন।"

প্ৰকৃততে সি চিঞৰিব পৰা নাছিল— চিঞৰা বুলি মনতে ভাবিছিলহে। ভয় আৰু আতংক-আশংকাত তাৰ কণ্ঠ ৰোধ হৈ গৈছিল। তাৰ চেপা মৰা গেঙনিৰ দৰে

ওলোৱা কথাকেইটা শুনি ৰয়া আৰু সবেৰী কান্দোনত উদ্বাউল হৈ উঠিল। "কাক খুৱোবি এ পন্তাপ; কাক খুৱোবি।" সবেৰীয়ে বিনাবলৈ ধৰিলে।

ৰয়াই আৰ্তস্বৰত "ও মোৰ বুকৰ পিতাটু ও; পিতা, কি কল্লি তই।" বুলি চিঞৰি কান্দি কান্দি বুকু চপৰিয়াবলৈ ধৰিলে।

অম্বিকে তেতিয়া আহি খাটখনৰ ওচৰ চাপি পিতাকৰ মুখলৈ চালে, দেখিলে পিতাকৰ মুখখন মেলা আৰু মুখৰ কোবাৰিত লেলাৱতি শুকাই বগা পৰি আছে। অম্বিকে কান্দিব নোৱাৰিলে। তাৰ বুকুৰ ধপ্‌ধপনি বন্ধ হোৱা যেন লাগিল; মুখৰ মাত নোলোৱা হ'ল। মূৰৰ পানী, চকু পানী একাকাৰ হৈ গ'ল। সি মাথোঁ পিতাকৰ মুখৰ শুকান লেলাৱতিবোৰ তিতা হাতখনেৰে মোহাৰি মচি দিলে। মনে-মনে ক'লে,—"মই একো কৰ্‌বা নাল্লু; একোকে কৰ্‌বা নাল্লু।" তাৰ গাৰ তিতা তিয়নিখন তিতাই থাকিল।

জানেকী গৈছিল ওচৰৰ জ্ঞাতি-ভাইক খবৰ দিবলৈ। ইজনে সিজনক খবৰ দিয়াত বংশৰ খুৰাক, জেঠাক, ককাই-ভাই, ঘৰুৱা বন্দী-বেটিৰে সৰু ঘৰটো তৎক্ষণাৎ ভৰি পৰিল। জ্ঞাতি-ভাগীৰ বাহিৰে আনে মৃতকক চুব নাপায়। সেই পানীৰ মাজেদিয়েই বাঁহৰ চাঙিত তুলি কৃষ্ণৰামৰ নশ্বৰ দেহাটো হাৰিজান হৈ নখন্দাৰ পাৰলৈ লৈ গ'ল। ইতিমধ্যে মোমায়েকক লৈ গিৰীশো আহি পালেহি। ঘটনা দেখি গিৰীশ শিল পৰা কপৌৰ দৰে জঠৰ হৈ ৰ'ল। মুখাগ্নিৰ বাবে গিৰীশক একবস্ত্ৰে শ্মশানলৈ লৈ যোৱা হ'ল। লগে-লগে অম্বিকো গ'ল। খুৰীয়েক, জেঠায়েকসকল আহি দৈৱকীক লৈ ব্যস্ত হৈ পৰিল। বন্দী-বেটিহঁতে ঘৰ সংস্কাৰৰ কামত হাত দিলে। কাপোৰ-কানিবোৰ তিয়াব লাগিব; চৰু-চৌকা ভাঙি পেলাব লাগিব। ঘৰখনৰ কোনেও আজি পানী এটোপাও মুখত দিব নোৱাৰে।

এইদৰে আৰম্ভ হ'ল দুটা কিশোৰৰ কঠোৰ জীৱন সংগ্ৰাম।

কিৰাধাৰী (পিতৃৰ মুখাগ্নি কৰি ব্ৰতত থকা) ককায়েকৰ বাহিৰলৈ যোৱা মানা। গতিকে অম্বিকে অকলেই সাঁতুৰি-সাঁতুৰি ৰায়তৰ ঘৰৰ পৰা শ্ৰাদ্ধৰ বাবে চাউলৰ টোপোলা মূৰত লৈ আহি সকলো যা-যোগাৰ সম্পূৰ্ণ কৰিলে। ভাই-ভাগী, জ্ঞাতি ৰায়তৰ সিধা আৰু ইটো-সিটো বস্তুৰে দহাটো পাৰ হৈ গ'ল। এমাহৰ মূৰত শ্ৰাদ্ধাদিও শেষ হ'ল। ইতিমধ্যে পানী আঁতৰিছে। ঠাইবোৰৰ পোকা-পানী শুকাই আহিছে।

পিতৃ-মাতৃৰ বিয়োগৰ পাছত এবছৰলৈ ধান এৰিব নাপায়। ভাই ভনী, জ্ঞাতি

বন্ধু, ৰায়তসকল —সকলোৰে উবুৰি খাই পৰা সহায়েৰে এটা বছৰ কোনোমতে পাৰ হ'ল। ইয়াৰ পাছত সমস্যা আহিল;— চাৰিটা নাবালকেৰে সৈতে গাভৰু বিধৱা মাতৃগৰাকীয়ে এতিয়া কি কৰিব। ল'ৰা ছোৱালী কেইটাক কেনেকৈ ভৰিত থিয় হ'ব পৰা কৰিব। জীৱিকাৰ কোনো উপায় নাই। কৃষ্ণৰামৰ পিতৃ কীৰ্তিৰামৰ মৃত্যুৰ পাছতে পৰগানাখনো গ'ল। যিখিনি মাটি আছিল তাৰ সৰহভাগেই দাস-মুক্তিৰ সময়ত গ'ল। বাকী মাটিখিনিৰ বাবে ৰায়তে দিয়া ধনেৰে বছৰটো নাযায়। কৃষ্ণৰাম নাম কৰা শিল্পী আছিল। অঞ্চলটোৰ কীৰ্ত্তনঘৰৰ চন্দ্ৰাতপ, ছান্দোৱাৰা, বিয়া-সভাত পিন্ধা চোলা— এই সকলো কৃষ্ণৰামে তৈয়াৰ কৰিছিল। পাঁজীসেৰীয়া দীঘল আঙুলিকেইটাৰে হাতত বেজী-বটিয়া লৈ কৃষ্ণৰামে একমনে কৰি যোৱা সূচিকৰ্ম মানুহে মুগ্ধ মনেৰে ৰ লাগি চাইছিল। শিল্পী-দৰ্জী কৃষ্ণৰামে সেইদৰেই ৰয়া-সবেৰীৰ পৰিয়াল আৰু নিজৰ পত্নী-সন্তান—আটাইবোৰৰে ভৰণ-পোষণ নিয়াঁৰিকৈ কৰি গৈছিল। এতিয়া আটাইবোৰৰে সমস্যা হ'ল। গিৰীশ-অম্বিকো খুঁটি খাব পৰা হোৱা নাই। শিৰোমণি ভূঞা ৰায় বংশৰ ল'ৰা,— হাল বাব নোৱাৰে। লোকৰ ঘৰত বন্ধাও খাটিব নোৱাৰে। ইফালে বৰজনী ছোৱালী লক্ষ্মীয়ে ন বছৰত ভৰি দিছে। এই বছৰতে বিয়া দিব নোৱাৰিলে সন্মান নাথাকিব। তিনি-চাৰি বছৰৰ ভিতৰতে সৰুজনী ছোৱালী ৰোহিণীকো বিয়া দিব লাগিব। গিৰীশ-অম্বিক দুয়ো পঢ়া-শুনাত ভাল। গিৰীশে পাঠশালাৰ অন্তিম পৰীক্ষাত বৃত্তি পাইছে। অম্বিকেও বৃত্তি পাব বুলি অধ্যাপকে কৈছে। সিও অলপতে বৃত্তি পৰীক্ষা দি উঠিছে। ফল ওলোৱা নাই। দুয়োটাকে পঢ়ুৱাব লাগে—তেহে যদি নিজৰ ভৰিত থিয় দিব পাৰে।

গিৰীশ নিৰ্জু আৰু ঠাণ্ডা। অম্বিক উৎপতীয়া-উগ্ৰ। পিতাকৰ মৃত্যুৱে তাক অলপ গহীন কৰিছে যদিও সদায় সি এনে ঠাণ্ডা হৈ থাকিব বুলি ক'ব নোৱাৰি। মানুহৰ জন্মগত স্বভাৱ নাযায়। অম্বিক জন্মিছেই উগ্ৰতা লৈ।

দৈৱকীৰ অনুৰোধত ককায়েক হৰিচৰণে এদিন কৃষ্ণৰামৰ ভাগী-জ্ঞাতিৰ বয়সস্থ কেইজনক কৃষ্ণৰামৰ ঘৰতে গোটালে; সমস্যাটো আলোচনা কৰি সিদ্ধান্ত ল'বলৈ। ভাগীৰ ককায়েক গংগানাথে দৈৱকীৰ ডাঙৰ ককায়েকৰ ছোৱালীক বিয়া কৰাইছিল। গংগানাথে ক'লে,— "গিৰীশক ময়ে ৰাখোঁ। ইটো-সিটো কৰিব। ভাত-কাপোৰ পাব। স্কুলতো পঢ়িব।"

মোমায়েক হৰিচৰণে ক'লে— "মই সুন্দৰীদিয়াৰ পৰা ওলাম। তেজপুৰলৈ যাম, তাত নতুন সত্ৰ পাতিম। শৰণ- ভজন দিয়াৰ কামো কৰিম। দৈৱকী আপী দুটাক

লৈ মোৰ তাতে থাকিব পাৰিব। তেতিয়ালৈকে ঘৰতে থাকক। মই ইফালে লক্ষ্মীৰ কাৰণে দৰাও চাওঁ। অম্বিকক পঢ়োৱা কিন্তু মোৰ বাবে সম্ভৱ নহ'ব। আপোনালোক কোনোবাই যদি পাৰে.....।" হৰিচৰণে বিশেষকৈ গণককুছিৰ পেহাকৰ ল'ৰা হৰমোহন চিৰস্তাদাৰৰ পিনে চায়েই কথাষাৰ কৈছিল।

আচলতে অম্বিকক ৰাখিবলৈ আটায়ে ভয় কৰে; চন্তালা টান। হৰমোহন চিৰস্তাদাৰ অম্বিকৰ পেহীয়েকৰ ল'ৰা। কৃষ্ণৰামৰ ডাঙৰ বায়েক আছিল হৰমোহনৰ মাক। তেওঁক বিয়া দিয়াৰ পাছতহে কৃষ্ণৰামৰ জন্ম হয়। হৰমোহনৰ পৰিয়ালে দস্ত চৌধুৰী লিখিছিল। তেওঁলোকৰ বংশৰ আদিপুৰুষ আছিল শংকৰদেৱ-ৰামৰায়ৰ আদি পুৰুষ চণ্ডীবৰ শিৰোমণি ভূঞাৰ লগত অহা বাৰভূঞাৰ এজন।

শেষত হৰমোহন চিৰস্তাদাৰৰ লগতে অম্বিকৰ থকাৰ ঠিক হ'ল। চিৰস্তাদাৰ গুৱাহাটীত থাকে। তাতে থাকিয়েই অম্বিকে হাইস্কুলত পঢ়িব।

জানকী আৰু শান্তি ইচ্ছাপুৰত ভায়েকহঁতৰ লগত থকা ঠিক হ'ল। বয়া আৰু সবেৰী নাউ আৰু কপেহীৰ লগতে বৰনগৰলৈ যাব। বৰনগৰৰ বৰুৱাহঁত আছিল উপন্যাস সম্ৰাট স্বৰ্গীয় ৰজনীকান্ত বৰদলৈয়ে লিখা 'মনোমতী' উপন্যাসৰ চণ্ডীধৰ বৰুৱাৰ বংশধৰ। এই বৰুৱা ঘৰৰে ঘউৰা এজনৰ (ঘউৰা মানে আগৰকালৰ অভিজাত বংশত থকা দাস। এওঁলোকে যি বংশত বংশানুক্ৰমে লিগিৰাৰ কাম কৰে সেই ঘৰখনৰ পৰিয়ালৰ এজনৰ দৰে হৈ যায় আৰু 'ঘউৰা' বা 'ঘৰুৱা' নাম পায়।) ল'ৰা যধোৱে সবেৰীক বিয়া কৰাইছিল। কৃষ্ণৰামৰ পিতৃ কীৰ্তিৰামৰ মৃত্যুৰ পাছত বয়াই যধোক নিজৰ ঘৰলৈ লৈ যায়। তেতিয়াৰ পৰা যধো আৰু সবেৰী কৃষ্ণৰামৰ ঘৰতে আছিল। কীৰ্তিৰাম ঢুকুৱাৰ পাছত বয়াৰ ওপৰতে কৃষ্ণৰামৰ সমস্ত দায়িত্ব পৰিছিল। ঘৰখনত চকু দিবলৈ বয়াক এটা মতা ল'ৰাৰ বৰ আৱশ্যক হৈছিল। গতিকে বৰুৱাক কৈ মেলি বয়াই জোঁৱায়েক যধোক নিজৰ ওচৰলৈ আনি লৈছিল। যধোৱে ৰায়তৰ পৰা ধান সংগ্ৰহ কৰা, ঘৰ-বাৰী চোৱা, ঘৰ-বেৰ মেৰামতি কৰা, খৰি-খেৰ সংগ্ৰহ কৰা,অলৈ-তলৈ যোৱা সকলো কামকে কৰিছিল। কিন্তু সৰু ছোৱালীজনী জন্ম পোৱাৰ কিছুদিনৰ পাছতে বেমাৰত পৰি যধো ঢুকাল। সৰু ছোৱালীজনীৰ নাম আছিল কপেহী। যধোৰ মৃত্যুৰ কেইমাহমানৰ পাছতে সবেৰীৰ বৰ পুতেক জাবোৰো মৃত্যু হৈছিল বোৱাৰীয়েক জানকীৰ কোলাত শান্তিক থৈ। অম্বিকহঁতে যধো, জাবো আটাইকে পাইছিল। শান্তি লক্ষ্মীৰে সমনীয়া আছিল।

বয়া আৰু সবেৰীয়ে পিতৃ-মাতৃহাৰা কৃষ্ণৰামক চৰায়ে সন্তানক ডেউকাৰে ঢাকি ৰখাৰ দৰে অতি যত্নেৰে পিতৃ-মাতৃৰ অভাৱ অনুভৱ কৰিব নোৱৰাকৈ ডাঙৰ কৰিছিল।

ৰয়াই আৰ ঘৰত ঢেকী দিয়া, তাৰ ঘৰত চোতাল মচা, কাৰোবাৰ ঘৰত কাপোৰ-কানি ধুই য'তে যি পায় যোগাৰ কৰি আনিছিল। এনেদৰেই কৃষ্ণৰাম ডাঙৰ হৈছিল।

গিৰীশ আৰু অম্বিকে জানেকীক বৌ, সবেৰীক জেঠী আৰু ৰয়াক আবু বুলিছিল। এতিয়া কালৰ দুৰ্বিপাকত আটাইবোৰ ঠাই-ঠাই হ'ল। পৰিয়ালটো এনি-তেনি সিঁচৰতি হৈ পৰিল।

ঘৰ এৰি যোৱাৰ সময়ত ৰয়া, সবেৰী, জানেকী, দৈৱকীয়ে হিয়াধুনি কান্দিলে। ৰয়া, সবেৰীয়ে কথা দি গ'ল,—“ইচ্ছাপুৰ হাটী অচ্‌ৰতে। আমি আহি থাকিম। আপ্‌নি ভয় নকৰ্‌বো।”

“আইহ্‌লু দিয়ক কইনা আই। মোৰ সনাটু। কি কৰ্‌বো—বিধাতাৰ লিখন এৰ্‌বা নৰি।”*“—ৰয়া বুঢ়ীয়ে কান্দি-কান্দি দৈৱকীৰ পৰা বিদায় ল'লে।

তাৰ কিছুদিন পাছতে দৈৱকীয়ে খবৰ পালে ৰয়া বুঢ়ী এদিনৰ জ্বৰতে ঢুকাল। বাতৰিটো পাই দৈৱকী কান্দোনত ভাগি পৰিছিল।

অম্বিক, হৰমোহন চিৰস্তাদাৰত তাত থাকি গুৱাহাটীত পঢ়াৰ কথা খাটাং হোৱাৰ পাছত দৈৱকীয়ে এদিন অম্বিকক ক'লে,—“নাউবাপা, দেখ্‌ছাহে ৰয়া আউবে ইয়াৰ পৰা যাবাৰ পাছতে মৰিল। আমাৰ ঘৰখেনৰ লগি জীৱনটুৱে দিলাক্। এন্‌হেন্ আউবেক মৰাৰ কাল্লত আমি কুনো মুখোত পানী টপা দিবা নল্লু। এথেন তই বৰপেটা এৰি যাবা অল্‌চাহ্। আৰো কুন্দিনা আইহ্‌বা পাৰ্‌বি কবা নৰি। তোক আখৰকেটা ভাল্‌কে লেখ্‌বা পঢ়বা শিখোইছে দণ্ডি পণ্ডিতে— তোৰ আদি গুৰু। মানুহটু বুঢ়া হৈছে, কুন্‌দিনা ঘপাট্‌কে চলি যায় কবা নৰি। তই আশীৰ্বাদ এটা লৈ আহ্ যাই যাবাৰ আগোতে।”

অম্বিকে পঢ়া নিম্ন প্ৰাথমিক বিদ্যালয়খন যদিও গণককুছিত আছিল, তাৰ চৰকাৰী নাম আছিল দক্ষিণহাটি প্ৰাথমিক বিদ্যালয়। স্কুলত নাম লিখোৱাৰ সময়ত অম্বিকহঁতক যিগৰাকী শিক্ষকে পঢ়ুৱাইছিল, তেওঁৰ নাম আছিল দণ্ডীৰাম দাস। তেওঁ বৰ বেছি বুঢ়া হোৱাত অম্বিকহঁতে বৃত্তিপৰীক্ষা দিয়াৰ আগে-আগে যিগৰাকী ডেকা শিক্ষকে বিদ্যালয়খনৰ দায়িত্ব গ্ৰহণ কৰিলে তেওঁৰ নাম আছিল নবীন চন্দ্ৰ পাটোৱাৰী। পঢ়োৱাৰ কামটো মুখ্যতঃ নবীন পাটোৱাৰীয়ে কৰিছিল যদিও, দণ্ডীৰাম দাসে স্কুলৰ মোহ এৰিব পৰা নাছিল। তেওঁ সদায় লাখুটিত ভৰ দি লাহে-লাহে এখুজি-দুখুজিকৈ আহি স্কুলঘৰটোৰ একাষত ঢাৰি এখন পাৰি বহি থাকে।

স্কুল তেতিয়া কোনোমতে খেৰৰ ছাল দুখন ধৰি ৰখা বাঁহৰ খুঁটাৰ ঘৰ এটাত চলি আছিল। পুৰণি স্কুলঘৰটো কাঠৰ খুঁটা চতিৰ আছিল যদিও ভূমিকম্পৰ সময়ত ঘৰটো ভাগি পৰে আৰু খুঁটাবোৰো তললৈ বহি মাটিত পোত যায়। ভূমিকম্পৰ

পাছত ৰাইজে লগ লাগি বাঁহ-খেৰ যোগাৰ কৰি ওচৰতে ঘৰ এটা সাজি ল'ৰাইঁত বহি পঢ়িব পৰাৰ সুবিধা কৰি দিয়ে। অম্বিক যেতিয়া গৈ স্কুল পায় বুঢ়া পণ্ডিত দণ্ডীৰাম দাস ঘৰটোৰ চুকতে ঢাৰি এখন পাৰি বহি আছিল। ওচৰতে নবীন পাটোৱাৰীও আন এখন ঢাৰিত বহি ল'ৰাইঁতক পঢ়ুৱাই আছিল। ল'ৰাবোৰৰ কোনো-কোনোৱে ঢাৰিত আৰু দুই-চাৰিজনে মাটিতে লেপেটা কাঢ়ি বহি পাঠ লৈ আছিল।

অম্বিকে গৈয়েই বুঢ়া পণ্ডিতৰ ভৰিত ধৰি সেৱা কৰি ক'লে,—"মই গুৱাহাটীক পঢ়বা যাবা অলচু মহাশয়, মোক আশীৰ্বাদ কৰ্‌বো।"

বুঢ়া পণ্ডিত উচ্ছ্বাস আনন্দত অধীৰ হৈ উঠিল। "ঐ ছলিহাঁত? দেখ্‌ছহ্ না, ৰায়থেৰ ছলি। গুৰুভক্তি দেখ্‌ছাহ্। দিছু বাপা, দিছু। শত-শত আশীৰ্বাদ দিছু। নাম ৰাখ্। বংশৰ নাম, ঠাইৰ নাম! কইলা ঠাকুৰে ডাহাৰ মানুহ কৰক।" বুঢ়া পণ্ডিতৰ চকুৰেদি আনন্দতে চকুপানী ওলাবলৈ ধৰিলে। মাত থোকাথুকি হ'ল।

অম্বিকো অভিভূত হৈ পৰিল। নবীন পাটোৱাৰীকো সেৱা এটা কৰিলে,—"যাউঁ মহাশয়, আশীৰ্বাদ কোৰ্‌বো।"

নবীন পাটোৱাৰীয়ে "শংকৰ-মাধৱ দুয়ো গুৰুৰ আদৰ্শ বৰ্তে ৰাখ্‌বা পাৰা হো, আমাৰনু কি ক্ষমতা? শংকৰ গুৰুৰ কৃপা হক্, কালক লগি নাম ৰাখি যাবা পাৰা কৰক।।" বুলি অম্বিকক বুকুত সাবটি ধৰি ছাত্ৰসকলক সম্বোধন কৰি ক'লে,— "ই অম্বিকা ৰায়, আমাৰ গুৰু বংশৰ ছলি। এই স্কুলোৰ পৰাই বৃত্তি পাই পাছ কৰ্‌ছে। গুৱাহাটীত পোঢ়বা যাবো। তুইঁনো এন্‌কে নাম ৰাখ্‌বা পাৰ্‌বা লাগ্‌বো। বুদ্‌চাহ না?"

অম্বিকে মূৰ পোনাই ল'ৰাইঁতলৈ চাব পৰা নাছিল। তাৰ চকু দুটাও আবেগত চলচলীয়া হৈ পৰিছিল। কোনোমতে "যাউঁ" বুলি কৈ সি স্কুলৰ বাহিৰ ওলাল। বাটে-বাটে ভাবি গ'ল, ইমান মৰম সি গুৱাহাটীৰ স্কুলত পাবনে?

১৯৯৮ চনৰ শেষৰ ফালে এদিন অম্বিকক লগত লৈ হৰমোহন চিৰস্তাদাৰ গুৱাহাটী অভিমুখে জাহাজত উঠি। কেউপিনে ছাটি ধৰা নল-খাগৰি আৰু ঝাউগছৰ মাজেৰে গৰু-ম'হৰ লিকেৰে চিৰস্তাদাৰৰ ম'হৰ গাড়ীয়ে চিৰস্তাদাৰ আৰু অম্বিকক খোলাবন্ধাৰ জাহাজঘাটত থৈ গ'লহি। জাহাজৰ ডকৰ ৰেইলিঙত ধৰি ব্ৰহ্মপুত্ৰৰ বোঁৱতি সোঁতলৈ চাই-চাই অম্বিকে কেৱল ককায়েক গিৰীশে বিদায় পৰত চলচলীয়া চকু আৰু থোকাথুকি মাতেৰে "ভাল্‌কে থাক্‌বি দে নাপিতি, কাকো দিগদাৰি নেদ্‌বি।"

বুলি কোৱা কথাষাৰকে ভাবি আছিল। এইহেন বুকুৰ দাদাককে সি এৰি আহিব লগা হৈছে।

অম্বিকৰ এবাৰ মনত পৰে, সৰুতে এবাৰ কিবা কথাত খং উঠি সি জোঙা শলি এডালেৰে গিৰীশৰ পিঠিত খোঁচ মাৰি দিছিল। খোঁচ খাই ককায়েকৰ পিঠিত ফুটা এটা হৈ গৈছিল। ফুটাটোৰে তেজ সোঁ-সোঁৱাই ওলাই গিৰীশৰ পিঠি, পিন্ধা কাপোৰ আটাইবোৰ ৰঙা পৰি গৈছিল। ঘৰৰ আটায়ে গিৰীশক বৰ মৰম কৰিছিল। খোঁচ খাই পিঠি ফুটি যোৱা সত্ত্বেও গিৰীশে কিন্তু উস্-আস্ একো কৰা নাছিল। মনে-মনে কুঁৱাৰ পানী তুলিবলৈ গৈছিল গাত পানী ঢালি তেজবোৰ ধুই পেলাবলৈ। গিৰীশৰ ভয় হৈছিল মাকে অম্বিকক মাৰিব। গিৰীশৰ অৱস্থাটো সবেৰীৰ চকুৰ পৰা সাৰি যাব নোৱাৰিলে। পিঠিৰ পৰা তেজ ওলাই কাপোৰ-কানি ৰঙা পৰা দেখি সবেৰী, জানেকীয়ে হায়ে-বিয়ৈকৈ গিৰীশৰ শুশ্ৰূষাত লাগিল। ইতিমধ্যে গতি বিষম দেখি অম্বিক গৈ খাটৰ তলত আন্ধাৰত লুকাই থাকিল। জানেকীয়ে দুবৰি-আৰৈ চাউল পটাত বটি পিঠিৰ ঘাডোখৰত ডাঠকৈ লগাই দিলত কোনোমতে তেজ ওলোৱা বন্ধ হ'ল। সবেৰীয়ে জানেকীৰ লগত ধৰাধৰিকৈ নি গিৰীশক বিছনাত তলমূৰকৈ শুৱাই থলে। দুবৰি-আৰৈ চাউলৰ মলমটো তেহে শুকাই লাগি ধৰিব, নহ'লে তেজ আকৌ ওলাব।

দৈৱকীয়ে হাতত এচাৰি লৈ অম্বিকক বিচাৰি আছিল। ৰয়া গণককুছিলৈ ওলাই গৈছিল ঘৰৰে কিবা কামত। কৃষ্ণৰাম ৰাতিপুৱাতে ভাত-পানী খাই পাটবাউসীলৈ ওলাই গৈছিল। ৰয়া বা কৃষ্ণৰামে অম্বিকক দৈৱকীৰ হাতৰ পৰা বচাব পাৰিলেহেঁতেন, কিন্তু এতিয়া কোনো উপায় নাই। মাকৰ লগত সবেৰীয়ো গৰ্জি আছে। জানেকীৰ তেওঁলোকৰ সমুখত মাত মতাৰ সাহস নাই। গতিকে অম্বিকে খাটৰ তলৰ আন্ধাৰতে আশ্ৰয় ললে। তাতে শুই থাকোঁতেই তাৰ টোপনি আহিল।

গিৰীশৰ পিঠিৰ মলমটো শুকাইছে নে নাই সবেৰীয়ে এবাৰ চাই গ'ল। ভাত খাবৰো সময় হৈছে। সবেৰীয়ে গৈ দৈৱকীক মলমটো শুকোৱাৰ খবৰ দিলত ভাত বাঢ়ি মাকে গিৰীশক খাবলৈ মাতিলে,— "ডাঙৰ বাপা, আহ্ ভাত দিছু, খা আহি।"

বাৰে বাৰে মতাতো গিৰীশ যোৱা নাছিল; কৈছিল,—"নাপিতিক নেদ্‌লি ময়ো নাখাওঁ।"

কথা-বতৰাৰ শব্দত সাৰ পাই অম্বিকে খাটৰ তলতে এঙামুৰি কঢ়াত গিৰীশে বুজি পাইছিল অম্বিক ক'ত আছে।

দৈৱকীয়ে কৈছিল,—"তোক কিয় মাৰৃছে? পিঠি ফুটে তেজ উইলে দিছে!

তাক ভাত দিমনা? আহক্চুন আজি, কুবে পিঠিৰ ছাল ছিঙিম নহয়, মজাটু পাবো।"

সৰু-সৰু মাতেৰে গিৰীশে কৈছিল,— "তাক নামাব্‌বো। মাব্‌লি মই ৰাতিও একো নাখাওঁ। নামৰু বুলি কক্, মই তাক উইলৈ দিম। একেলগে ভাত দিলিহে খাম। নহ্‌লি ময়ো নাখাওঁ।"

মাকে গিৰীশৰ স্বভাৱ জানে। নির্জু যদিও বৰ জেদী। যি কৰিব বুলি কয় তাকে কৰে। বৰ পুতেকৰ কথা দৈৱকীয়ে সেয়ে পেলাব নোৱাৰে। তদুপৰি গিৰীশে অন্যায় কথা কোনোদিনে নকয়। অথতিও নকৰে।

মাকে ক'বলৈ বাধ্য হ'ল,—"নাম্‌ৰু দে। তাক মাতি আন। ভাতত বহাৰ আগতে কিন্তু এনে কাম আৰো নক্‌ৰে বুলি কাণত ধৰবা লাগ্‌বো। আহ্ ভাত বাঢ়ি দেউঁ— দুয়োটাই খা আহি। নাউ, কপেহী, শান্তি তুইনো আহ্। আহাতে চাই আইহ্‌বি, মাই দুটা ঘুমটিত আছেনা উঠ্‌ছে।'

মাই দুটা মানে লক্ষ্মী আৰু ৰোহিণী। লক্ষ্মী তেতিয়া ৪/৫ বছৰীয়া আৰু ৰোহিণীৰ বয়স দুবছৰ। শুই উঠিলেহে সিহঁত দুটাই খাব।

গিৰীশে অম্বিকক ডাঙৰকৈ মাতিলে,— "নাপিতি, অলে আহ্,—নাম্‌ৰে দে। ভাত খাওঁ আহ্।"

বিধিৰ বিধান, এনে এক দাদাকৰ ওচৰৰ পৰা সি আজি আঁতৰি আহিব লগা হৈছে। তাৰ চকুৰ পৰা অলক্ষিতে পানী ওলাই আহিল। কোনেও নেদেখাকৈ লৰালৰিকৈ মোহাৰি ললে।

আন এবাৰৰ কথা মনত পৰিল অম্বিকৰ। বৰপেটীয়া চৌধুৰীহঁতৰ' ঘৰৰ দক্ষিণে পৃথুৰাম তহ্‌চিলদাৰৰ এখন ডাঙৰ আমবাৰী আছিল। বিৰাট আমবাৰীখনৰ আম গছবোৰত আম থোপা-থোপে লাগি ওলমি থাকে। পকি টুপটুপীয়া হৈ সৰি পচি গ'লেও বাৰীৰখীয়াজনে কিন্তু কাকো এটা আমো খাবলৈ নিদিয়ে।

তেতিয়া আহাৰ মাহ। আম পকি ৰঙা-হালধীয়া পৰি ওলমি আছে। এদিন অম্বিক আৰু অন্যান্য এজাক ল'ৰাই ঠিক কৰিলে যে বাৰীৰখীয়াজনে আম যেতিয়া

:

কবি প্ৰসন্ন লাল চৌধুৰী, যাদৱানন্দ চৌধুৰী, বিশ্বানন্দ চৌধুৰী, ৰাধিকানন্দ চৌধুৰী (প্ৰশান্ত মূৰ্ত্তি), চিদানন্দ চৌধুৰী আদি ব্যক্তিসকল এই বৰপেটীয়া চৌধুৰী বংশৰে লোক। চিদানন্দ চৌধুৰীৰ পুত্ৰ বিজয়ানন্দ চৌধুৰীৰ কন্যা হ'ল ডঃ ভুবনমোহন দাসৰ মাতৃ স্বৰ্গীয়া জগদ্ধাত্ৰী দাস অৰ্থাৎ স্বৰ্গীয় হৰমোহন দাসৰ পত্নী।

নিজে পাৰি কাকো খাবলৈ নিদিয়েই, গতিকে সিহঁতজাকে নিজেই পাৰি খাব। সৰি পচি যাবলৈ কিন্তু নিদিয়ে।

বন্দবস্ত মতে এদিন দুপৰীয়া ভাত-পানী খাই ঘৰে-ঘৰে সকলো মানুহ বিছনাত বিশ্ৰামৰ বাবে পৰি দিবা-নিদ্ৰাত পৰিছে। তেনে সময়তে ১২-১৪ জন ল'ৰাই নিঃশব্দে জেওৰা বগাই গৈ বাগিচাত সোমাল। গিৰীশৰ আপত্তি আছিল যদিও আটায়ে হেঁচা মাৰি ধৰাত যাবলৈ বাধ্য হ'ল। গিৰীশে গছত উঠিব নোৱাৰে। গতিকে, অম্বিক উঠা গছজোপাৰ তলতে গিৰীশ ৰৈ থাকিল। অঘাইতং অম্বিক তৰ্তৰ্কৈ গছত উঠি আম ছিঙি পটাপট্‌কৈ তললৈ পেলাই দিবলৈ ধৰিলে। আন ল'ৰাবোৰেও অন্য গছ কেইজোপামানত উঠি যেয়ে যিমান পাৰে আম গামোচাত বান্ধি ললে। গিৰীশে আম গোটোৱাত বৰ আগবাঢ়িব পৰা নাছিল। অপৰাধবোধে তাৰ হাতখন সংকুচিত কৰি ৰাখিছিল। হয়তো বাৰীখনত ল'ৰাহঁতৰ গছত উঠা আৰু আমপৰা শব্দই কোৰ্হালৰ সৃষ্টি কৰিছিল। বাৰী চোৱা বুঢ়াও তেনে সময়তে হাতত টোকোন লৈ তদাৰকি কৰিবলৈ আহি পালে। বুঢ়া অহাৰ লগে-লগে বাকীবোৰে হুৰমুৰকৈ গছৰ পৰা জাঁপ মাৰি নামি জেওৰা ভাঙি ভিৰাই লৰ মাৰিলে। গিৰীশ কিন্তু গছৰ তলতে থিয় হৈ থাকিল। লাজ আৰু অপৰাধবোধত সি নিথৰ হৈ পৰিছিল।

অম্বিক তেতিয়াও গছৰ ওপৰত আম পৰাত ব্যস্ত। অম্বিকে ছিঙা আম কিছু লগৰ দুটামানে বুটলি লৈ গৈছে, গতিকে নিজৰ বাবে আৰু দুটামান ছিঙিব খুজিছিল। এনেতে শুনিলে তলত বাৰীচোৱা বুঢ়াই টোকোন জোকাৰি চিঞৰি আছে,— "আজি নাপাইচু না। নামি আহ্, তামছা দেইখম আহ্ ভাল মজা খেল পাবি আহ্। নাম্, নামি আহ্।"

বাৰীচোৱা বুঢ়ায়ো জানে, আচল অঘাইতং হ'ল এই অম্বিক। গিৰীশ যে নিৰ্জু নিমাখিত, এই কথাটো বুঢ়াই বেচ ভালৰে জানে। গতিকে সি গিৰীশক নধৰি অম্বিকক তৰ্জন গৰ্জন কৰি আছে। গিৰীশে বুজিলে, অম্বিকৰ আজি ৰক্ষা নাই। বুঢ়াৰ লাঠীৰ কোব কেইটামান খাবই, ৰক্ষা কৰিব পৰা নাযাব। কোঁচৰ আমকেইটা মাটিত পেলাই দি কান্দো-কান্দো হৈ গিৰীশে বুঢ়াক কুতুৰিবলৈ ধৰিলে,— "কাকা। আমকেইটা নেনু দে, তয়ে নি। তাক তই নামাৰ্বি। আমকেইটা লৈ যা।"

বুঢ়াৰ গৰ্জন তথাপি নাথামে। উপায় নাপাই অম্বিকে গছৰ ওপৰৰ পৰাই চিঞৰি ক'লে,-- "দাদা, তই যা। মোৰ একো নহয় যা, মই ঘৰক্ যাই আছু যা, তই যা।"

কথাষাৰ শুনি গিৰীশে যি কৰুণ দৃষ্টিৰে অম্বিকলৈ চকু তুলি চাইছিল, সেই কথা মনত পৰিলে আজিও অম্বিকৰ বুকু হমহমাই যায়। তথাপি অম্বিকে জানে গিৰীশৰ

অম্বিকৰ ক্ষমতাৰ ওপৰত অগাধ বিশ্বাস আছে। অম্বিক যে যেনে-তেনে কিবা বুদ্ধি কৰি সাৰি যাব, সেই সম্পৰ্কে গিৰীশৰ মনত অকণো সন্দেহ নাই। গতিকে গছৰ ওপৰত থকা অম্বিকৰ পিনে চাই যাওঁ বুলি ভৰি দাঙোতেই বাৰীচোৱা বুঢ়াই গিৰীশৰ হাতত থাপ মাৰি ধৰিলে। অম্বিকে দেখিলে কথা বিষম। ওপৰৰ পৰা চিঞৰিলে, "মই নামচু কাকা। দাদাক এৰি দি।"

লগে-লগে অম্বিকে গছৰ পৰা যিমান পাৰে গাৰ জোৰে জাঁপ মাৰি বুঢ়াৰ মূৰৰ ওপৰতে পৰি গ'ল। বুঢ়াই মূৰৰ ওপৰত শিল এটা পৰা যেন পালে। গিৰীশৰ হাত এৰি দি উস্ উস্কৈ বুঢ়া মাটিত বাগৰি পৰিল। হাতৰ টোকোনডালো কৰবাত উফৰি পৰিল। ভয় খাই গিৰীশ দৌৰি গ'ল। লগে লগে অম্বিকেও বুঢ়া মাটিৰ পৰা উঠাৰ আগতেই দৌৰি বাগিচাৰ পৰা ওলাই গ'ল। বাৰীচোৱা বুঢ়াই পিছে-পিছে খেদি গৈও সিহঁতক ধৰিব নোৱাৰিলে। পাছত অৱশ্যে এই ঘটনাৰ বিষয়ে বাৰীচোৱা বুঢ়াই দৈৱকীক লগোৱাত অম্বিকে মাকৰ হাততে দুচাটি চেকনিৰ কোব খাইছিল। সিদিনাৰ কথা কথা মনত পৰিলে অম্বিকৰ আজিও হাঁহি উঠে আৰু ককায়েকে ভায়েকক বচাবলৈ আনকি নিজে বিপদত পৰিও এৰি নোযোৱা আনুগত্যৰ কথা ভাবি বুকুখন বিষাই উঠা যেন পায়। এনে মৰমৰ দাদাককো আজি এৰি আহিব লগা হৈছে।

এই দাদাকৰ কাৰণে অম্বিকে এবাৰ মাত্ৰ অসাধ্য সাধন কৰিব পাৰিছিল।

আগতেই উল্লেখ কৰা হৈছে, হাবিজান নৈখন ৰায়পাৰাৰ ওচৰেদিয়েই গৈছে। বাৰিষাৰ নখন্দা নৈখন যেতিয়া মৰা মানাহেদি চাউলখোৱা নদীৰ পানী সোমাই ফেনে-ফোটোকাৰে ওফন্দি উঠে; তাৰ পানী হাবিজানত সোমাই দুয়োখন একাকাৰ হৈ যায়। পানীৰ ঢলৰ লগতে মাছৰো জাউৰ (উজান) আহে। দুই-আঢ়ৈ বছৰ আগতে অন্য ল'ৰাৰ লগতে গিৰীশ আৰু অম্বিকো মাছ মাৰিবলৈ গৈছিল। দলটোৰ বাকীবোৰ আছিল বয়সতো ডাঙৰ, মাছ ধৰাতো পটু। জুলুকি-পলেৰে চবিয়াই-চবিয়াই যাঠি-জোঙেৰে খুঁচি-খুঁচি ডাঙৰবোৰে যি পাৰে মাছ ধৰি কঁকালত বন্ধা কুকি-খালৈত ভৰাইছে আৰু ডাঙৰ মাছ বিচাৰি মাছৰ জাকৰ পিছে-পিছে কোৰ্হাল কৰি আগবাঢ়ি গৈছে। অম্বিক আৰু গিৰীশ আনবোৰৰ লগত তাল মিলাব নোৱাৰি পাছ পৰি গৈছিল। হঠাতে পানী-যুঁৱলিত পোত খাই থকা বাঁহৰ জেং এডালে গিৰীশৰ ভৰিৰ তলুৱা ফুটাই সোমাই গ'ল। যন্ত্ৰণাত বিতত হৈ গিৰীশ পানী যুঁৱলিতে পৰি গ'ল। অম্বিকে ওচৰ চাপি চাই জেংডাল টান মাৰি উলিয়াই দিলে। লগে-লগে গিৰীশৰ ভৰিৰ তলুৱাৰে সোঁ-সোঁৱাই তেজ ওলাবলৈ ধৰিলে। অম্বিকে ককায়েকক সাবট মাৰি ধৰি মাতেহে মাতে, গিৰীশৰ মাত নাই। দলৰ ল'ৰাবোৰ ইতিমধ্যে বহুদূৰ আগবাঢ়ি গৈছে। অম্বিকে নাউইঁতক পাৰেমানে চিঞৰিলে; কিন্তু কাৰো সঁহাৰি নাই। আটাইবোৰ চিঞৰ-বাখৰ

কৰি মাছ ধৰাত মত্ত। উপায় নাপাই অম্বিকে কেঁকো-জেকো কৰি গিৰীশক পিঠিত তুলি চোঁচৰাই আনি ঘৰৰ মজিয়া পোৱায়েই মূছ-কঁছ গৈ বাগৰি পৰিল। ঘৰত হুৱা-দুৱা লাগি পৰিল। সেইবাৰলৈ দুয়ো বাচিল।

মাছৰ পৰা অহাৰ পাছত নাউৰে সৰেৰী বয়াৰ যিমান মাৰ খাইছিল তাৰ কথা মনত পৰিলে অম্বিকৰ আজিও গা সিঁয়ৰি উঠে। সিদিনা অম্বিকে যদি মৰসাহ নকৰিলেহেঁতেন, ককায়েকক পালেহেঁতেন নে? এই সাহস দিয়া বাবে অম্বিকে ভগৱানক আজিও অতি কৃতজ্ঞতাৰে মনে-মনে প্ৰণাম জনায়।

গুৱাহাটীলৈ আনি চিৰন্তাদাৱে অম্বিকক স্কুলত নাম লিখাই দিলে। চিৰন্তাদাৰ বৰপেটীয়া পাৰাত আছিল। তাৰ পৰা অম্বিকে সদায় স্কুললৈ খোজকাঢ়ি যায়।

সৰুৰে পৰা অম্বিকৰ ইচ্ছা— সি দুৰ্জেয় হ'ব। ঘৰত কোমল বয়সতে মাকৰ লগত বিছনাত শুই শুই সি এদিন মাকক সুধিছিল,—"আই, কি কৰ্লি ভগৱানে মানুহক সদায় ৰক্ষা কৰে?"

সুন্দৰীদিয়া সত্ৰৰ অধিকাৰৰ জীয়াৰী, ৰামচৰণ ঠাকুৰৰ বংশৰ কন্যা দৈৱকীয়ে কৈছিল,—"বাপা! আমাৰ পূৰ্বপুৰুষ শংকৰদেৱে 'কীৰ্তন' পুথিখন লেখি থৈ গৈছে। তাতে ভাগৱতৰ সাৰবস্তুখিনি সুমৈ আছে। দুষ্টক দমন আৰু সন্তক পালন—এইয়ে ধৰ্ম। কীৰ্তন পুথিখন যদি ওৰ মূৰে তিনিবাৰ এক দিনো খতি নকৰাকৈ পঢ়ি শেষ কোৰবা পাৰাহ, ন্যায়ত থাক্লি কুনো তোক একো কৰ্বা নৱে। ভগৱানে সদায় তেওঁৰ ছত্ৰছাঁয়াত ৰক্ষা কৰি থাক্বো।"

অম্বিকে মাকৰ কথা শুনিছিল। পাঠশালাত পঢ়ি থাকোঁতেই কীৰ্তন পুথিখন ইমূৰৰ পৰা সিমূৰলৈ তিনিবাৰ পঢ়ি শেষ কৰিছিল। অকল পঢ়াই নহয়, নামঘোষাসহ কীৰ্তনৰ কেইবাটাও অধ্যায় তাৰ কণ্ঠস্থ হৈছিল। পুৱা আৰু ৰাতি সদায় তাৰ সুৰীয়া কণ্ঠেৰে 'নামঘোষা'ৰ ঘোষা ইটোৰ পিছত সিটো গাই যায়। গুৱাহাটীৰ স্কুলতো অম্বিক তাৰ সুৰ, কণ্ঠ আৰু সাহসিকতাৰ বাবে জনপ্ৰিয় হৈ পৰিল।

১৮৯৯ চনৰ জানুৱাৰী মাহত অম্বিকক চিৰন্তাদাৱে স্কুলৰ ৮ম বৰ্গ অৰ্থাৎ এতিয়াৰ তৃতীয় শ্ৰেণীত ভৰ্তি কৰাই দিলে।

সেইবাৰ বহাগ বিহুৰ বন্ধত চিৰন্তাদাৰ ককায়েকৰ লগত অম্বিকো ঘৰলৈ গ'ল। খোলাবন্ধাত চিৰন্তাদাৰৰ ম'হৰ গাড়ী ৰৈ আছিল। গাড়ীত উঠি বেচ আৰামতে গৈ

অম্বিকে ঘৰ পালে। অফিছ খোলাৰ বাবে চিৰন্তাদাৰ দুদিন পাছতে গুৱাহাটীলৈ উভতি গ'ল। অম্বিক আৰু কেইদিনমান সৰহকৈ ঘৰত বৈ গ'ল। বিহুৰ কিছু দিনৰ ভিতৰতে মোমায়েক হৰিচৰণে দৈৱকীক লক্ষ্মী আৰু ৰোহিণীৰে সৈতে তেজপুৰলৈ লৈ যাব। তাত হৰিচৰণে ন-সুন্দৰীদিয়া সত্ৰ এখন পাতিছে। তালৈ গৈয়েই লক্ষ্মীৰো বিয়াখন এই বহাগৰ ভিতৰতে পাতি দিব। মোমায়েকে কোৱামৰা সত্ৰৰ অধিকাৰ গোঁহাইৰ ঘৰৰ ল'ৰা এজনক লক্ষ্মীৰ বাবে ঠিক কৰি আহিছে। অম্বিক বিয়ালৈ যোৱা সম্ভৱ নহ'ব। মাকহঁতৰ লগত গিৰীশহে যাব। বিয়াৰ পাছত সুন্দৰীদিয়াৰ পৰা বিয়ালৈ যোৱা সম্বন্ধীয় মোমায়েকজনৰ লগত গিৰীশ বৰপেটালৈ উভতি আহিব। বৰপেটাৰ ঘৰত ইচ্ছাপুৰৰ পৰা আহি সবেৰীয়েই থাকিব। গিৰীশেও চকু দি থাকিব। ৰয়াৰ ইতিমধ্যে মৃত্যু হৈছে। অম্বিক কিমান দিন পাছত আহিব পাৰে বা আহিব পাৰে নে নায়েই তাৰ ঠিক নাই। গতিকে এতিয়াই কেইদিনমান থাকি যাব। হৰমোহনে ল'ৰাটো অকলে কেনেকৈ যাব বুলি চিন্তা কৰোঁতে অম্বিকে অভয় দিলে,— "আপুনি ভয় নকৰিবো দাদা, মই অকলাই যাবা পাৰিম। বেপাৰী গিলান খলাবন্ধাক যায়ে থাকে। তাহাৰে কুনবাৰ লগত যাবা পাৰিম। আপুনি চিন্তা নকৰিবো।"

হৰমোহন চিৰন্তাদাৰে তেওঁৰ এই অকালপক্ক ভায়েকজনলৈ ভৰ্ৎসনাৰ দৃষ্টিৰে চাই কিবা এটা ক'ব খুজিও দৈৱকীৰ মাত শুনি বৈ যাব লগা হ'ল।

"থাকক দিয়া বাপা দুইদিনমান। তাৰ পাছততো ময়ো নাথকু। আপীকেইটাৰ বিয়া দিয়া নহক লগিন দাদাৰ তাতে থাকিম। কিমান দিন বা লাগালাগি হবা নৰে ছলিকেটা। কেইদিনমান একেলগে থাকক।"

হৰমোহনে আৰু আপত্তি কৰিব নোৱাৰিলে। তেওঁ অলপতে গুৱাহাটীৰ অনাৰেৰি মেজিষ্ট্ৰেটৰ দয়িত্বও পোৱাৰ কথা। অফিছত বহুতো কাম পৰি আছে। নগলেই নহয়। গতিকে অম্বিকক এৰি থৈয়েই যাব লগা হ'ল।

সাতবিহু পাৰ হোৱাৰ দুদিন পাছত দুজন বেপাৰী খোলাবন্ধালৈ যাব বুলি খবৰ পাই তেওঁলোকৰ লগতে দৈৱকীয়ে অম্বিকক গুৱাহাটীলৈ পঠোৱাৰ ঠিক কৰিলে। বেপাৰী দুজন গোৱালপাৰালৈ যাব। অম্বিকে কিতাপ আৰু কাপোৰৰ বোজাটো পিঠিত ভালদৰে বান্ধি লৈ যাবলৈ ওলাল। হাতত লগে মাকে বান্ধি দিয়া সান্দহগুৰি, গুড় আৰু পিঠাৰ টোপোলাটো। টোপোলাটোৰ লগতে সৰু ঘটি এটা বান্ধি দি মাকে কৈছিল,— "অন্য একো বাটত নাখাবি বাপা। ভাল কল যদি পাহ দুটামান খলাবান্ধাতে কিনি লবি। জাহাজোত নদীৰ পানী আনি এই সান্দাহহে খাবি।"

আগৰবাৰ আহোতে-যাওঁতে হৰমোহন চিৰস্তাদাৰ লগত আছিল। তেৱেঁই খোৱা-শোৱাৰ সকলো যোগাৰ পাতি কৰি দিছিল। এইবাৰ অম্বিক অকলে। গতিকে মাকৰ এই সতৰ্কতা।

মাকক সেৱা কৰি অম্বিকে লক্ষ্মী আৰু ৰোহিণীক সাবট মাৰি ধৰি চুমা খালে। সিহঁতৰ কপাল মূৰত হাত ফুৰাই থাকাথুকি মাতেৰে ক'লে,—"তুহঁন ভাল্‌কে থাক্‌বি দে, কাকো দিগ্‌দাৰি নেদ্‌বি। কথা শুন্‌বি।"

গিৰীশ নিমাতে কিছুদূৰ অম্বিকৰ লগত আগুৱাই গ'ল। পাটবাউসীৰ ওচৰ পাই অম্বিকে গিৰীশক ঘৰলৈ উভতি যাবলৈ ক'লে। দুই ভায়েকৰ চকুৰ পানী নাকৰ পানী একাকাৰ হ'ল। কোনোমতে গিৰীশক "যাউঁ দে দাদা" বুলি মাত লগাই অম্বিক কোবাকুবিকৈ আগবাঢ়ি গ'ল। পিছলৈ আৰু উভতি নাচালে। গিৰীশে ঠাইতে থিয় দি থাকি অম্বিকহঁত কেঁকুৰি এটাত নল-খাগৰিৰ মাজত নেদেখা হোৱাৰ পাছত চকুপানী মচি মচি ঘৰলৈ উভতি খোজ ললে।

লগত যোৱা মানুহ দুজনক সবেৰী আৰু দৈৱকীয়ে দঢ়াই দঢ়াই কৈছিল,—"ছলিটুক ভাল্‌কে চাবি বাপা, ৰাস্তা বহতো যাবা লাগবো।"

দৈৱকীক সেৱা কৰি মানুহ দুজনে সবিনয়ে কৈছিল,— "কৰা লাগেনা আই। ৰায়ঠেৰ ছলি। চাম্‌লি যাম আই, চিন্তা নকৰ্‌বো। পিঠিৰ বজাটু আমাক দিয়ক বাপা, আপ্‌নি নিবা নাল্‌গে।"

অম্বিকে নিদিলে। নিজৰ বোজা আনক দিয়াৰ মনোবৃত্তি তাৰ নাই।

"নাল্‌গে, মই পাৰিম। বেছি গধুৰ নহয়।"

অগত্যা মানুহ দুজন লগে লগেই গ'ল আৰু অম্বিক সিহঁতৰ মাজত।

বৰপেটাৰ পৰা খোলাবন্ধা ১৩ মাইল অৰ্থাৎ আজিৰ হিচাপত ২১ কিলমিটাৰ। কেঁচা আলি। ক'ৰবাত ক'ৰবাত আলিৰ চিনেই নাই। ব্ৰহ্মপুত্ৰ আৰু চাউলখোৱাৰ পলসুৱা মাটি। গছ-বন সোনকালে গজে। পৰপৰকৈ বাঢ়ি যায়। ভৰ বাৰিষা ঠাইবোৰ পানীৰে ভৰি পৰে। এতিয়াও বৰষুণ আৰম্ভ হোৱা নাই। দুই-এজাক ধুমুহাহে গৈছে। যোৱা বেলি বাৰিষাৰ পাছত গজা বটা-বিৰিণা, নল খাগৰি, ঝাউ গছে গোটেইখন ছাটি আছে। পুৰঠবোৰ মানুহে খৰি খাবলৈ কাটি নিছে। মাঘবিহুৰ উৰুকাত এনেবোৰ ঠাইত কেইবাটাও ভেলাঘৰ সাজে। তাতে ওচৰৰ ঝাউ-নল-খাগৰি যি পায় কাটি ৰাতি লগভাত খায়। তথাপি বটা-বিৰিণা, ঝাউবনৰ মৰণ নাই। কাটি নিলে আকৌ ভৰভৰাই গজি উঠে।

গোটেই বাটটো ঠায়ে ঠায়ে দ, ঠায়ে-ঠায়ে বাম। বাম ঠাইবোৰো বৰষুণ এজাক পৰিলেই হাবিয়নি হৈ পৰে। ওচৰে-পাঁজৰে মানুহৰ বসতি নাই। গাঁও আছে যদিও সেৰেঙা আৰু আঁতৰত। দুই-এডৰা খেতিৰ মাটি যি আছে, তাতো হাবি।

মানুহ দুজনে নিজৰ মাজতে কথা পাতি গৈছে। মাজে-সময়ে অলপ পৰ বৈ অম্বিকক সুধিছে,— "ৰায় বাপা, পিঠিত বজাটু অলপ থৈ জিৰাবো নাকি?"

অম্বিকে হাৰ মানিব খোজা নাই। সি উত্তৰ দিলে,— "লাহে লাহে যাই থাকু, ভাগাৰ নাল্‌গিবো"।

লাহে লাহে বিৰিণা-খাগৰিৰ মাজেৰে বাট উলিয়াই গৈ গৈ তিনিও যেতিয়া খোলাবন্ধা জাহাজঘাট পালে, তেতিয়া বেলি পাটত বহিছে। গুৱাহাটীমুখী জাহাজ ৰাতিহে এৰিব। লগৰ দুজন গৈ ভাটি অভিমুখে যোৱা জাহাজত গোৱালপাৰালৈ যাবলৈ উঠিল।

"ইস্তাহে উৱাহ পাবা যেন লাগ্‌ছে। ৰায়থেৰ বাপা ভালে ভালে জাহাজত উঠ্‌লাক।" মানুহ দুজনে স্বস্তিৰ নিশ্বাস এৰিলে।

অম্বিকে জাহাজৰ ডকৰ এচুকত লগত নিয়া সৰু বিছনাখন পাৰি ললে। লগতে লৈ অহা ঘটিটো লৈ পানীত নামি ভৰি-মুৰ ধুই পৰিষ্কাৰ ঠাই এডোখৰৰ পৰা পানী এঘটি লৈ জাহাজৰ নিজৰ বিছনা পাৰি থোৱা ঠাই ডোখৰলৈ উঠি আহিল। ভোক আৰু ভাগৰ দুয়োটাই তাক বিতত কৰি তুলিছে। "খাই বৈ শুই থকাই ভাল"।নামঘোষাৰ ঘোষা এফাঁকিৰে ভগবানৰ নাম লৈ বিছনাখনত বহি ঘৰৰ পৰা অনা টোপোলাটো খুলি মাকে নুৰিয়াই বান্ধি দিয়া কলপাত এডোখৰত সান্দহগুৰি কিছু ঢালি পানীৰে সানি ললে তাৰ পাছত গুৰ কেইচকলমান কামুৰি কামুৰি সান্দহ গুৰিখিনি খাই চুৱা কলপাত ডোখৰ নৈত দলিয়াই দি মুখ হাত ধুই বস্তুবোৰ সামৰি-সুতৰি থৈ সি বিছনাত পৰিল। ভাগৰে-জুগৰে বিছনাত দীঘল দিয়াৰ লগে-লগে টোপনিয়ে হেঁচি ধৰিলে। মাকে বাহিৰা বস্তু খাবলৈ হাক দি পঠিয়াইছে। অম্বিকে মাকৰ কথা আখৰে আখৰে পালন কৰিলে।

ঘাটৰ ওচৰতে দুখন চাহপানীৰ দোকান আছিল। তাত জেলেপি আৰু গজাও বিক্ৰি কৰিছিল। দোকান দুখন বাঙালী মানুহৰ আছিল। দোকানত মানুহৰ বৰ ভিৰ হৈছিল। অম্বিক সৰুৰে পৰা পেটুক। জেলেপি খাবলৈ মন আছিল যদিও মাকৰ হাক সুঁৱৰি সি নগ'ল। ঘৰত মাকে মাটি মাহৰ জেলেপি কৰি দিয়ে। গৰম পগোৱা গুৰত

দিয়া মচমচিয়া জেলেপিবোৰ খাবলৈ বৰ সোৱাদ। গভীৰ টোপনিত নপৰালৈকে অম্বিকৰ মনত জেলেপিৰ চেহেৰাকেইটা ছবিৰ দৰে জিলিকি থাকিল।

পাছদিনা ৰাতিপুৱা জাহাজ গৈ পলাশবাৰীৰ ঘাটত লাগিল। বেলি তেতিয়াও ওলোৱা নাই। অম্বিকে নামি গৈ মুখ-হাত ধুই পানী এঘটি আনি পিঠা দুখনমান খালে। তেতিয়ালৈকে ৰাতিপুৱাৰ ৰঙা বেলিটো বগা হৈ পৰিছে। জাহাজৰ ডক আৰু ঘাট কৰ্মচঞ্চল হৈ উঠিছে। বিছনাখন সামৰি একাষৰীয়াকৈ থৈ ৰেইলিঙত ভেঁজা দি অম্বিকে পাৰৰ পিনে চাই আছিল। হঠাতে দেখিলে গাঁৱৰ পৰা ঘাটলৈ অহা পোহাৰী এগৰাকীয়ে পাৰত জাহাজৰ বাবু এজনক কাওঁবাঁওকৈ ধৰিছে।

"নৰু বাবু, এনাই কৰ্লি মৰি যাম বাবু। পইচা কেটামান পাম বুলি ছলিৰ মুখৰ পুৰা কাৰি আনা বস্তু বাবু; দিয়ক, পূৰা তিনি আনা কৰি দিয়ক বাবু। পাঁচ আনা দিলিও অন্যত এনা বস্তু নাপাব বাবু। নৰাতহে তিনি আনাত দিছু।"

অম্বিকে দেখিলে বুঢ়ী পোহাৰীৰ কাকুতি-মিনতিলৈ কাণ নিদি দুই হাতেৰে তিনিটা প্ৰকাণ্ড পকা অমিতা বুকুত সাবটি লৈ বাবুজন জাহাজৰ চিৰিৰ ফালে আগবাঢ়িছে আৰু বুঢ়ীয়ে গৈ বাবুৰ চুৰিয়াখনতে থাপ মাৰি ধৰিছে। কিছুপৰ টনা-আঁজোৰা কৰি ডবল লেংটি মৰা চুৰিয়াখন এৰুৱাই বাবুজনে বুঢ়ীৰ কপালতে গোৰ মাৰি পেলাই দিলে আৰু জাহাজত উঠিবলৈ বেগ দিলে। ইফালে গোৰ খাই বুঢ়ী ছিটিকি গৈ কৰ্ফাল খাই পৰি ৰাউচি জুৰি কান্দিবলৈ ধৰিলে।

অম্বিকে আৰু ৰব নোৱাৰিলে। বিজুলী বেগেৰে ডকৰ পৰা নামি আহি বাবুজনক উধাই-মুধাই ঘুচিয়াই চিৰিৰ পৰা নমাই পেলাই দিলে। তাৰ মুখত অন্য কোনো গালি-গালাজ নাই, কেৱল কৈ আছিল,— "আজলী বুঢ়ী পাই ঠগাব আহিছ? বাবু, বাবু বোলাইছু! হয়নে? বাবু!" বাবুজন পানী যুঁৱলিত পৰি গ'ল। অমিতা কেইটাও ছিটিকি গৈ পানীত পৰিল।

চাৰিওফালে হুলস্থূল লাগি পৰিল। জাহাজৰ কেপ্টেইনজনো নামি আহিল।

"কিহৰ গণ্ডগোল? কি হৈছে?" কেপ্টেইনে ভগা ভগা হিন্দীত ইংৰাজী উচ্চাৰণেৰে কোৱা কথাকেইটা অম্বিকে ভালদৰে বুজি পোৱা নাছিল যদিও আন্দাজ কৰি লৈছিল যে চাহাবে গণ্ডগোলৰ কথাকে সুধিছে।

অম্বিকৰ উগ্ৰমূৰ্ত্তি তেতিয়াও জামৰা নাই। পানীত পৰা পকা অমিতা তিনিটা তুলি আনি কেপ্টেইনক দেখুৱাই ক'লে,— "আপোনাৰ জাহাজৰ বাবু। এই বেচেৰী বুঢ়ীগৰাকীৰ তিনি অনা দামৰ পকা অমিতা তিনিটাত দুই অনা দি বুঢ়ীক ঠগিব খুজিছিল।

বুঢ়ীয়ে পুৰা দাম খোজাত এয়া গোৰ মাৰি পেলাই দিলে। মাকৰ বয়সৰ বুঢ়ীগৰাকীক জোতাৰে কপালত গোৰ মাৰি এয়া তেজ উলিয়াই দিলে। এনে অন্যায়ৰ শাস্তি আপোনালোকৰ বাবুৱে পাব নালাগিবনে?"

কেপ্টেইনে অম্বিকৰ কথাবোৰ ভালদৰে বুজি পোৱা নাছিল। জাহাজৰ এজন কৰ্মচাৰীয়ে চাহাবক গোটেই ঘটনাটো বুজাই দিলে।

অকল কেপ্টেইনেই নহয়, জাহাজখনত থকা দুজন সম্ভ্ৰান্ত অসমীয়া ডাঙৰীয়ায়ো বিচাৰৰ দ্বাৰা বিষয়টোৰ মীমাংসা কৰাত হয়ভৰ দিলে। সোধপোছ কৰাৰ পাছত অম্বিকৰ অভিযোগ সত্য বুলি প্ৰমাণিত হ'ল। সিদ্ধান্ত হ'ল যে বাবুজনে বুঢ়ীগৰাকীক অমিতাৰ পূৰা দাম তিনি অনাতো দিব লাগিবই, তাৰ ওপৰঞ্চি আৰু দুঅনা ক্ষতিপূৰণ হিচাপে দিব লাগিব।

অম্বিকে মুখ পাতি ধৰিলে, "পইচা দিলেই নহ'ব। মাকৰ নিচিনা বুঢ়ীগৰাকীক গোৰ মৰা বাবে বাবুৱে বুঢ়ীআইৰ ওচৰত হাতজোৰ কৰি ক্ষমা বিচাৰিব লাগিব।"

শেষত বাবুগৰাকীয়ে ক্ষতিপূৰণ সহ পাঁচ অনা পইচা দি বুঢ়ীৰ ওচৰত হাতজোৰ কৰি ক্ষমা ভিক্ষা কৰি মুখ ক'লা কৰি জাহাজলৈ উভতি গ'ল। বুঢ়ীয়ে অম্বিকক টপৰ্কৈ চুমা কেইটামান খাই জোলোকা জোলোকে আশীৰ্বাদ দিলে, "ভগবানে তোক ডাঙৰ মানুহ কৰক মোৰ সনাটু, ভালে-কুশলে ৰাখক।"

অকল বুঢ়ীয়েইনহয়, আশীৰ্বাদ আহিল সেই সৌম্য, অভিজাত চেহেৰাৰ অসমীয়া ডাঙৰীয়া দুগৰাকীৰ পৰাও। সেই ডাঙৰীয়া দুগৰাকীৰ এগৰাকী আছিল চুটি-চাপৰ, তীক্ষ্ণ উজ্জ্বল দৃষ্টিৰ। আনগৰাকী আছিল মূৰত মথুৰা পাগেৰে দাড়িয়ে-গোঁফে গহীন-গম্ভীৰ ওখ-পাখ চেহেৰাৰ। পাছত অম্বিকে জানিছিল, প্ৰথম গৰাকীৰ নাম কমলা কান্ত ভট্টাচাৰ্য আৰু দ্বিতীয় গৰাকীৰ নাম হৰিবিলাস আগৰৱালা। তেখেতসকলে অম্বিকক হাতত ধৰি ওচৰলৈ মাতি নি সুধিলে, "তুমি ক'ৰ ল'ৰা বোপা? ক'ৰ পৰা আহিছা—ক'লৈ যাবা? লগত কোনোবা আছে নে অকলে আহিছা?"

অম্বিকে নিজৰ পৰিচয় দিলে, "মই বৰপেটাৰ পৰা আহিছোঁ, গুৱাহাটীত পঢ়োঁ। বৰপেটাৰ ৰায় বংশৰ বুলি কয় আমাক। লগত কোনো নাই, অকলেই আহিছোঁ।"

হৰিবিলাস আগৰৱালাই অম্বিকক সাবট মাৰি ধৰি ক'লে,—"সেয়েহে! তুমি আমাৰ গুৰু বংশৰ ল'ৰা বোপা! গুৰুজনাই সদায় তোমাক ৰক্ষা কৰি থাকক।"

কমলাকান্তই পিঠিত চপৰিয়াই ক'লে, "চাবাচ। ইয়াকে কয় শংকৰৰ সাহস। শংকৰদেৱে তোমাৰ বয়সতে বনৰীয়া ম'হৰ লগত যুঁজি পোহ মনাইছিল। জানানে নাই?"

অম্বিকে মূৰ ডুপিয়ালে। ভট্টাচাৰ্যই পুনৰ ক'লে,—"ময়ো অনন্ত কন্দলীৰ বংশধৰ। শংকৰদেৱ আৰু অনন্ত কন্দলী সখি আছিল। আমি দুয়ো এক, নহয়নে?"

অম্বিকে ভট্টাচাৰ্যৰ মুখলৈ চাই হাঁহিলে।

"হাঁহিছা? এক মানে একাত্ম, হয় নে নহয়?"

অম্বিকে এইবাৰ ডাঙৰকৈ হাঁহি হাঁহি ক'লে,—"হয় বুজিছোঁ। আপুনি আৰু মই এক আত্মা।"

কমলাকান্ত আৰু হৰিবিলাসে হাঁহি মাৰি ক'লে,—"এৰা, আমি এক আত্মা। তুমি গুৰুজনাৰ বংশধৰ, মই হ'লো শিষ্য আৰু ভট্টাচাৰ্য হ'ল গুৰুজনাৰ সখিৰ বংশধৰ। গুৰু-শিষ্য-সখি আটায়ে অভিন্ন—একাত্ম। আমি একে বাটৰ বাটৰুৱা"।

তাৰ পাছত ভট্টাচাৰ্য আৰু আগৰৱালা দুয়ো গম্ভীৰ সুৰত অম্বিকক ক'লে,—"বোপা আমি দুয়ো তেজপুৰলৈ যাম। মোৰ লগত তুমি যাবানে? ময়ে তোমাক পঢ়ুৱাম।"

অম্বিকে মূৰ জোকাৰিলে—নাযায়, গুৱাহাটীতে পঢ়িব। ইতিমধ্যে জাহাজ আহি গুৱাহাটী পালেহি। অম্বিকে টালি-টোপোলা তুলি লৈ ডাঙৰীয়া দুগৰাকীৰ পৰা বিদায় লৈ জাহাজৰ পৰা নামি গ'ল।

অম্বিক গুৱাহাটীলৈ পঢ়িবলৈ অহাৰ প্ৰায় ডেৰ বছৰ মান আগতে হৰমোহন চিৰস্তাদাৰৰ আশ্ৰিত সম্পৰ্কীয় ভায়েক এজন গণককুছিতে সান্নিপাত জ্বৰত পৰি ঢুকাইছিল। ঘৰত অৰ্থাৎ গণককুছিত সন্তানহীনা বিধবাগৰাকী অকলে থাকিব লগা হোৱাত চিৰস্তাদাৰে তেওঁৰ পত্নীকো তাতে থৈ দিছিল। তেওঁলোকৰ একমাত্ৰ ল'ৰা পিয়াৰীমোহনে কলিকতাত থাকি মেডিকেল পঢ়ি আছিল। এতিয়া অম্বিক গুৱাহাটীলৈ অহাত আৰু চিৰস্তাদাৰৰো অফিচৰ কাম বঢ়াত সেইবাৰ বিহুত ঘৰলৈ যাওঁতে হৰমোহনে তেওঁৰ পত্নী আৰু বিধৱা ভাই-বোৱাৰীয়েককো লগত লৈ গৈছিল। ভাই বোৱাৰীয়েকৰ অলপ মূৰৰ বিকাৰ আছে, মতা মানুহ নোহোৱাকৈ দুগৰাকী তিৰোতা মানুহক অকলে গণককুছিত এৰিব নোৱাৰি। বিৰাট বাৰীখনৰ গছৰ তলে-তলে অকলে অকলে ঘূৰি ফুৰে, খোৱা-বোৱাৰ ঠিকনা নাই। বহুতো বেজ-ওজা লগোৱা হ'ল, একো লাভ হোৱা নাই। পূজাৰ (দুৰ্গাপূজা) বন্ধত পিয়াৰী গুৱাহাটীলৈ অহাৰ কথা। এইবাৰ পিয়াৰীয়ে মেডিকেলৰ ফাইনেল দিব। খুৰীয়েকক তাকে দেখুৱাই এবাৰ ডাক্তৰী চিকিৎসা কৰি চাব পৰা যাব।

অম্বিক যেতিয়া ঘৰ সোমাল চিৰন্তাদাৰৰ পত্নীয়ে ৰন্ধা-বঢ়া শেষ কৰিছে। চিৰন্তাদাৰে দুপৰীয়া ঘোঁৰাবাগীত উঠি ভাত খাবলৈ ঘৰলৈ আহে।

অম্বিকক দেখিয়েই চিৰন্তাদাৰণীয়ে ক'লে,—"অম্বিক আহি পাইছাহ্ ? ভালে হৈছে দে। গাটু ধুই লো। দাদেও আহি পাইছে, একেলগে ভাত দেউঁ"।

অম্বিকে টোপোলাটো থৈ গামোচা সলাই কুঁৱাৰ পাৰত গা ধুবলৈ গৈ দেখিলে ৰান্ধনিঘৰৰ দুৱাৰ মুখতে বিধৱাগৰাকী থিয় দি অম্বিকৰ ফালে চাই ঢেক্‌ঢেককৈ হাঁহিবলৈ ধৰিছে আৰু অম্বিকক উদ্দেশ্য কৰি কৈছে,—"যাবা, যাবা! মাছৰ আঞ্জা আছে যাবা, ভাল্‌কে খাবা"।

অম্বিকে মুখেৰে একো নামাতি গা ধুই ঘৰৰ পিনে কাপোৰ সলাবলৈ দুখোজ আহিছেহে, এনেতে পাগলীগৰাকী দপ্‌দপাই আহি অম্বিকৰ পিঠিত ঢকিয়াই দি খিল্‌খিলাই হাঁহিবলৈ ধৰিলে।

"অঃ বৰডেকা হৈছা, তাগ্‌ৰা হৈছা নহেয় না, খাজা খাবা, মাছ খাবা।"

চিৰন্তাদাৰণীয়ে বিধৱা জাকক ধম্‌কি দিলে,—"এই কুন্‌তি, কি কৰছাহ্, যা তোৰ পাগটু মুচ যাই!"

ভয়ে ভয়ে বৰ জাকৰ পিনে চাই কুন্তি (হৰমোহনৰ বিধৱা ভাইবোৱাৰী) ৰান্ধনিঘৰৰ এচুকত থকা নিজৰ আখলটোৰ পিনে গ'ল।

চিৰন্তাদাৰণীয়ে চিৰন্তাদাৰক আজিকালি বৰঘৰৰ মজিয়াতে ভাত দিয়ে। ৰান্ধনিঘৰটোৰ ওচৰতে থকা খেৰিঘৰটোৰ এটা কোঠাত কুন্তি থাকে। আন এটা কোঠাত লিগিৰাটোৰ লগতে অম্বিকৰ বিছনাখন দিছে। অম্বিক তাতে থাকিব। মূল ঘৰটোৰ তিনিটা কোঠা। বাহিৰৰ পিনে থকা কোঠাটোত আলহী আহিলে বহে, তাতে চিৰন্তাদাৰৰ ঘৰৰ অফিছটোও। ভিতৰৰ কোঠা দুটাৰ এটাত চিৰন্তাদাৰ আৰু চিৰন্তাদাৰণী থাকে। ইটো কোঠা পিয়াৰী মোহনৰ বাবে আজুতীয়াকৈ থৈছে। সেই কোঠাটোৰ মজিয়াতে চিৰন্তাদাৰ আৰু অম্বিক খাবলৈ বহিল। খাবলৈ বহি অম্বিকৰ চিৰন্তাদাৰৰ বিধৱা ভাইবোৱাৰীয়েকে হাঁহি হাঁহি তাক কোৱা কথাষাৰ মনত পৰিল—"খাবা, খাবা, মাছৰ আঞ্জা আছে যাবা!" বেচেৰী, কিমানেই বা বয়স; বৰ বেছি যোল্ল! মাছ বৰ ভাল পাইছিল চাগৈ। এতিয়াতো মাছ-তাছ বন্ধই; ভাতো নিজ পাগে এসাজহে খাব পাৰে! অম্বিকে মাছৰ আঞ্জাত আগৰ দৰে তৃপ্তি নাপালে, কোনোমতে খাই নিজৰ কোঠাত সোমালগৈ। চিৰন্তাদাৰেও গুৰুগুৰিটোত কেইটানমান মাৰি মুখত চুণে-ধপাতে ডাঙৰকৈ তামোল এখন সুমুৱাই বাগীত উঠি অফিছলৈ গুচি গ'ল।

এইদৰে হৰমোহন চিৰস্তাদাৰৰ সংসাৰ আৰু অম্বিকৰ স্কুললৈ অহা-যোৱা চলি আছিল।

তেতিয়া অম্বিক ৬ষ্ঠ বৰ্গ অৰ্থাৎ পঞ্চম মানত পঢ়ে।

সেইবাৰ পূজাৰ সময়ত গৌৰীপুৰৰ ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ পৃষ্ঠপোষকতাত ধুবুৰীৰ গৌৰীপুৰ ময়দানত বছৰেকীয়া ফুটবল খেল। কোচবিহাৰৰ পৰাও টিম আহিব। অম্বিকৰ সৰুৰে পৰা খেলা-ধূলাত বৰ ৰাপ। শৰীৰত শক্তিও যথেষ্ট। স্কুলৰ ফুটবল টিমত ছেণ্টাৰ ফৰৱাৰ্ডত খেলিছিল। প্ৰতিপক্ষক পৰাভূত কৰি গাৰ বলেৰে বল আগুৱাই নি শ্বট মৰাত পাকৈত আছিল। এইবাৰ স্কুলৰ টিমত সিও অন্তৰ্ভুক্ত হ'ল। জাহাজেৰে গৈ ধুবুৰীত নামি পাছত খোজকাঢ়ি গৈ গৌৰীপুৰ পাব লাগে। ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাই গোটেই টিমটোৰ বাবে থকা-খোৱাৰ ব্যৱস্থা গৌৰীপুৰতে কৰিছে। টিমটোত অম্বিকৰ লগতে হেমৰথ দত্ত চৌধুৰী আৰু সুন্দৰীদিয়াৰ ৰাধা অধিকাৰীও গৈছিল। হেমৰথ আছিল হৰমোহন চিৰস্তাদাৰৰ চুবুৰীয়া প্ৰসন্ন পেস্কাৰৰ খুলশালীয়েক। এই প্ৰসন্ন চৌধুৰী পেস্কাৰ হ'ল বিখ্যাত গায়ক স্বৰ্গীয় কমল নাৰায়ণ চৌধুৰীৰ পিতাক।

গৌৰীপুৰৰ জমিদাৰ প্ৰভাত চন্দ্ৰ বৰুৱা শিক্ষা-সংস্কৃতি ক্ৰীড়া আদিৰ এক নিষ্ঠাবান পৃষ্ঠপোষক আছিল। তেওঁৰেই প্ৰথম পুত্ৰ আছিল বিখ্যাত চলচ্চিত্ৰ পৰিচালক আৰু অভিনেতা প্ৰমথেশ্চন্দ্ৰ বৰুৱা। প্ৰভাত চন্দ্ৰ বৰুৱা ভাল চিকাৰীও আছিল। পিতৃৰ এই গুণ আহৰণ কৰিছিল তেওঁৰ দ্বিতীয় পুত্ৰ বিখ্যাত হাতী চিকাৰী লালজী ওৰফে কুমাৰ প্ৰকৃতীশ্চন্দ্ৰ বৰুৱাই।

গৌৰীপুৰ ময়দানত খেলা অনুষ্ঠানটো সম্পূৰ্ণ ৰাজকীয় অনুষ্ঠান আছিল। ৰাজা চাহেব নিজে ৰাণী চাহেবাৰ লগত ব্যক্তিগতভাৱে উপস্থিত থাকিছিল। সেইবাৰৰ অম্বিকহঁতৰ খেলখনো ৰজা প্ৰভাত চন্দ্ৰ বৰুৱা ৰাণী সৰযুবালা দেৱীসহ আহি খেল পথাৰত ৰজা বাহাদুৰৰ বাবে আচুতীয়াকৈ সজাই থোৱা আসন গ্ৰহণ কৰাৰ লগে-লগে আৰম্ভ হ'ল। ৰাণী আৰু অন্যান্য অভিজাত মহিলাসকলৰ বাবে বাঁহৰ পৰ্দাৰে ঘেৰা বিশেষ ব্যৱস্থা আছিল। অম্বিকৰ ফুটবল খেলা আৰু নিৰ্ভীক স্বচ্ছল চালচলনে ৰজা বাহাদুৰৰ দৃষ্টি আকৰ্ষণ কৰিলে। দলৰ দায়িত্বত অহা শিক্ষকগৰাকীৰ পৰা অম্বিকৰ সম্পৰ্কে সকলো বৃত্তান্ত জানি ললে। জনা গ'ল যে অম্বিক তেওঁলোকৰ জাতিৰ ল'ৰা। ৰজা বাহাদুৰে অম্বিকক ৰাজবাৰীলৈ মাতি নি খা-খবৰ কৰোঁতে জনা গ'ল যে ৰাণী সৰযু বালাৰ পিতৃ অযোধ্যাকান্ত বৰ্তমানে যদিও গোৱালপাৰাৰ দলগোমা সত্ৰত

আছে, তেওঁলোকৰ অষ্টম উপৰিপুৰুষ ৰামচৰণ ঠাকুৰ অম্বিকৰ মাতৃৰো অষ্টম উপৰিপুৰুষ আৰু তেওঁ হ'ল সেই একেজন সুন্দৰীদিয়া সত্ৰৰ অধিকাৰ ৰামচৰণ ঠাকুৰ,— যাৰ মাক আছিল মাধৱদেৱ মহাপুৰুষৰ ভগ্নী উৰ্বশী।

ৰজা বাহাদুৰে অম্বিকক মাতি নি একেবাৰে অন্তঃপুৰত ৰাণী সৰযুবালাৰ সমুখত হাজিৰ কৰিলেহি।

"ৰাণী, তোমাৰ ভূকান্তহে একমাত্ৰ ভাই বুলি বেজাৰ কৰি আছিলা। এয়া চোৱা আৰু এজন ভাই,—পেহীয়েৰাৰ ল'ৰা ভাই অম্বিক।"

ৰাণী সৰযু আনন্দত উত্ৰাৱল হৈ পৰিল, "হয় নাকি? ভাই? চুন্দৰীদিয়া চত্ৰৰ নাকি? কুন্‌থাকি আইছে, কুন্থে আছে?"

"সুন্দৰীদিয়াৰ নহয়, বৰপেটাৰ ৰায় বংশৰ—এওঁৰ মাকহে সুন্দৰীদিয়াৰ ৰামচৰণ ঠাকুৰৰ বংশ।"

"অয় তাহলে বাইৰত ঠাকবে কেনে? অতি ৰাজবাৰীতেই থাক্‌বে। কয়া দেন সব্বাকে।" ৰাণী সৰযুবালাই ৰজা প্ৰভাতচন্দ্ৰক ক'লে।

অম্বিক তাৰ পাছত ৰাজবাৰীতে থাকিবলৈ বাধ্য হ'ল।

ৰজা প্ৰভাতচন্দ্ৰই অম্বিকক ক'লে, "চোৱা অম্বিক, গুৱাহাটীত তুমি পেহীয়েৰাৰ ল'ৰাৰ লগত থাকি পঢ়িবা। সৰোজা তোমাৰ মামাৰ ছোৱালী। গৌৰীপুৰৰ মাইনৰ স্কুলখন দুবছৰ আগতে মই হাইস্কুল কৰিলো। তুমি ইয়াতে থাকি তাতে পঢ়া। মই চিৰস্তাদাৰক জনাই দিম। গৌৰীপুৰ স্কুলতো ফুটবল টিম খুলিছোঁ। ভাল খেলুৱৈ লাগে। ইয়াৰ স্কুলৰ টিমটোক ৰংপুৰ আৰু কোচবিহাৰলৈ খেলিবলৈ পঠিয়াম বুলি ভাবিছোঁ। টিমটোত তুমিও যাব লাগিব।"

অম্বিকে বাহিৰলৈ খেলিবলৈ যোৱাৰ হেঁপাহতে বৰ আপত্তি নকৰিলে। ৰাজবাৰীৰ পৰাই অম্বিকৰ স্কুল আৰু খেলা দুয়োটা চলি থাকিল। তাত থাকোঁতেই অম্বিকে ৰাজবাৰীৰ গানৰ আসৰত বহি ব্ৰাহ্মসংগীতৰ বিচিত্ৰতাৰ সোৱাদ পালে আৰু নিজেও সুবিধা বুজি বৰগীত আৰু নামঘোষা ৰাগ টানি গাই আটাইকে মুগ্ধ কৰিলে। ইয়াৰ ভিতৰতে ৰংপুৰ আৰু কোচবিহাৰতো ফুটবল খেলি আহিলগৈ।

গৌৰীপুৰ হাইস্কুলৰ যিগৰাকী শিক্ষকে অম্বিকহঁতৰ শ্ৰেণীত পঢ়ুৱাইছিল তেওঁৰ নাম আছিল কৃপানাথ ভট্টাচাৰ্য। অম্বিকক কেইদিনমান শ্ৰেণীত পায়েই তেওঁ বুজি পালে যে ধী-শক্তি ল'ৰাজনৰ বেছি যদিও পঢ়া-শুনাত ধাউতি কম। ৰজা বাহাদুৰৰ খুলশালীয়েক বাবে ভট্টাচাৰ্যই অম্বিকৰ পঢ়া-শুনাৰ পিনে মনোযোগ বেচ দিছিল; কিন্তু অম্বিকে শ্ৰেণীত পাঠ লোৱাতকৈ বাহিৰত খেলা আৰু গানত বেছি ব্যস্ত হৈ

থকা দেখি বৰ উদ্বিগ্ন হৈ পৰিল। অৱশেষত তেওঁ এদিন গৈ ৰজা প্ৰভাতচন্দ্ৰক গোচৰেই দিলে।

"ৰাজা চাহেব! অম্বিক ৰায়ক স্কুলত নাম লিখি দিছে, বুদ্ধিও ভাল। কিন্তু পঢ়া-শুনাততো মন থকা যেন লগা নাই। মাত্ৰ খেলা আৰু গান লৈ ব্যস্ত! কি কৰা যায়।"

ৰজা প্ৰভাত চন্দ্ৰই মুখ টিপি হাঁহি ক'লে, "কোনো চিন্তা নকৰিব। নতুন ঠাই, হয়তো মন বহা নাই। সময়ত ঠিক হৈ যাব।"

মুখেৰে যদিও তেনেদৰে কৈছিল ৰজা বাহাদুৰে বুজি পাইছিল অম্বিক বৰ বেছি দিন গৌৰীপুৰত নাথাকিব। মনৰ এই শংকা কিন্তু তেওঁ ৰাণীৰ ওচৰতো ব্যক্ত কৰা নাছিল। তেওঁ বুজিছিল, বনৰীয়া ঘোঁৰাক সহজে বান্ধি ৰাখিব নোৱাৰি।

ৰাণী সৰযুবালাই তেতিয়া তেওঁৰ একমাত্ৰ ভায়েক ভূকান্ত অধিকাৰীৰ বাবে কন্যাৰ সন্ধান কৰি আছিল। অম্বিকৰ পৰাই গম পালে যে তেওঁলোকৰে বংশৰ খুৰাক গজেন্দ্ৰ ৰায় চৌধুৰীৰ এক গৌৰীদানযোগ্যা কন্যা আছে। ৰাণী সৰযুবালাৰ বয়স তেতিয়া ১৭-১৮ বছৰ আৰু ভূকান্তৰ বয়স ১৪-১৫ বছৰতকৈ বেছি নহয়। দুয়োকে সম্বন্ধৰ বাবে কথা-বতৰা প্ৰায় পকা হৈ গ'ল। অকল সেয়ে নহয় ইয়াৰ [illegible] ৰাজা প্ৰভাত চন্দ্ৰৰ পিতৃ ৰাজা প্ৰতাপ চন্দ্ৰৰ দ্বিতীয়া পত্নী আনন্দময়ীৰ ভ্ৰাতৃ [illegible] কন্যাৰ লগত অম্বিকৰ ককায়েক গিৰীশৰ বৈবাহিক সম্পৰ্ক স্থাপনৰ চিন্তাও তেতিয়াই ৰাণী সৰযুবালাৰ ভৱিষ্যতৰ আঁচনিত সোমাল।

গৌৰীপুৰ ৰাজবাৰীত ৰাণী সৰোজা ওৰফে সৰযুবালাৰ তত্ত্বাৱধানত বিলাসবহুল আদৰ-আপ্যায়নৰ হেঁচাত অম্বিকে উশাহ নোপোৱা যেন পালে। নামতহে স্কুলত পঢ়া; খেলা-ধূলা, গান-বাজনা, নাচ-বাগ, ফুৰা-চকা আদিতে দিনটো পাৰ হৈ যায়। এইবোৰ কাম অম্বিকে বেয়া পোৱা নাছিল; কিন্তু যি ৰাজকীয় আদব-কায়দা, বিলাস-ব্যসন ব্যয়-বাহুল্যৰ প্ৰাবল্য, অম্বিকে তাক সহিব পৰা নাছিল। শেষত সি গৌৰীপুৰ এৰাৰে সিদ্ধান্ত ল'লে। ৰাণী সৰযুবালাৰ ওজৰ-আপত্তিয়েও তাক টলাব নোৱাৰিলে। শেষত ৰাজা প্ৰভাত চন্দ্ৰই তাৰ ভৱিষ্যতে কিবা দৰকাৰ হ'লে তেওঁক জনাবলৈ যাতে নাপাহৰে তাকে সঁকীয়াই দি অম্বিকক গুৱাহাটীলৈ পঠিয়াই দিলে। লগতে হৰমোহন চিৰস্তাদাৰলৈ এখন চিঠি দিলে যাতে তেওঁ অম্বিক আৰু গিৰীশ সম্পৰ্কে ৰাজা চাহেবৰ লগত যোগাযোগ ৰাখে।

ধুবুৰীত জাহাজত উঠি দুদিন পাছত অম্বিক আহি গুৱাহাটীৰ কাঁচিবজাৰ ঘাটত

নামিল। তাৰ পৰা খোজ কাঢ়ি আহি বৰপেটীয়াপাৰাৰ ঘৰত উঠি দেখিলে এইকেইমাহতে বহুখিনি ঘটনা ঘটি গৈছে। চিৰন্তাদাৰৰ ভাই-বোৱাৰীয়েকে দুৰ্গা পূজাৰ সময়তে আত্মহত্যা কৰিলে। চিৰন্তাদাৰণীয়ে ঘটনাটো বৰ্ণনা কৰি ক'লে।'

"তাইৰ চৰিত্ৰ বেয়া হৈ গৈইছিল এ অম্বিক। খুব বেয়া হৈছিল। নমৰ্‌লি লেঠাই লাগিল হৈ।"

প্ৰকৃত ঘটনাটো জনা গ'ল অম্বিকৰ কোঠাতে থকা কাম কৰা ল'ৰাটোৰ পৰা।

পূজাৰ বন্ধত পিয়াৰী মোহন কেইদিনমানৰ কাৰণে আহিছিল। ফাইনেল পৰীক্ষা হোৱা নাছিল—ক্লাছো কেইমাহমান বাকী আছিল। গতিকে লক্ষ্মীপূজাৰ পাছতে কলিকতালৈ যোৱাৰ কথা। তেওঁ আহি খুৰীয়েকক চাইছিল। খুৰীয়েকে বোলে পিয়াৰীমোহন থাকিলে ঠাণ্ডা হৈ থাকে, মিচিকিয়াই হাঁহি থাকে। পিয়াৰীমোহনৰ বিছনা, কাপোৰ-কানি সামৰি-সুতৰি চিজিল লগাই থয়। চিৰন্তাদাৰণীয়ে মন কৰি আছিল। এদিন হেনো দেখিলে পিয়াৰী মোহনৰ গাৰুটো সাবটি চুমা খাই আছে। চিৰন্তাদাৰণীয়ে সৰুজাকক চকু পকাই খেদি গৈ প্ৰচণ্ড চৰ এটা মাৰিলে। কুন্তীয়ে হেনো একো নক'লে। কিছু সময় শিলৰ দৰে থিয় দি থাকি নিজে থকা কোঠাটোত যে সোমাল, বাহিৰলৈ আৰু নোলালেই। দুদিন ভাত-পানী নোখোৱাকৈ বিছনাতে পৰি থাকিল। তৃতীয় দিনা ৰাতি বাৰীৰ গছ এজোপাত চিপজৰী লসে। পিয়াৰী মোহনে এইবোৰ একো গম নাপালে। খুৰীয়েক মৰাৰ আগদিনা কলিকতালৈ ৰাওনা হোৱাৰ সময়ত মাকক খুৰীয়েকৰ কথা সোধাত মাকে হেনো ক'লে, - "তাই পাগৰ বাহিৰ হৈছে। এইকেইদিন তাই ঘৰটুটে সুমে থাকে, বাহিৰ নলোই। থাক্ দে। মাত দিবা নাল্‌গে, মিছা মিছি লাজ পাবো তাই।"

পিয়াৰী মোহনে কোঠাৰ বাহিৰৰ পৰাই মাত দি গৈছিল,—"যাউঁ দে খুৰী। ভাল্‌কে থাক্‌বি।"

লিগিৰাজনে হেনো বিধবা গৰাকীয়ে নিজৰ কোঠাটোৰ ভিতৰত উচুপি উচুপি কান্দি থকা শুনিছিল। সকলো কথা শুনি অম্বিকৰ বৰ বেজাৰ লাগিছিল। কিন্তু কৰিবলৈ একো নাই, যি হ'ব লগা আছিল হৈ গ'ল।

অম্বিকে পুনৰ স্কুলত পঞ্চমমানত নাম লিখিলে। গৌৰীপুৰৰ স্কুলত নাম লিখিছিল যদিও পঢ়া-শুনা প্ৰায় হোৱাই নাছিল বুলিব লাগে।

এদিন স্কুলৰ পৰা খেলি-ধুলি ঘূৰি-পকি উভতি আহি ঘৰত সোমাওঁতে অম্বিকৰ প্ৰায় ৰাতিয়েই হ'ল। তেতিয়া কৃষ্ণপক্ষ চলি আছিল। বাহিৰত ঘিটমিটিয়া আন্ধাৰ

অম্বিকে কুঁৱাৰ পাৰত ভৰি-হাত ধুই পঢ়াত বহিবলৈ যো-জা কৰিছেহে, এনেতে ৰাপ্পনিখৰৰ পৰা চিৰস্তাদাৰৰ পত্নী কঁপি কঁপি আহি অম্বিকৰ কোঠাত সোমাল। মানুহগৰাকী ভয়ত শেঁতা পৰিছিল, চকু দুটাৰ দৃষ্টি থৰ হৈ গৈছিল, কথাবোৰ অস্পষ্ট আছিল। তেওঁ আহি ফুচফুচাই কোবাদি অম্বিকক ক'লেহি,—"বাপু! বাপু! আমাৰ বাপুৰ বৰী ইয়াতে ঘূৰি আছে। মোক ভাজা মাছ খুজ্‌ছে।"

আত্মহত্যা কৰা মানুহৰ শ্ৰাদ্ধ-সংস্কাৰ কৰা নহয়। তেনে মৃতকসকলৰ আত্মাই প্ৰেত হৈ পৃথিৱীত ঘূৰি ফুৰে বুলি লোক-বিশ্বাস এটা আছে।

বৌৱেকৰ ভয় আৰু কথা কোৱাৰ ধৰণ দেখি অম্বিকে হাঁহি ৰাখিব নোৱাৰি হাঃ হাঃকৈ হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহি সি ক'বলৈ ধৰিলে,—"ভাজা মাছ খুজ্‌ছে, হাঃ হাঃ হাঃ, ভাজা মাছ খুজ্‌ছে।"

ভাইবোৱাৰীয়েক মৰাৰ পাছৰ পৰা চিৰস্তাদাৰে অফিছৰ পৰা অলপ সোনকালে আহে। চিৰস্তাদাৰণীৰ ভয়ৰ কথা তেওঁ জানে। গতিকে ৰাতিৰ সাজৰ বন্ধা-বঢ়া যাতে গধূলিতে হৈ যায় তাৰ বাবে তেওঁ কৈ থৈছে।

আনদিনাৰ দৰে সিদিনাও তেওঁ অফিছৰ পৰা আহি চাহ খাই নিজৰ শোৱা কোঠাৰ বিছনাত বাগৰি আছিল যাতে চিৰস্তাদাৰণীয়ে মাত দিলেই তেওঁক গম পায়। শোৱাকোঠাৰ পৰাই অম্বিকৰ হাঁহি শুনি তেওঁ বাহিৰলৈ ওলাই আহিল। অম্বিকে হাঁহিলে কেউপিনে ৰজন্‌জনাই যায়। ওলাই আহি তেওঁ সুধিলে, "ইমান্‌কৈ হাঁহিছাহ্ কিয়ো এ, কি হৈছে?"

চিৰস্তাদাৰ অহাৰ লগে-লগে অম্বিকৰ হাঁহি বন্ধ হৈ গ'ল। চিৰস্তাদাৰৰ পত্নী তেতিয়াও তাত থিয় দিয়েই আছিল। কোঠাটোৰ মজিয়াত এটা কেৰাছিনৰ চাকি জ্বলি আছিল। হাতত মাছ ভজা খণ্ডিখন লৈ থিয় হৈ থকা ঘৈণীয়েকক দেখি হৰমোহনে তেওঁকে সুধিলে,—"তুমি এতে কিয়ো? কি কৰ্‌ছা? হাতত খণ্ডিখেন কিয়ো?"

চিৰস্তাদাৰৰ পত্নীয়ে ভয়ে-ভয়ে গোটেই ঘটনাটো বৰ্ণনা কৰিলে,—"মই হাইহালত মাছ ভাজি আছিলু। আজি খগাও দেখুন নাই—কবাত অলে গেইছে। মই মাছ ভাজি আছু, তেনাতে বেৰাৰ মাজেদি হাত এখেন সুমে আহিল। হাতখেনৰ আঙুলি পাতা গটে হাৰা—ছাল-মাংস একো নাই। বাপুৰ বৰীৰ মাতটু নাকেদি অলৈছিল। কৈছিল,—'বাই মাছ ভাজা দিবোনা?' মই ভয় খাই মাছ-তাছ তেন্‌কে ফেলেই দাউৰি গুচি আইহ্‌ছু। মোৰ একলাই ভয় লাগে।"

চিৰস্তাদাৰেও হাঁহিব বুলি চিৰস্তাদাৰণীয়ে ভয় খাইছিল। কলিকতাত ডাক্তৰী পঢ়ি থকা সন্তানৰ মাতৃ এই নাৰীগৰাকীৰ মুখৰ অৱস্থালৈ চাই হৰমোহনে হাঁহিব

নোৱাৰিলে। গহীন হৈ ক'লে,—"আহ্, অম্বিক, আমি পাকঘৰক যাওঁ। তই পাকঘৰতে বহি বৌৱেক ৰখি থাক্‌বি। ৰতিখেন এন্‌কে থাক্‌বা নাল্‌গে। খাই-বৈ সন্‌কালে শুই থাক্‌বা লাগে।"

অম্বিকে তলমূৰকৈ ককায়েকৰ লগে-লগে বৌৱেকৰ পিছ ললে। তাৰ মনত পৰিল সিবাৰ সৰু বৌৱেকে তাৰ পিঠিত ঢকা মাৰি কোৱা কথা,—"আঃ ৰৰডেকা হৈছা! বৰ ভাগ্‌ৰা হৈছা নহই না, খাৱা খাৱা, মাছ খাৱা।" তেতিয়াতকৈ এতিয়া সি আৰু ডাঙৰ দীঘল হৈছে—গা-গাৰিও হৈছে। এতিয়া তাৰ পোন্ধৰ-ষোল্ল বছৰ—ডেকা হৈ আহিছে। তাক চাব নালাগে, সিহে আনৰ দায়িত্ব লব পৰা হৈছে। কিন্তু মাছ? এৰা কুন্তী বৌৱেকে মাছ বৰ ভাল পাইছিল।

ৰান্ধনিঘৰৰ দুৱাৰখনৰ ওচৰতে পীৰা এখন পাৰি দিবলৈ পত্নীক নিৰ্দেশ দি হৰমোহনে ক'লে,—"চাতি একখোৰ জ্বলে দুৱাৰ মুখতে থৈ দিয়া। যাবা, ভয় নকৰ্‌বা। অম্বিক ইয়াতে থাক্‌বো। একো ভয় নাই। অম্বিক্, দৰকাৰ হ'লি মোক গোৰি দিবি। মই অনে থাকিম। বৈঠকখানাত বহঁ যাই, অলপ কাম আছে।"

সিদিনা ৰাতি ৰান্ধনি ঘৰৰ মজিয়াত বহি একেলগে ভাত খাই থকাৰ সময়ত অম্বিকে হৰমোহনক সুধিছিল,—"দাদা মানুহ মৰ্‌লি ভূত হয় নাকি? ভূত সঁচাই আছে না?"

চিৰন্তাদাৱে গহীন সুৰত উত্তৰ দিছিল, "মানুহ মৰ্‌লি ভূত হয় না নাই নাজ্‌নু। কিন্তু অতৃপ্ত আত্মাই ভূত হৈ ঘূৰি ফুৰে বুলি মানুহে কয়। ময়ো একদিন ৰাতি বগা কাপোৰ পিন্ধা তিৰি এটা চতালৰ ফালৰ পৰা যাই পিছফালৰ খেজুৰ জপাত উঠি উপ্‌ৰোত যাই নহ হৈ য দেখ্‌ছিলু। ভাইৰবী হেন লাগ্‌ছিল। কবা নৰু, হবাও পাৰে—নহবাও পাৰে। চখুৰ ভ্ৰমো হবা পাৰে। নাজ্‌নু। ভয়ে ভূত বুলি কয়। ভয় নকৰ্‌লি ভূতে একো কৰ্‌বা নৰে। তই বৌৱেৰ লগে-লগে থাক্‌বি। পাকঘৰ বন্ধ কৰিহে শুবা যাবি।"

অম্বিকে নিজকে বৰ ডাঙৰ ডাঙৰ যেন পালে। ডাঙৰ যে হৈছে, সি ঠিক। এইবাৰ চিৰন্তাদাৰণীয়েও তাক অম্বিক নুবুলি বাপু বুলি কৈছে। তইৰ ঠাইত তুমি কৈছে। অম্বিকে খোৱা সাজ-বাচনবোৰ ধোৱাৰ সময়তো বৌৱেকৰ ওচৰতে থিয় দি আছিল। বৌৱেকে কৈ আছিল,—"বাপুৰ বৰী বৰ দুখত মৰিল্ল। ছলি-পলি হবাৰে নহ'ল। বাপুও গেল। তাই ধিক্‌কাৰ লাগিয়ে মৰিল। নহলি সইহ্‌বা দি মৰ্‌বা সাহ কৰ্‌বা পাৰে না?"

অম্বিকে সান্ত্বনাৰ সুৰত কৈছিল,—"বৌ, সৰু বৌৰ প্ৰেতাত্মা যদি ইয়াতে আছে, তেওঁ আপ্‌নাৰ বা আমাৰ কাৰো একো অন্যায় নক্‌ৰে। আপ্‌নি তেওঁক যাবা কক্ ইয়াৰ পৰা।"

চিৰন্তাদাৰৰ পত্নীয়ে ধোৱা সাজ-বাচনবোৰ সামৰি থৈ আহি খেজুৰ জোপাৰ পিনে মুখ কৰি হাতযোৰ কৰি কৈছিল,—"বাপুৰ বৰী। তই ইয়াৰ পৰা যা। আমি তোৰ একো অন্যায় কৰা নাই। ভাইশউঁহ্‌ৰেক তোৰ নামত এটা পিণ্ড দিবা কম। তই যে গেইছাহ্‌ চিন এটা দি থৈ যাবি।"

চিৰন্তাদাৰৰ পত্নীয়ে তাত চাকি এটা জ্বলাই থৈ আহিছিল। পাছদিনা তেওঁলোকৰ চোতালত এটা ডাঙৰ পিতলৰ খৰাহি মাটিত উবুৰিয়াই পোত খুৱাই থোৱা অৱস্থাৰ পৰা কোনোবাই তুলি লৈ যোৱাৰ দৰে বহল আৰু দুই আঙুলমান দ ঘূৰণীয়া চিন এটা দেখা গৈছিল। তাত কিন্তু কোনো খৰাহি কেতিয়াও কোনেও থোৱাও নাছিল; তুলি নিয়াও নাছিল।

চিৰন্তাদাৰৰ পত্নীয়ে চিনটো দেখি এটা স্বস্তিৰ নিশ্বাস পেলাই চিৰন্তাদাৰক কৈছিল,—"তাই গেইছে দিয়ক। এটা তিন্‌দিনা পাল নাম ইয়াতে ধৰ্‌বা লাগ্‌বো দুই চাৰি দিনতে। আপ্‌নি খালি এক্‌দিন একাদশী চাই শুক্ৰেশ্বৰক যাই বিষ্ণুপদোত তাইৰ নামত পিণ্ড এটা দি আইহ্‌বো।"

চিৰন্তাদাৰে কথাটো শুনিছিল। পাছৰ বৃহস্পতিবাৰৰ পৰা শনিবাৰলৈ অহৰহ পালনাম চোতালত চলিল। তাৰ পাছৰ কৃষ্ণা একাদশীত শুক্ৰেশ্বৰত পিণ্ড এটাও ভালকৈ দি আহিল।

গোটেই ঘটনাটো সত্য নে অন্ধবিশ্বাস ঠাবৰ কৰিব পৰা নাছিল অম্বিকে; কিন্তু চিৰন্তাদাৰণীয়ে ভূত দেখা বুলি ইয়াৰ পাছত আৰু কোনোদিনেই কোৱা নাছিল।

স্কুলত পঢ়ি থাকোঁতেই অম্বিক শৰীৰচৰ্চা আদিত জড়িত হৈ পৰিল। তেতিয়াৰ গুৱাহাটীৰ বিখ্যাত ব্যায়ামবীৰ বিভৱানন্দ চৌধুৰীয়ে পাণবজাৰৰ হৰিসভাৰ ওচৰত থকা নিজৰ ঘৰতে এটা ব্যায়ামাগাৰ খুলি ইচ্ছুক ল'ৰাহঁতক ব্যায়াম শিকাইছিল। ব্যায়াম শিকা ল'ৰাবোৰৰ মাজত নিধিৰাম দাস, বঙ্কিম বৰা, পুষ্প উজীৰ, কুমুদ বৰাও আছিল। ব্যায়ামাগাৰত ডাম্বেল, মুদ্‌গৰ, বাৰ, মালযুঁজ, যুযুৎসু, ডেগাৰ, লাঠি, তৰোৱাল আদি বিভিন্ন খেল শিকাইছিল। ছাত্ৰসকলৰ যেয়ে যিটো ভাল পায়, শিকিছিল।

তেতিয়া ১৯০২-৩ চন। অম্বিক ৫ম বৰ্গ অৰ্থাৎ ৬ষ্ঠ শ্ৰেণীত পঢ়ে। বয়স ১৬ ১৭ বছৰ। সময় তেতিয়া ভৰ-বাৰিষা। অম্বিকে লগৰীয়াসকলৰ লগত বিভৱানন্দ

চৌধুৰীৰ ব্যায়ামাগাৰত কুস্তি আখৰা কৰি আঁটাই সদলবলে পাণবজাৰৰ আৰ্যনাট্য মন্দিৰৰ সমুখৰ ঘাটত গা ধুবলৈ গৈছে। ভৰবাৰিষাৰ পানীয়ে আহি প্ৰায় পাৰ পাইছেহি। নৰ্থ ব্ৰুক গেটৰ কাষৰ ঘাটত মটৰবোট আৰু জাহাজবোৰে লংগৰ কৰি আছে।

নৰ্থব্ৰুক গেটখন বৃটিছ লাটচাহাব নৰ্থব্ৰুক জাহাজেৰে আহি গুৱাহাটীত পদাৰ্পণ কৰা উপলক্ষ্যে তেওঁক আদৰণি জনাবলৈ বম্বে নগৰৰ সাগৰৰ পাৰত সজা ইণ্ডিয়া গেটৰ অনুকৰণত সজা। গেটলৈ উঠা খটখটি কেইবাটাৰো প্ৰায়বোৰেই পানীৰ তলত। তাৰ কাষৰ ঘাটতে মানুহে গা ধোৱে। গা ধোৱা ঘাটৰ অলপ আঁতৰতে জাহাজ আৰু মটৰবোট ভৰি আছে। লংগৰ বন্ধা লোহাৰ শকত শকত বৰ্ছা আৰু শিকলিবোৰ পানীৰ টোৰে কোবাই আছে। পানীত সাপৰ নেগুৰ চিগা ধাৰ। অম্বিকহঁতে সাঁতুৰিবলৈ গৈছিল যদিও নৈৰ ভয়ংকৰ মূৰ্তি আৰু পানীৰ ধাৰ দেখি সাঁতোৰ মেলিবলৈ সাহ কৰা নাই। কঁকালত গামোছাখন বান্ধি গুণা-গঁথা কৰি আছে। অৰ্দ্ধেন্দু বেনাৰ্জী, কামাখ্যা বাগ্‌ছি, গোলক গুৱালা আৰু আন কেইবাজনেও নিজৰ ল'ৰা-ছোৱালী লগত লৈ গা ধুবলৈ গৈছিল। পাণবজাৰ অঞ্চলত তেতিয়া বাঙালী মানুহেই সৰহ আছিল। তেওঁলোকৰ বেছিভাগেই কাছাৰীত কাম কৰা চাকৰিয়াল বা দোকানদাৰ আছিল। মানুহবিলাকৰ কিছুমানে লগত নিয়া ল'ৰা-ছোৱালীবোৰৰ হাতত ধৰি পানীত দুই-এটা জোবোৰা মাৰিয়েই পাৰলৈ উঠি গৈ কাপোৰ সলাই ঘৰ অভিমুখে বাট লৈছিল। অম্বিকৰো স্কুল আছে। গতিকে সিও গাটো ধুই লওঁ বুলি পানীত নামিল। পানীৰ ধাৰ বৰ বেছি। পানীত নামিলেই টানি নিব খোজে। হঠাতে চাৰিওফালে এটা হাঁহাকাৰ বিয়পি গ'ল। 'এ..ই..গ'...ল...গ'...ল'। আৰ্তনাদটো কামাখ্যা বাগ্‌ছিহঁত গা ধুই থকা ঠাইৰ ফালৰ পৰা আহিছিল।

অম্বিকে সেইফালে চাই দেখিলে গোলক গুৱালাই পানীৰ পিনে হাত মেলি হাঁহাকাৰ কৰি কান্দিছে, "হাতখনৰ পৰা পিছলি গ'ল তাই, ধৰ, ধৰ, ধৰি আন, ধৰি আন তাইক—মোৰ বেটিটো গ'ল, কোনে পাৰ ধৰ তাইক।" কান্দি কান্দি দুহাত মেলি পানীতে জাঁপ মাৰি দিলে গোলক গুৱালাই। অৰ্দ্ধেন্দু বেনাৰ্জী আৰু দুজনমানে "এই কি কৰা, কি কৰা" বুলি গোলক গুৱালাক টানি পাৰলৈ লৈ আহিল।

অম্বিকে পানীৰ পিনে চাই দেখিলে পানীৰ সোঁতৰ মাজত কাপোৰ এখন জাহাজৰ মাজেৰে সোমাই গৈছে। দুখন জাহাজৰ মাজৰ ফাঁকটোতে ওফন্দি উঠা কাপোৰখনৰ কাষেৰে দুখন কণমানি হাত দেখা গৈছে। হাত দুখনে তিতা কাপোৰে জুপটিয়াই ধৰা সৰু দেহাটো পাৰৰ পিনে আনিবলৈ আপ্ৰাণ যত্ন কৰিছে, জাহাজবোটৰ কাষত খামুচি ধৰিব খুজিছে, কিন্তু পৰা নাই। মাত্ৰ ক্ষীণ আৰ্তনাদ শুনা গৈছে, "মা...!"

অম্বিকে এক মুহূৰ্তও নৰৈ তৎক্ষণাৎ পানীত জাঁপ মাৰি জাহাজবোটৰ ফাঁকেদি ছোৱালীজনীৰ পিছে পিছে সোমাই গ'ল। সোঁতে দুয়োটাকে টানি নি একেবাৰে বহল পানীত পেলালেগৈ। পানীৰ কোবাল সোঁতে সিহঁতক নিমিষতে বহু আঁতৰলৈ টানি লৈ গ'ল। ছোৱালী জনীৰ মাত ক্ৰমে নুশুনা হৈ পৰিল। হাত দুখনো পানীৰ মাজত প্ৰায় নেদেখা হৈ গ'ল। যিমান পাৰে সিমান বেগেৰে সাঁতুৰি অম্বিকে ছোৱালীজনীৰ চুলিকোছা পাই কোনোমতে থাপ মাৰি ধৰিলে। মানুহ আৰু প্ৰকৃতিৰ তয়াময়া ৰণ আৰম্ভ হ'ল। অম্বিকে ছোৱালীজনীক পাৰৰ পিনে আনিব খোজে, সোঁতে সিহঁত দুয়োটাকে টানি লৈ যায়। আনফালে অম্বিকে চুলিত ধৰি টানি অনাৰ লগে-লগে ছোৱালীজনীয়ে জীৱনৰ তাড়নাত দুই হাতেৰে তাক জপটিয়াই ধৰিছে। ইফালে পানীৰ টান, আনফালে ছোৱালীজনীৰ গধুৰ বোজা। অম্বিকে আপ্ৰাণ যত্ন কৰিছে পাৰৰ পিনে যাবলৈ; কিন্তু পৰা নাই। পানীত কক্‌বকাই থকা ছোৱালীজনীক জোৰকৈ ধৰি পানীৰ সোঁতত নিজকে অতি সন্তৰ্পণে এৰি দি অম্বিকহঁত গৈ ফাঁচিবজাৰ ঘাট পালে। বচাৰ কোনো উপায় নাই। পাণবজাৰ ঘাটৰ পৰা অম্বিকৰ লগৰীয়াসকল আৰু আন কিছুমান মানুহ পাৰে-পাৰে হাঁহাকাৰ কৰি ফাঁচিবজাৰ ঘাটলৈ দৌৰিছে।

কপালৰ জোৰত ফাঁচিবজাৰ ঘাটৰ পৰা ভটিয়াই গৈ থকা বৰনাও এখনৰ নাৱৰীয়াকেইজনৰ সোঁতৰ বিপৰীতে যুঁজি থকা অম্বিক আৰু ছোৱালীজনীৰ ওপৰত চকু পৰিল। পানীত দুয়ো এবাৰ ওপৰলৈ এবাৰ তললৈ গৈ আছে। লেবেজান হৈ পৰা অম্বিকে এখন হাতেৰে ছোৱালীজনীৰ মূৰটো কান্ধত তুলি পানীৰ ওপৰত ধৰি আছে আৰু ভৰি দুখন আৰু আনখন হাতেৰে সাঁতুৰি সাঁতুৰি পাৰৰ পিনে আহিবলৈ যত্ন কৰি আছে। অম্বিকৰ উশাহ লোৱাটোও কষ্টকৰ হৈ আহিছিল। নাৱৰীয়া কেইজনে বৰনাওখন অতি সাবধানে অম্বিকৰ ওচৰলৈ লৈ গৈ চৰি এডাল অম্বিকৰ পিনে আগবঢ়াই দিলে।

"চৰিডালত ধৰ্ বাপা। ভয় নকৰ্‌বি। আমি তুহঁক টানি আনিম।"—গুৰিয়ালজনে অম্বিকক উদ্দেশ্য কৰি চিঞৰি-চিঞৰি ক'লে।

অম্বিকে যেন জীৱন ঘূৰাইহে পালে। ইখন হাতেৰে চৰিডাল খামুচি ধৰি ক্ৰমে নাৱৰ ওচৰ চাপি আহিল। বৰনাওখনো অতি ধীৰ গতিত পাৰৰ পিনে আগবাঢ়িল। নাৱৰীয়া কেইজনে ইতিমধ্যে অম্বিক আৰু ছোৱালীজনীক ধৰি নাৱত তুলিলে। সাত-আঠ বছৰীয়া ছোৱালীজনীয়ে অপৰ্যাপ্ত পানী খাইছিল। তাই অচেতন হৈ আছিল। অম্বিকো সোঁতৰ লগত যুঁজি যুঁজি অৱশ হৈ পৰিছিল।

মানুহবোৰ নাৱৰ কাষ পালেহি। কোনোবা দুজনমানে সৰু ছোৱালীজনীক দাঙি নি মাটিত তলমূৰ কৰি হেঁচি ধৰিলে যাতে পানী ওলাই যায়। কিছু পানী ওলাই

যোৱাত দুজনমানে তাইক দাঙি নি থৰ হৈ থকা দেউতাকৰ কোলাত পেলাই দিলে। ছোৱালীজনীক কোলাত পায়েই বাপেকে "অ' মোৰ মা, অ' মোৰ মা, তোৰ কি হ'ল ৰে আমাৰ ধন।" বুলি চিঞৰি চিঞৰি দুই হাতেৰে দাঙি লৈ ডাক্তৰৰ ওচৰলৈ দৌৰ ধৰিলে।

লগৰবোৰে আহি অম্বিকক তুলি ধৰিলে।

"পাৰিবিনে খোজ কাঢ়ি যাব?"

"পাৰিম, পাৰিম দে। মাত্ৰ অলপ দূৰ ধৰি নিব লাগিব।"— অতি ভাগৰুৱা মতেৰে হেঁফাই ফেঁফাই এটা এটা শব্দৰে অম্বিকে ক'লে।

ৰক্তিম আৰু কুমুদে দপদপাই উঠিল।

"হুঃ পাৰিব, পাৰিব, কোলেই নোৱাৰিব? শুনিছনে? এই উগ্ৰ সাহৰ বাবেই তোৰ কেতিয়াবা অপমৃত্যু হ'ব।"

এই কুমুদ বৰাই পাছত বিমলা প্ৰসাদ চলিহাৰ শহুৰ হৈছিল।

শেঁতা হাঁহি এটা মাৰি দুৰ্বল মাতেৰে অম্বিকে উত্তৰ দিছিল, "সেই বুলি ছোৱালী এজনীক এনেকৈ মৰিবলৈ দিব পাৰিনে?"

আনৰ জীৱন বচাবলৈ নিজৰ জীৱন তুচ্ছ কৰা চৰিত্ৰ অম্বিকৰ সৰুৰে পৰাই। সি তাৰ এই দুৰ্দমনীয় সাহস পাইছিল মাকৰ পৰা। শ্ৰীহৰি ওৰফে কবিৰত্ন সৰস্বতীৰ বংশধৰ আৰু মাধৱদেৱৰ মহাপুৰুষৰ আপোন ভাগিন ৰামচৰণ ঠাকুৰ মাধৱদেৱে সুন্দৰীদিয়াত সত্ৰ পাতি থকাৰ পাছৰ পৰাই সুন্দৰীদিয়া সত্ৰৰ অধিকাৰ গোসাঁই। দৈৱকীৰ পিতৃ জিতৰাম আছিল সেই ৰামচৰণ ঠাকুৰৰ বংশধৰ। সৰুৰে পৰা দৈৱকী অতি স্বাধীনচিতীয়া আছিল। সত্ৰৰ সৰু-বৰ আটায়ে দৈৱকীক 'দৈৱকী আই' বুলিহে মাতিছিল। কাৰণ তেওঁ কাৰো ওচৰত মূৰ তল নকৰিছিল আৰু হক কথাত সদায় নিজৰ মতত অটল আছিল।

অম্বিকৰ পিতৃ কৃষ্ণৰাম পানী কেঁচুৱা অৱস্থাতে মাউৰা হৈছিল। তেওঁৰ বায়েক দুগৰাকীৰ তেওঁৰ জন্মৰ আগতেই বিয়া হৈ গৈছিল। কৃষ্ণৰামৰ জন্মৰ দুমাহমান পাছতে মাতৃৰ প্ৰসূতি ৰোগত মৃত্যু হৈছিল। কৃষ্ণৰামক চোৱা-চিতা কৰাৰ দায়িত্ব পৰিছিল তেওঁলোকৰ ঘৰুৱা বয়াৰ ওপৰত। পত্নীৰ বিয়োগে কীৰ্তিৰামক দিয়া মনোকষ্টৰ পৰা সকাহ পাবলৈ কীৰ্তিৰামে প্ৰায়ে পকানা ফুৰি ধান আৰু খাজনা সংগ্ৰহত ব্যস্ত থাকে। ছোৱালী দুজনীৰ অগা-পিছাকৈ দিয়া বিয়া আৰু পত্নীৰ ৰোগত তেওঁৰ কামত বহু ঘাটি পৰিছিল। খা-খৰচো বহু হৈছিল। চৰকাৰৰ ঘৰত জমা দিব

লগা খাজনাত বুজন পৰিমাণৰ ঘাটি পৰিছিল। গতিকে দিনে-নিশাই ঘূৰি এই ঘাটি পূৰণৰ যত্ন কৰি আছিল।

কৃষ্ণৰামৰ মাতৃৰ বিয়োগ ঘটা এক-ডেৰমাহমান পাছত কীৰ্তিৰামে পৰগনা ফুৰি আহি বিছনাত ৰয়াই গাখীৰ খুৱাই শুৱাই থোৱা কৃষ্ণৰামক চুমা খাবলৈ বিছনাৰ ওচৰ পালে। বাহিৰত প্ৰচণ্ড ৰ'দ। কীৰ্তিৰাম ঘামি-জামি ৰঙা-চিঙা পৰি আহিছে। মূৰৰ পাগুৰিটো কোনোমতে সোলোকাই বিছনাৰ কাষৰ জপা এটাতে থৈ কৃষ্ণৰামক চুমা খাবলৈ হালি দিয়াৰ লগে-লগে তেওঁ চকুৰে আন্ধাৰ দেখি কৃষ্ণৰামৰ ওপৰতে বাগৰি পৰিল। কেঁচুৱা কৃষ্ণৰামৰ কান্দোন শুনি ৰয়া-সবেৰী দৌৰি আহি দেখে কেঁচুৱাক কীৰ্তিৰামৰ অচেতন শৰীৰটোৱে হেঁচা মাৰি ধৰিছে। ৰয়া আৰু জীয়েক সবেৰীয়ে কোনোমতে টানি-টুনি কীৰ্তিৰামক কাষলৈ আঁতৰাই থৈ চিঞৰি বাখৰি যি য'ত আছে তাক মাতিবলৈ ধৰিলে। চাৰিওফালে হুৱা-দুৱা লাগি পৰিল। ওচৰতে থকা কীৰ্তিৰামৰ ভায়েক হৰিৰাম আৰু ভাইবোৱাৰীয়েক দৌৰি আহিল। হৰিৰাম আৰু ৰয়াই কীৰ্তিৰামৰ চৌগা-চাপকনৰ বান্ধবোৰ ঢিলা কৰি দি মূৰত পানী ঢালিবলৈ ধৰিলে। সবেৰী আৰু হৰিৰামৰ পত্নী কৃষ্ণৰামক নিচুকোৱাত ব্যস্ত হৈ পৰিল। কান্দি-কান্দি থৰ লগা কৃষ্ণৰামৰ তালুত ফুৱাই বুকুত পিহি পিহি কোনোমতে টোপনি নিয়াব পাৰিলে। ইতিমধ্যে ওচৰৰ ভাগীৰ আন-আন সকলো আহি পৰিল। যেয়ে যেনেকৈ পাৰে হাত-ভৰি মোহাৰি টানি-টুনি বিচনিৰে বিচি মূৰত তেল-পানী দি কীৰ্তিৰামৰ চেতনা ওভতাই আনিবলৈ যত্ন কৰিলে; কিন্তু সকলো যত্ন অথলে গ'ল। কীৰ্তিৰামে আৰু চকু নেমেলিলে। কৃষ্ণৰাম পানী কেঁচুৱাতে ঘাট-মাউৰা হ'ল।

ৰয়া, সবেৰী আৰু ঘৰৰ অন্যান্য লিগিৰা-লিকচৌৰ যত্নত কৃষ্ণৰাম ডাঙৰ হৈ আহিল। ৰয়াই ঘৰখন সম্পৰ্কে সকলো সিদ্ধান্ত লব লগা হ'ল। ইতিমধ্যে জীয়েক সবেৰীক বৰনগৰীয়া বৰুৱা পৰিয়ালৰ ঘৰজ্বা ল'ৰা যধোলৈ বিয়া দি ঘৰ চপাই আনিলে। কৃষ্ণৰামৰ সৰু বায়েকক বৰনগৰীয়া বৰুৱাৰ ঘৰতে বিয়া দিছিল। যধোক আনি বাকীবোৰ ঘৰুৱাক ৰয়াই বিদায় কৰি দিলে।

কৃষ্ণৰামক "মূৰত থলে ওকণীয়ে খায়, মাটিত থলে পৰুৱাই খায়" ধৰণৰ অতিৰিক্ত আদৰ-যত্নত ৰয়া আৰু সবেৰীয়ে আতোলতোলকৈ ডাঙৰ কৰি পোন্ধৰ বছৰীয়া কৰি তোলাৰ লগে-লগে ঘৰলৈ গিৰহঁতনী আনিবলৈ ৰয়া-সবেৰী ব্যস্ত হৈ পৰিল। সবেৰীৰ পৰিয়ালো তেতিয়ালৈ ডাঙৰ হৈ পৰিছে। যধো বেমাৰী হৈ পৰিছে।

ৰয়াই সবেৰী আৰু যধোৰ লগত আলোচনা কৰি ওচৰতে ক'ত ব্যক্তিত্বসম্পন্না কন্যা এটি পোৱা যায় বিচাৰ-খোচাৰ কৰিবলৈ ধৰিলে। খা-খবৰ কৰোঁতে সুন্দৰীদিয়াৰ

দৈৱকীৰ খবৰ পালে। ইতিমধ্যে দৈৱকীৰ বায়েকক ৰায়বংশৰে ডাক্তৰ গংগাৰামলৈ অনা হৈছিল। দৈৱকী সম্পৰ্কে সকলো তথ্য সংগ্ৰহ কৰি ৰয়া-সবেৰীহঁতে ঠিক কৰিলে যে নিৰ্জু শিল্পী স্বভাৱৰ কৃষ্ণৰামৰ দৈৱকীৰ দৰে কন্যাই উপযুক্ত হ'ব। দৈৱকীৰ বয়স তেতিয়া ৮ পূৰা হৈ ৯ বছৰ চলি আছে। কৃষ্ণৰামৰ পোন্ধৰ আৰু দৈৱকীৰ ৯ বছৰ বেজোৰ বয়স চলি থাকোঁতেই তেওঁলোকৰ আগবিয়া সম্পন্ন হ'ল। বিয়াৰ চাৰি বছৰ পাছত দৈৱকীৰ কন্যাকাল হোৱাত ৰয়াই ধুম্‌ধামকৈ শান্তি বিয়া পাতি দৈৱকীক আনি ঘৰ সুমুৱালেহি। নতুন কইনাক ৰয়া বুঢ়ীয়ে ক'লে,—"কইনা আই। ইমান দিনে ঘৰখনেত লক্ষ্মী নাছিল। আজি ঘৰোত লক্ষ্মী সুমাল। এথেন সমস্তৰে মাল্‌কৈনী আপ্‌নি। মই বুঢ়ী আজিৰ দিনটুৰ কাৰণেহে ৰখি আছিলু। এথেন শান্তিত মৰ্‌বা পাৰিম।"

বয়স কম যদিও দৈৱকীয়ে বুজি পাইছিল সংসাৰৰ গুৰু দায়িত্ব তেওঁৰ ওপৰত পৰিছে। মাকে কৈ পঠিওৱা কথাকেষাৰি মনত পৰিল,—"ৰয়া বুঢ়ী জাঁবেৰ মাকৰ দৰে। তাইক শাহুৰ দৰে মান্‌বি।" ৰয়াৰ হাত দুখনত ধৰি দৈৱকীয়ে কৈ উঠিছিল,— "মইতো একো নাজনু। তুমিয়ে মোক শিখবা লাগ্‌বো।"

ন-কইনাৰ কথাত ৰয়া অবাক হৈ গৈছিল। ইমান সৰু ছোৱালীজনীৰ ইমান জ্ঞান? ক'তা, মানুহেতো কৈছিল ছোৱালীজনী গুৰু-গোঁসাই নমনা বিধৰ বুলি। ৰয়া সিদিনাৰ পৰা দৈৱকী দেৱীৰ নিকিনা গোলাম হৈ পৰিল। ৰয়া, সবেৰী, সবেৰীৰ ল'ৰা জাৰো, ধনো, যনো আটায়ে দৈৱকীক ৰাজৰাণীৰ দৰে আৱৰি ধৰিলে। সবেৰীৰ স্বামী যধোৰ ইতিমধ্যে হাগনি-জ্বৰত মৃত্যু হৈছে। পাছৰ বছৰ সবেৰীৰ বৰপুতেক জাৰোলৈ ৰয়াই পাটবাউসীৰ জানেকী নামৰ ছোৱালী এজনীক বিয়া কৰাই আনিলে। জানেকী দৈৱকীৰ হাতধৰা লিগিৰী হৈ পৰিল যদিও ৰয়া-সবেৰীক দৈৱকীয়ে শাহুৰ দৰেই মানি চলিছিল। এই দৈৱকীৰ পৰাই অম্বিকে তাৰ চৰিত্ৰৰ উগ্ৰতা আৰু সাহস লাভ কৰিছিল।

অম্বিকে ভৰ-বাৰিষাৰ কোবাল সোঁতত উটি যাব ধৰা গোলক গোৱালাৰ ছোৱালীজনীক নিজৰ জীৱন বিপন্ন কৰি অতি দুঃসাহসিকতাৰে মৃত্যুৰ মুখৰ পৰা বচাই অনাৰ কথাটো গোটেই গুৱাহাটীতে বিয়পি পৰিল। বাতৰিটো প্ৰথমে কাণত পৰিল হৰমোহন চিৰস্তাদাৰৰ। কাছাৰীলৈ অহা মানুহে ক'লে। আৰ-তাৰ মুখে চিৰস্তাদাৰণীৰ কাণতো পৰিল। চিৰস্তাদাৰণী বৰ চিন্তিত পৰিল। ই অম্বিকে একো অঘটন নঘটাইতো? এনে এটা ল'ৰাৰ দায়িত্ব লব পাৰিনে? অন্য কৰবাত থব পাৰিলে বেয়া নাছিল। গৌৰীপুৰত ৰাজা বাহাদুৰৰ লগত আছিল, ভালেই আছিল। দুঃশ্চিন্তা নাছিল। কিন্তু তাতো নাথাকিল। কি কৰা যায় চিৰস্তাদাৰণীয়ে ভাবি উলিয়াব

নোৱাৰিলে। কিছুদিন পাছত কিন্তু কাৰণ আৰু উপায় দুয়োটা ওলাল।

কুস্তি-ব্যায়াম নিয়মিত কৰি অম্বিকে শৰীৰটো বেছ মজবুত কৰি লৈছিল। লাঠী-ডেগাৰ খেলাতো পাকৈত হৈ আহিছিল।

সেই সময়ত লাখটকীয়া-মাছখোৱা অঞ্চলৰ পৰা গুৱাহাটীত মহৰম উপলক্ষে এটা মাত্ৰ সৰু তাজিয়াৰ শোভাযাত্ৰা ওলাইছিল। তাজিয়া কঢ়িয়াই নিয়া মানুহখিনিৰ পিছে-পিছে এজুম মানুহে "হাচান, হুছেন। হাচান, হুছেন" বুলি গাই-গাই আহিছিল আৰু তেওঁলোকৰ লগে-লগে কেইজনমান লাঠিয়ালে লাঠী খেলি আহিছিল। তাজিয়া কঢ়িওৱা মানুহখিনিয়ে ঠায়ে-ঠায়ে জিৰণি লৈছিল আৰু তেতিয়াই মানুহৰ জুমটোৱে লাঠিয়াল কেইজনক ঘেৰি লৈছিল। শোভাযাত্ৰাটোত 'হাচান হুছেন' বুলি গাই অহা মানুহবোৰৰ লগে-লগে যুদ্ধৰ দাদামা বজাই অহা মানুহখিনি একাষৰীয়া হৈ খৰ গতিত বাজনা বজাই গৈছিল আৰু 'হায় হায় হাচান হুছেন' বুলি মানুহবিলাকে চিঞৰিবলৈ ধৰিছিল। এনে পৰিবেশৰ ভিতৰতে লাঠিয়ালসকল জঁপিয়াই-জঁপিয়াই লাঠী খেলাত মত্ত হৈ পৰিছিল। এই লাঠীখেলত অম্বিকৰ লগৰ কেইবাজনেও যোগ দিছিল। অম্বিকৰ লাঠী খেল মহৰমৰ এক আকৰ্ষণীয় খেল আছিল।

অম্বিকৰ এই খেলবোৰৰ সংগী আছিল মাছখোৱা আৰু লাখটকীয়া অঞ্চলৰ মহিবুদ্দিনকে ধৰি কেইবাজনো ল'ৰা। স্কুল খোলা থকাৰ সময়তো অম্বিকে এই ল'ৰাবোৰৰ লগত ঘূৰি ফুৰে। এনেদৰে ফুৰোঁতে এদিন ল'ৰা এটাই অম্বিকক জনালে যে বৰ পেস্কাৰৰ ঘৰলৈ এগৰাকী বুঢ়ী বেজ আহে আৰু তিৰোতাগৰাকীয়ে ভূত পোহে। ভূত প্ৰেতাত্মা আদি সম্পৰ্কে যে অম্বিকৰ এক অদম্য কৌতূহল আছে, তাকে জানিয়ে ল'ৰাজনে অম্বিকক এই খবৰ দিছিল। খবৰটো শুনি অম্বিক উত্ৰাৱল হৈ উঠিল।

"এদিন যাওঁ ব'ল। বুঢ়ীৰ তাত ভূত চাই আহোঁ।"—বন্ধুজনক অম্বিকে ক'লে।

বন্ধুজনে ক'লে,—"এতিয়া বুঢ়ী নাই। বুঢ়ী আহিলেহে হ'ব। ঠিক আছে। বুঢ়ী যেতিয়া আহে তোক খবৰ দিম।"

কিছুদিনৰ পাছত বন্ধুজনে আহি অম্বিকক খবৰ দিলে যে বুঢ়ীগৰাকী আহিছে।

"ঐ অম্বিক, বুঢ়ী আহিছে। কালিয়েই আহিল। আমাৰ ফুকায়ো কাচাৰীত কাম কৰে নহয়; মই কালি তাহাঁতৰ ঘৰলৈ গৈছিলো। ভাইজানক কৈ থৈছিলো বুঢ়ী আহিলে মোক জনাবলৈ। সিয়ে ক'লে। যাবি নেকি?"

বুঢ়ী জনীৰ কিবা এটা ফৌজদাৰী কেছ আছিল। বুঢ়ীয়ে বেজালি জানে বাবে পেস্কাৰে বুঢ়ীগৰাকী আহিলে তেওঁৰ বাহিৰা ঘৰটোতে থাকিবলৈ দিছিল। অম্বিক ভূত চাবলৈ উদগ্ৰীৱ হৈয়েই আছিল। তৎক্ষণাত যাবলৈ সাজু হ'ল। দুই বন্ধু বৰ পেস্কাৰৰ ঘৰলৈ গৈ বুঢ়ীক লগ ধৰি ভূত দেখুৱাবলৈ কুটুৰিলে।

বুঢ়ীয়ে ক'লে, "নাপে নাপে, তুহ্না ছলি মানুহ। সিগ্লা বস্তু চাবা নাপে।"

অম্বিক কিন্তু নাচোৰবান্দা। সি চাবই। ভূত আছে বুলি বিশ্বাস নকৰে। ভূত যদি সঁচাকৈয়ে আছে, বুঢ়ীয়ে দেখুৱাবই লাগিব। বুঢ়ী অৱশেষত মান্তি হ'ল।

"কালি শনিবাৰ, অমাৱস্যা। গোধূলা আইহ্বি বাপা। ভূত সঁচাই আছে নাই দেখা পাবি। মই থাকা ঘৰটুৰ বেৰৰ জল্ঙাইদি চাবি। ভয় খালি মোক কিন্তু দায় নেদ্বি।"

দিনটো ছট্ফটাই থাকি গধূলিৰ লগে-লগে অম্বিক গৈ বন্ধুজনৰ ঘৰ ওলালগৈ। তাতে আৰু দুজনমান গোট খাব। আটাইকেইটা বুঢ়ীৰ তালৈ যাব বুলি ওলাই গ'ল যদিও বাটতে এটা এটাকৈ আঁতৰি গৈ অম্বিকক বুঢ়ীৰ খবৰ দিয়া খেতিবহে অম্বিকৰ লগত থাকিল।

সিহঁত গৈ যেতিয়া বুঢ়ী থকা ঘৰটো পালেহি, বাহিৰত ঘিট্মিটিয়া আন্ধাৰ। ভিতৰত বুঢ়ীয়ে তুঁহগুৰি গোটাই তাৰ ওপৰত খৰি কিছুমান দি জুই ধৰাৰ আয়োজন কৰি আছে। বাঁহৰ দুৱাৰ খন মাৰি থোৱা আছে। অম্বিক আৰু খেতিব বুঢ়ীয়ে আগতে শিকাই থোৱা মতে ঘৰটোৰ বেৰৰ জলঙাৰ ওচৰত থিয় দিলে। তাৰ পাছত একাগ্ৰ চিত্তেৰে ঘৰৰ ভিতৰৰ পিনে চাই থাকিল। বাহিৰত ইমান আন্ধাৰ যে এহাত আঁতৰতো একো এটা মনিব নোৱাৰি। অম্বিকে দেখিলে বুঢ়ীয়ে খৰি কেইডালৰ ওপৰত আৰু কেইডালমান শুকান খৰি জাপি দি জুইকুৰা অলপ বঢ়াই দিলে। তাৰ পাছত মুখেৰে বিৰ্বিৰকৈ অস্পষ্ট শব্দ কিছুমান গাই গাই এখন থালৰ পৰা কিবা কিবি বস্তু মুঠি মাৰি লৈ জুইকুৰাৰ ওপৰত ছটিয়াই দি আছে আৰু লগে-লগে মজিয়াৰ এডোখৰ ঠাই মাৰি এডালেৰে আঁচ টানি বহলকৈ ঘেৰি দিছে। কিছুপৰ সুৰ লগাই কিবাকিবি গাই থালৰ বস্তুবিনি অলপ অলপকৈ জুইকুৰাত ছটিয়াই দি থাকি শেষত ধোঁৱাৰ লগতে আগে-পিছে নোপোৱা গোন্ধ এটা তীব্ৰ হৈ উঠা মাত্ৰকে বুঢ়ীয়ে জুইকুৰা ফুঁ মাৰি নুমুৱাই দিলে। বুঢ়ীয়ে গাই থকা অবোধ্য শব্দবোৰ বেছি খৰ আৰু বেছি বুজিব নোৱৰা হৈ আহিল। ঘৰটোৰ ভিতৰত নুমাই যোৱা জুইকুৰাৰ ৰঙা অঙঠাখিনিৰ বাহিৰে আন একো চকুত নপৰা হ'ল। বুঢ়ীৰ শৰীৰটো এক ভৌতিক অৱস্থিতি যেন লগা হ'ল। বুঢ়ীৰ মাতটো ক্ৰমে ভয়াবহ আৰু ডাঙৰ হৈ আহিল। মন্ত্ৰৰ সুৰটোৱে এক থম্থমিয়া

পৰিবেশ সৃষ্টি কৰিলে। অম্বিকহঁতে আচৰিত হৈ দেখিলে যে ঘৰটোত পকা জলকীয়াৰ দৰে কিছুমান বস্তু ওলাই বুঢ়ীয়ে আঁচেৰে ঘেৰি থোৱা ঠাই ডোখৰৰ ওপৰত শূন্যতে নাচিবলৈ আৰম্ভ কৰিছে। বুঢ়ীয়ে তেতিয়া মন্ত্ৰৰ শব্দ আৰু সুৰ সলাই লগে-লগে হুম্‌হুম্ শব্দ কৰিবলৈ আৰম্ভ কৰিলে। শব্দটো দ্ৰুত গতিত এক আচহুৱা সুৰ আৰু লয়ত গোটেই ঘৰটোত বিয়পি গ'ল। চকু বিস্ফাৰিত কৰি অম্বিকহঁতে দেখিলে ৰঙা ৰঙা বস্তুবোৰৰ ওপৰত এটা মানুহৰ নে বান্দৰৰ লাওখোলা! জলকীয়াৰ দৰে ৰঙা বস্তুবোৰে ঠাইতে পাকঘূৰণি খাই লুটিবাগৰ মাৰি নাচি আছে আৰু লগে লগে লাওখোলাটোৱেও হালি জালি নাচি আছে। বুঢ়ীৰ মাতটো লাওখোলাটোৰ পৰা এক গভীৰ প্ৰতিধ্বনিৰ দৰে ওলাই আছে। শব্দটোৱে যেন এখন চোকা তৰোৱালৰ আগ এটাৰ দৰে সিহঁতৰ (অম্বিকহঁতৰ) মস্তিষ্কৰ ভিতৰত এক তীব্ৰ যন্ত্ৰণাৰ সৃষ্টি কৰি আহিছে। লাওখোলাটোৰ চকুৰ গাঁত দুটা মাজে-মাজে বিজুলী চমকৰ দৰে জ্বলি উঠি আকৌ নুমাই গৈছে। দাঁত দুপাৰি স্পষ্ট দেখা গৈছিল এক ভয়াবহ হাঁহিৰ দৰে। অম্বিকহঁতে স্তম্ভিত হৈ চাই আছিল। লাহে-লাহে বুঢ়ীৰ মন্ত্ৰৰ বিৰ্‌বিৰণি শেষ হ'ল—দীঘলকৈ এক ভৌতিক সুৰৰ ৰেশ টানি টানি বুঢ়ী এসময়ত নিমাত হৈ গ'ল। লগে-লগে ৰঙা-ৰঙা জলকীয়াৰ দৰে বস্তুবোৰো লাওখোলাটোৰে সৈতে অদৃশ্য হৈ গ'ল। এক অভাৱনীয় নিৰৱতাই ঘৰটো আৰু তাৰ কেউফালে আবৰি ধৰিলে। অম্বিকহঁত স্থানুৰ দৰে বেৰখনৰ গাতে লিপিট খাই থিয় দি ৰ'ল। বাহিৰত কোনোবা এজনে লণ্ঠন এটা লৈ আহি মাত দিওঁতেহে অম্বিকহঁতৰ চমক ভাগিল।

বুঢ়ীয়ে ইতিমধ্যে ফুৱাই ফুৱাই ঘৰৰ ভিতৰৰ জুইকুৰা জ্বলাই লৈছে।

লণ্ঠন লৈ অহা মানুহজনে অম্বিকহঁতক বেৰৰ কাষত থিয় হৈ থকা দেখি ভয় খাই চিঞৰি উঠিল,—"এই, তহঁত কোন? তাত কি কৰি আছ?"

অম্বিকহঁতে সঁহাৰি দিয়াৰ আগতে বুঢ়ীয়েই মাত লগালে,"এ...ই...মোৰ এতেই আইহ্‌ছিল বাপা। লণ্ঠনটু লৈ আগবাঢ়ে দি ছলি কেটাক। ঘৰত য'ক।"

বুঢ়ীৰ মাতটো সেই লাওখোলাটোৰ মাজেৰে ওলোৱা যেন লাগিছিল অম্বিকৰ, যেন এক গভীৰ সুৰংগৰ মাজেদি কোনোবা অন্তহীন সুদূৰৰ পৰা আহিছে!

চকুত সন্দিগ্ধ দৃষ্টিৰে অম্বিকহঁতৰ পিনে চাই থাকি মানুহজনে বুঢ়ীক উত্তৰ দিলে,-- "আগবঢ়াই থৈ আহোঁ বুঢ়ী আই।"

কিছুদূৰ আহি লণ্ঠনটো ওপৰলৈ তুলি অম্বিকহঁতৰ মুখ দুখন ভালদৰে চাই মানুহজনে ক'লে,— 'অ' এয়া দেখোন অম্বিক বোপা, চিৰস্তাদাৰৰ ভায়েক। আৰু এইটো? ই দেখোন মাছুখোৱাৰ খেতিৰ! কি কৰিবলৈ আহিছিলি বুঢ়ীৰ তাত হঁ? মই

কিন্তু আৰু আগুৱাই যাব নোৱাৰিম দেই, তইঁত অকলেই যাব লাগিব। পাৰিবিনে নোৱাৰ?"

অম্বিকেই উত্তৰ দিলে, "পাৰিম। মই খেতিবক তাৰ ঘৰৰ ওচৰত থৈ আহিম।"

মানুহজনে ভৰ্ৎসনাৰ দৃষ্টিৰে অম্বিকৰ পিনে চাই স্বগতোক্তি কৰিলে,-- "এইখন আঁউসীৰ ৰাতি। হাতত জুই-চাকি একো নাই। বৰ সাহ দেখোন। যা যা যেনেকৈ মৰ মৰগৈ। মোৰ নো কি?" মুখৰ ভিতৰতে কৈ লণ্ঠনটো লৈ মানুহজন গুচি গ'ল।

অম্বিকে খেতিবক মাছখোৱাত থৈ আহি যেতিয়া ঘৰ সোমায় তেতিয়া ভাতখোৱাৰ পৰ হৈছেই। বৌৱেকে অম্বিকক সুধিলে,—"এই আন্ধাৰ ৰাতিখন্ কোক্ গৈইছিলা বাপু?"

অম্বিকে গহীন হৈ উত্তৰ দিছিল, "মাছখোৱাৰ খেতিব আহাৰ তাক্।"

সিদিনাৰ ঘটনাটো সপোন নে বাস্তৱ অম্বিকে ঠাৱৰ কৰিব পৰা নাছিল। পাছলৈ এইবোৰ সম্মোহনী ইন্দ্ৰজাল বুলি নিজকে পতিয়ন নিয়ালে যদিও ৰঙা জলকীয়া আৰু লাওখোলাৰ নাচৰ দৃশ্যটোৰে, মাজে-সময়ে বুঢ়ীৰ অদ্ভুত মাতৰ সুৰৰ ৰেশটোৱে অম্বিকক বহুদিনলৈ টোপনিতে আমনি কৰি আছিল।

কাচাৰীত চিৰস্তাদাৰে অম্বিকৰ এই ভূত-দৰ্শন অভিযানৰ আদ্যোপান্তৰ লেখাৰ পৰা শুনি চিন্তাত পৰিল। তাক চম্ভালা তেওঁৰ বাবে কঠিন হৈ পৰিছে। এনেয়ে তাক নিজ ইচ্ছামতে কুস্তি-ব্যায়াম, সাঁতোৰ খেলা, গীত-নাট সকলোতে ভাগ লবলৈ দিছে। কিন্তু সিদিনা ব্ৰহ্মপুত্ৰত ঘটা ঘটনা, এয়া ওজা বুঢ়ীৰ লগত আঁউসী ৰাতি ভূত-চোৱা;— এইবোৰ জীৱন লৈ কৰা খেলা; তাৰ দায়িত্ব কেনেকৈ লব পাৰি? চিৰস্তাদাৰে সিদিনাই অম্বিকৰ ককাদেউতাক কীৰ্তিৰামৰ একেগৰ্ভী ভায়েক হৰিৰামৰ স'ৰালৈ সমস্যাটো জনাই খবৰ দিলে। কীৰ্তিৰাম ঢুকুৱাৰ পাছত হৰিৰামেই কীৰ্তিৰামৰ পৰগণা চলোৱাৰ দায়িত্ব লৈছিল। বংশলতাৰ ফালৰ পৰা তেওঁলোকেই অম্বিকৰ অভিভাৱক। তেওঁলোকে খবৰটো পাই ডঃ গংগা ৰায় চৌধুৰীৰ তাত পঢ়ি থকা গিৰীশক জনালে। গিৰীশে সেইবাৰ এণ্ট্ৰেন্স পৰীক্ষা দিব। কথাবোৰ শুনি গিৰীশে গংগা ডাক্তৰৰ পৰা পৰামৰ্শ বিচাৰিলে আৰু তেওঁৰ সিদ্ধান্তই সিদ্ধান্ত হ'ব বুলি জনাই দিলে। গংগা ডাক্তৰে ক'লে,—"চা গিৰীশ, অম্বিকৰ পঢ়া-শুনাত যে মন নাই বুজা গৈইছে। এখেন তাক কু সংগৰ পৰা দূৰত ৰাখাহে কথা। হৰগোবিন্দ শিৱসাগৰত একলাই আছে। তাৰ একলাই থাকাত দিগদাৰ হৈছে বুলি শুনছিসু। অম্বিক দেখুন তাৰ লগত শিৱসাগৰকে যাবা পাৰে। হৰগোবিন্দ দুই এক্‌দিনতে আহাৰ কথা। তাক কৈ চাউঁচুন কথাটু!"

হৰগোবিন্দ অম্বিকহঁতৰ বংশৰে ককায়েক। অ'ভাৰছিয়াৰী কৰে। বিয়া হোৱা নাই, কথাহে চলি আছে। অম্বিকক লগত নিয়াৰ প্ৰস্তাৱটো পাই ভালেই পালে। তেওঁৰ গান-বাজনাতো ৰাপ আছে। অম্বিক থাকিলে গান-বাজনা চলাব পৰা যাব, অম্বিকে ভাতো ৰান্ধিব পাৰিব। ওচৰতে গৱৰ্নমেণ্ট হাইস্কুলখন আছে। তাত নামো লগাই দিব পৰা যাব।

অম্বিকেও শিৱসাগৰলৈ যাবলৈ পাই স্ফূৰ্তিতে ক'ব নোৱৰা হ'ল।

শিৱসাগৰৰ কথা সি তিথিৰাম বায়নৰ পৰা শুনিছিল। বায়নে অসমৰ গাঁৱে-ভূঁয়ে যাত্ৰাভিনয় প্ৰদৰ্শন কৰি ফুৰোঁতে শিৱসাগৰত যেনে চমজদাৰ দৰ্শক পাইছিল—আন ক'তো আৰু পোৱা নাই বুলি শিৱসাগৰৰ প্ৰশংসাত পঞ্চমুখ হৈ পৰিছিল। তিথিৰাম বায়ন গুৱাহাটীলৈ আহিলে চিৰস্তাদাৰৰ ঘৰতে থাকেহি। তেতিয়াৰ পৰাই অম্বিকৰ শিৱসাগৰলৈ যোৱাৰ বৰ হেঁপাহ এটা আছিল।

শিৱসাগৰ অকল আহোম স্বৰ্গদেউসকলৰ ৰাজধানীহে যে আছিল সেইটো নহয়। অসমীয়া কলা-সংস্কৃতিৰো ই প্ৰাণকেন্দ্ৰ আছিল। বৃটিছৰ শাসনকালত অসমৰ শিল্পসাহিত্য, অৰ্থনীতি, সমাজ তথা ৰাজনৈতিক ক্ৰিয়াকলাপৰো মুখ্য কেন্দ্ৰ আছিল শিৱসাগৰ। অসমীয়া চাহখেতিয়কসকল, ভাষা-সংস্কৃতিৰ ওজা আৰু অভিজাত ডা-ডাঙৰীয়াসকলৰ বাসস্থান আছিল শিৱসাগৰ। আহোম স্বৰ্গদেউসকলে সজা ৰংঘৰ আৰু তাৰ বাকৰি পাছলৈ শিৱসাগৰৰ ৰাজহুৱা নাট্যমঞ্চৰ অগ্ৰদূত কমাৰদফিয়া ইয়ং কোম্পানিৰ অনুপ্ৰেৰণা স্বৰূপ আছিল। অম্বিকেও আহি শিৱসাগৰ চৰকাৰী হাইস্কুলত নাম লগাই তাৰ সংগীত-নাট্যৰ বেহুৰ মাজত সোমাই পৰিল। অসম এছোছিয়েশ্যন, পূজাৰ উপলক্ষ্যে হোৱা নাট্যাভিনয় এইবোৰত অম্বিক এক এৰাব নোৱৰা অংগ হৈ পৰিছিল। ফণীধৰ চলিহা, বেণুধৰ ৰাজখোৱা, গুঞ্জানন বৰুৱা, দুৰ্গাধৰ বৰকটকী, কেশৱানন্দ ভৰালী আদি সেই সময়ৰ সমাজৰ উজ্জ্বল নক্ষত্ৰসদৃশ ব্যক্তিসকলৰ লগত তেতিয়াই অম্বিকৰ পৰিচয় ঘটে।

সেইবাৰ পূজাৰ সময়ত শিৱসাগৰৰ আমোলাপট্টি নামঘৰত চন্দ্ৰধৰ বৰুৱাৰ 'মেঘনাদ বধ' নাটকখনৰ অভিনয় কৰিবলৈ স্থিৰ কৰা হ'ল। নামঘৰৰ আগৰ মুকলি পথাৰখনত ডাঙৰ বহল মঞ্চ এখন সাজি অভিনয়ৰ বাবে সকলো যো-জা কৰা হ'ল। স্থানীয় স্কুলঘৰত গধুলি-গধূলি নাটৰ আখৰা চলিল। নাটকত যুগলপৰীৰ নৃত্য কৰাৰ বাবে বাছনি কৰা হ'ল অম্বিক আৰু প্ৰসন্নক। প্ৰসন্ন আৰু অম্বিক দুয়ো একেখন স্কুলতে পঢ়িছিল। নাটকত যুগল-পৰী উলিয়াই দিয়াৰ উদ্দেশ্য আছিল দৰ্শকক আমোদ

দিয়াৰ। যথাসময়ত অপূৰ্ব উৎসাহ-উদ্দীপনা আৰু উলহ-মালহৰ মাজেৰে অভিনয় আৰম্ভ হ'ল। যুগলপৰীৰ নৃত্য প্ৰায় প্ৰতি অংকৰ বিৰতিৰ মাজে-মাজে উলিয়াই দিয়া হৈছে। মুখত জিংক অক্সাইড, গালত ওঁঠত গোলাপী ৰং, মূৰত গোলাপ ফুলেৰে সজা মুকুট, ডিঙিত গোলাপৰ মালা পিন্ধি, বুকুত নাৰিকলৰ খোলা বন্ধা কাঁচলি আৰু ৰংচঙীয়া কাপোৰেৰে সাজি-কাছি মুখত হাঁহি, চকুত কাজল লৈ হালি-জালি গা ভাঙি-ভাঙি যুগলপৰী নাচিবলৈ মঞ্চত সোমোৱাৰ লগে-লগে ছাত্ৰসকলৰ মাজত হঁহি-খিকিন্দালিৰ ৰোল উঠিল। বয়সস্থসকলৰ মুখতো হাঁহি বিৰিঙি উঠিল। মহিলা আৰু ছোৱালীবোৰৰ মাজত গুণগুণনি উঠিল, "নাচনী দুজনী ক'ৰ পৰা আনিছে? বাঙালী ছোৱালী নেকি?" কোনো এগৰাকীয়ে উত্তৰ দিলে,--"নাজানো। আগতে ছোৱালী দুজনীক দেখা নাই। সুধিব লাগিব। ভাল নাচিছে কিন্তু দেই।"

ওচৰতে বহি থকা অলপ জনা এগৰাকীয়ে ফুচ্‌ফুচাই ক'লে, —"ছোৱালী নহয় হেৰি, কোনোবা ল'ৰাহে! আমাৰ ভাওনাবোৰত ল'ৰাই সীতা, ৰুক্মিণীৰ ভাও নলয় জানো? তেনেকুৱাই হ'ব।"

এগৰাকীয়ে মন্তব্য দিলে,—"ধৰিবই নোৱাৰি দেই।"

দৰ্শকৰ প্ৰথম শাৰীতে বহি আছিল গুৱাহাটীৰ কলেজত পঢ়া কুলধৰ চলিহা আৰু তেওঁৰ বন্ধু হৰেশ চন্দ্ৰ ৰাজখোৱা। নাচৰ মাজে-মাজে অম্বিকে দৰ্শকসকলৰ পিনে চকু দি আছিল কোনে কি কৰি আছে চাবলৈ। চকুত পৰিছিল কুলধৰ চলিহা আৰু হৰেশ চন্দ্ৰ ৰাজখোৱাই হাতেৰে চকীৰ হাতলত তাল দি দি মূৰ দুপিয়াই নাচ আৰু বাজনাত মচগুল হৈ আছে। এই কুলধৰ চলিহাই পাছলৈ অসম বিধানসভাৰ অধ্যক্ষ হৈছিল আৰু হৰেশ চন্দ্ৰ ৰাজখোৱা হ'ল অসমৰ বৰ্তমানৰ বিশিষ্ট সাংবাদিক নৰেশ ৰাজখোৱাৰ দেউতাক। দৰ্শকৰ মাজতো আনন্দৰ জোৱাৰ উঠিছিল আৰু লগে লগে যুগল-পৰীৰ নৃত্যও হৈ পৰিছিল বেছি উদ্দাম আৰু ছন্দোময়। অম্বিকৰ মন আনন্দেৰে ভৰি পৰিছিল।

শিৱসাগৰীয়া জীৱনৰ এই আনন্দ কিন্তু অম্বিকৰ জীৱনত সৰহদিন নাথাকিল। ১৯০৪ চনৰ শেষৰ ফালে হৰগোবিন্দ অ'ভাৰছিয়াৰ শিৱসাগৰৰ পৰা বদলি হোৱাত অম্বিকেও তাৰ পৰা বিদায় লৈ পুনৰ গুৱাহাটীলৈ উভতি আহিল।

গুৱাহাটীলৈ আহি অম্বিক পুনৰ হৰমোহন চিৰস্তাদাৰৰ ঘৰলৈকে আহিল। আকৌ স্কুলত নাম লগালে। পিয়াৰীমোহন তেতিয়া ডাক্তৰী পাছ কৰি গুৱাহাটীলৈ উভতি আহিছে। সৰভোগৰ বাসিন্দা চেঙা মৌজাৰ মৌজাদাৰৰ ভ্ৰাতৃ ৰজনী চৌধুৰীৰ একমাত্ৰ

কন্যা বাসন্তীৰ লগত বিবাহ সম্বন্ধৰ কথা চলি আছে। পিয়াৰীমোহনৰ তেতিয়া যোৰ বছৰ চলি আছে—কন্যাৰো আঠ বছৰ। পিয়াৰীমোহৰ বয়স চৌবিছ। গতিকে বিয়া পাছৰ বছৰতহে হ'ব। পিয়াৰীমোহনে যদিও গুৱাহাটীতে ডাক্তৰী আৰম্ভ কৰিছে, ৰজনী চৌধুৰীয়ে পিয়াৰীমোহনক চৰকাৰী চাকৰিৰ বাবে যত্ন কৰাৰ কথা কৈ আছে। গতিকে চিৰস্তাদাৰণী মাজে-সময়ে সৰভোগ-বৰপেটালে অহা-যোৱা কৰি আছে। বৰপেটাৰ ঘৰবাৰীৰো চোৱা-চিতা চিৰস্তাদাৰণীয়েই কৰে। গুৱাহাটীত হৰমোহন চিৰস্তাদাৰ আৰু পিয়াৰীমোহনেই থাকে। হৰমোহনে অনাৰেৰি মেজিষ্ট্ৰেটৰ কামো চম্ভালি থাকিব লাগে। গতিকে গুৱাহাটী এৰা তেওঁৰ বাবে অসুবিধা। অম্বিক অহাত তেওঁলোকে বেয়া নাপালে। টানে-আপদে অম্বিকেও ৰক্ষা-বঢ়া কৰিব পাৰিব।

অম্বিকে স্কুলত নাম লগালে যদিও শিৱসাগৰত বহা আসাম এছোছিয়েশ্যনৰ অধিবেশনত কমলাকান্ত ভট্টাচাৰ্যই অগ্নিবৰ্ষা মাতেৰে কোৱা কথাবোৰে তাক মানসিকভাৱে উদ্বাউল কৰি ৰাখিলে। প্ৰথমবাৰ কমলাকান্তক জাহাজত লগ পোৱা সময়ত ঘটা ঘটনাটোতো জাহাজত কাম কৰা বাবু, খালাচী সকলো আছিল বংগদেশৰ মানুহ। চিৰস্তাদাৰে ঘৰত কাম কৰিবলৈ অনা কাগজ-পত্ৰবোৰ সি নেদেখা নহয়। সেইবোৰ বাংলা ভাষাতে লিখা। ৰছিদ, ফৰ্ম—সকলো বাংলা ভাষাত। কমলাকান্তই ঠিকেই কৈছিল, "বৃটিছৰ হাতলৈ যোৱাৰ আগতে আমাৰ ৰাজ্যখন এখন সুকীয়া ৰাজ্য আছিল—অসম। আহোম স্বৰ্গদেউসকল অহাৰ পাছতহে যদিও আমাৰ ৰাজ্যখনৰ নাম অসম হ'ল, আমাৰ ৰাজ্যখন এতিয়াতকৈ আৰু বেছি ডাঙৰ আছিল—যাৰ নাম আছিল কামৰূপ। কোচবিহাৰ, ৰংপুৰ, জলপাইগুৰি—এই আটাইবোৰ ঠাই কামৰূপৰ ভিতৰত আছিল। মোগলৰ দিনতহে আমি সেইবোৰ ঠাই হেৰুৱালো। আমাৰ নিজা ভাষা আছিল অতিকৈ সুকীয়া; সেই ভাষাত কোচৰজাৰ ৰাজসভাত থাকি আমাৰ সাহিত্য-সংস্কৃতিৰ গুৰু শংকৰগুৰুৱে সাহিত্য ৰচনা কৰিছিল। সেই একেটা ভাষাতে কছাৰী ৰজা মহামাণিক্যৰ নিৰ্দেশত আমাৰ কবি মাধৱ কন্দলীয়ে ৰামায়ণ ৰচনা কৰিছিল। মোগলৰ দিনত কেচবিহাৰ, ৰংপুৰ, জলপাইগুৰিয়ে নবাবৰ শাসনত বাংলা ভাষা গ্ৰহণ কৰিলে বুলিয়েই আমিও বঙালী হ'লোনে? বৃটিছে কলিকতাৰ নবাবক আগতে হাত কৰিলে, পূৱবংগ পাছত ললে; সেই বুলিয়েই অসমক পূৱবংগৰ লগত সাঙুৰি দিবনে? আমাৰ নিজৰ ভাষা-সাহিত্য, কলা-সংস্কৃতি আছে। এই সকলো গঢ়ি উঠিছে আমাৰ দেশত গুৰুদুজনাই আৰম্ভ কৰি দি যোৱা সত্ৰ-সংস্কৃতিৰ জৰিয়তে। কোচবিহাৰৰ মধুপুৰলৈকে আমাৰ সত্ৰ আছে। সত্ৰসমূহত চলি থকা গীত-মাত, ভাওনা-

নটুৱা—এইবোৰৰ ভাষা বাংলা নে? আহোম স্বৰ্গদেউসকলে লিখোৱা বুৰঞ্জী, ভকতসকলে ৰচা গুৰু-চৰিত, দুৰ্গাবৰৰ গীত-ৰামায়ণ, ওজাপালি, বিয়ানাম, বিহুগীত, যোৰানাম, আই-গোসাঁনীৰ নাম—এইবোৰৰ ভাষা বাংলা নে? কেইজনমান বাঙালী কেৰাণিয়ে ক'লেই ইমান ঐতিহ্যভৰা ভাষা এটা বাংলা ভাষাৰ উপভাষা হৈ যাব নে? এই সকলো ঘটনা ঘটিব পাৰিছে বৃটিছে বাঙালী কেৰাণি আমাৰ ৰাজ্যখনলৈ আমদানি কৰা কাৰণে। আমি তাৰ বিৰুদ্ধে যুঁজিব লাগিব। বৃটিছক আমি খেদাব লাগিব, আমি স্বাধীনতাৰ বাবে যুঁজিব লাগিব—কিন্তু সেই যুঁজ হ'ব লাগিব অসমীয়াৰ জাতীয় স্বাধীনতাৰ বাবে।"

ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা অসম সন্মিলনৰ সভাপতি আছিল যদিও তেওঁ সভাৰ ভাষণ ইংৰাজীতে দিছিল। তেওঁ জাতীয়তাবোধ, দেশপ্ৰেম আদিৰ কথা কৈছিল যদিও বাংলা ভাষাৰ বিষয়ে কোনো উল্লেখ কৰা নাছিল। তেওঁ জোৰ দিছিল বিদেশী শাসনৰ বিৰুদ্ধে ঐক্যবদ্ধ সংগ্ৰামৰ ওপৰত। মাণিক চন্দ্ৰ বৰুৱাই অসমৰ পৰা সংগ্ৰহ কৰা খাজনা আৰু চাহ উদ্যোগৰ পৰা আৰ্জিত সম্পূৰ্ণ সম্পদ যে অসমৰ উন্নয়নত খৰচ নহৈ বৃটিছৰাজৰ কাৰণে খৰচ হৈছে, এই ব্যৱস্থা যে অতি অন্যায়; সেই কথা বিস্তৃতভাৱে বুজাই দিছিল। এই অন্যায়ৰ বিৰুদ্ধে অসমে সংঘবদ্ধভাৱে যুঁজ দিব লাগে বুলি ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱাইয়ো দোহাৰিছিল। বি.এ. জগন্নাথ অৰ্থাৎ জগন্নাথ বৰুৱা, ৰাধানাথ চাংকাকতি, ফণীধৰ চলিহা আদি বহুতেই সেই সভাত বক্তৃতা দিছিল, কিন্তু আটাইৰে ভিতৰত কমলাকান্ত ভট্টাচাৰ্যৰ ভাষণেহে অম্বিকক আকৰ্ষণ কৰিছিল।

সভাৰ শেষত অম্বিকে নিজে গৈ কমলাকান্তক দেখা কৰি সেৱা জনাই আহিছিল। কমলাকান্তয়ো তেওঁৰ গলগলীয়া মাতেৰে,—"এইজন ডেকাগিৰি, অসমীয়াৰ গুৰু শংকৰৰ বংশধৰ। শংকৰৰ দৰেই সাহসী।" অম্বিকক সুধিছিল,—"তুমি কি কৰি আছা 'বান্ধ'?"

অলপ হাঁহি অম্বিকে কৈছিল, "ইয়াৰে চৰকাৰী হাইস্কুলৰ ৪ৰ্থ বৰ্গত পঢ়ি আছোঁ।"

ৰাজা প্ৰভাত চন্দ্ৰই মাথোঁ সুধিছিল,—'ক'ত আছা?"

অম্বিকে চুটিকৈ উত্তৰ দিলে,—"হৰগোবিন্দ ৰায় চৌধুৰী দাদাৰ লগত।"

ৰাজা বাহাদুৰে আৰু কোনো কথা কোৱা নাছিল। মাত্ৰ কমলাকান্তই কৈছিল,—"সোনকালে পঢ়া-শুনা শেষ কৰা বোপা, জাতিৰ বাবে যুঁজত নামিব লাগিব। অকল গীত-নাটত লাগি থাকিলেই নহ'ব। যুঁজখন তোমালোকৰে—ডেকা-গাভৰুৰ যুঁজ।"

অম্বিকৰ কাণত বাজি আছিল, "জাতিৰ বাবে যুঁজত নামিব লাগিব।"

গুৱাহাটীলৈ অহাৰ পাছত অম্বিকে স্কুল আৰু চুবুৰিৰ সমনীয়াৰ লগতো এই জাতীয় যুঁজ”, “স্বাধীনতাৰ বাবে ঐক্যবদ্ধ সংগ্ৰাম” আদিৰ বাহিৰে আন কথা আৰু পাতিবলৈ বিচাৰি নোপোৱা হ'ল। অম্বিকহঁত থকা ঠাইখনৰ নাম বৰপেটীয়া পাৰা আছিল। কাৰণ, তাত থকা প্ৰায়বোৰ মানুহেই পূৰ্বে বৰপেটাৰ পৰা অহা আছিল। ড° হৰেকৃষ্ণ দাস, গৰ্গৰাম দাস, হৰমোহন চিৰস্তাদাৰ আৰু ৰামপ্ৰসাদ নাজিৰ আদি বৰপেটীয়াসকল তাত আছিল। নিধিৰাম দাস, বিভৱানন্দ চৌধুৰী, কালীচৰণ সেন আদিৰ ঘৰো ওচৰতে। কেশৱ সেন আৰু ধীৰেন সেন কালীচৰণ সেনৰ পৰিয়ালৰে ল'ৰা। অম্বিকে এইবোৰ পৰিয়ালৰ ল'ৰাবোৰৰ লগতে খেলাধূলা কৰে, ব্যায়াম-কুস্তি কৰে। গান-নাট-অভিনয়ৰ আড্ডাও এই সকলৰ মাজতে হয়। এই আড্ডাবোৰত চলা আলোচনাৰ ফলতে গঠিত হ'ল ‘সেৱা সংঘ’—যাৰ উদ্দেশ্য আছিল দেশৰ উৎপীড়িত, বঞ্চিত, নিৰাশ্ৰয়, আতুৰ আৰু দুৰ্বল জনসাধাৰণৰ সেৱা কৰা। নিধিৰাম দাস হ'ল সেৱা সংঘৰ কেপ্টেইন-চেক্ৰেটেৰি আৰু আসাম ভেলি ট্ৰেডিং কোম্পানিৰ মেনেজাৰ গোবিন্দ লাহিড়ীয়ে উক্ত সংঘৰ ধন-ভঁৰালীৰ দায়িত্বত থাকিল।

আচলতে আসাম ভেলি কোম্পানিৰ মেনেজাৰ গোবিন্দ লাহিড়ীয়েই আছিল এই ডেকা-চেমনীয়া দলটোৰ পৰামৰ্শ দাতা। গোবিন্দ লাহিড়ী আগৰে পৰা স্বাধীনচিতীয়া মানুহ। বৃটিছৰ তলত ভাল চাকৰি পায়ো তেওঁ নকৰিলে। গুৱাহাটীৰ পাণবজাৰত থকা বাঙালী ভদ্ৰলোক এগৰাকীয়ে আৰম্ভ কৰা আসাম ভেলি ট্ৰেডিং কোম্পানিৰ মেনেজাৰৰ কামটো তেওঁ বেছি ভাল বুলি গণ্য কৰিলে। এই কোম্পানিটোৱে কলিকতাৰ পৰা কাগজ, কলম, পেঞ্চিল, চিয়াহী আদি স্কুল-কলেজৰ প্ৰয়োজনীয় দ্ৰব্যসমূহ আনি গুদামত জমা কৰি ৰাখিছিল আৰু তাতেই বিক্ৰিও কৰিছিল। এই দোকানখনেই পাণজাৰত একমাত্ৰ ডাঙৰ দোকান আছি। পাছলৈ দোকানখন পণ্ডিতৰ দোকান বুলি জনাজাত হয়। কেশৱ সেনহঁতৰ লগত গোবিন্দ লাহিড়ীৰ ঘনিষ্ঠ মিত্ৰতা আৰু অহা-যোৱা আছিল। সেইদৰেই তেওঁৰ অম্বিকহঁতৰ দলটোৰ লগত অন্তৰংগতা স্থাপন হয়।

কেশৱ সেনহঁতৰ মুখত অম্বিকৰ কাম-কাজ আৰু চিন্তাধাৰাৰ কথা তেওঁ বহুত দিনৰ পৰাই শুনি আছিল। এদিন তেওঁ অম্বিকহঁতৰ দলটোক তেওঁৰ দোকানলৈ মাতিলে। ল'ৰাহঁতৰ আগত তেওঁ এটা সৰু-সুৰা বক্তৃতা দিলে ঃ “চোৱা স্বাধীন হ'ব লাগিলে স্বাৱলম্বী হ'ব লাগিব, অৰ্থাৎ কাৰো ওপৰত নিৰ্ভৰ কৰিব নলগা অৱস্থা পাব লাগিব। আমাৰ দেশৰ সাধাৰণ মানুহবোৰ বৰ দুৰ্বল, নিৰুপায়। দুৰ্বল আৰু নিৰাশ্ৰয়ো।

এই মানুহখিনিক সজাগ কৰি নুতুলিলে স্বাধীনতাৰ বাবে যুঁজ শক্তিশালী নহ'ব। সেৱাৰ মাজেৰেহে এওঁলোকৰ ভিতৰত সোমাব পৰা যাব, স্বাধীনতাৰ বাণী প্ৰচাৰ কৰিব পৰা যাব। তাৰ বাবে পুঁজি লাগিব আৰু এই পুঁজি নিজ শ্ৰমৰ জৰিয়তে অৰ্জা ধনৰ দ্বাৰা গঠন কৰিব লাগিব। এইদৰে স্বাধীনতাৰ বাবে যুঁজ আৰম্ভ কৰিব লাগিব।"

অম্বিকে উদগ্ৰীৱ হৈ সুধিলে,—"কেনেকৈ এই কাম আৰম্ভ কৰা ভাল হয় বুলি আপুনি কয়? আমি এটা সংঘ কৰাৰ কথা ভাবিছোঁ। তাৰ কাৰণে বিভৱানন্দ দাদাৰ লগত কথা-বতৰাও হৈছোঁ।"

গোবিন্দ লাহিড়ীয়ে ক'লে,—"ভাল কথা, অনুষ্ঠান এটা লাগে। সংঘটোৰ নাম সেৱা সংঘ নাৰাখা কিয়। কাৰো একো সন্দেহ হোৱাৰো বাট নাথাকিব।"

তেনেদৰেই সেৱা সংঘৰ প্ৰতিষ্ঠা হ'ল। অম্বিকহঁতে সিদ্ধান্ত কৰিলে যে যিহেতু আত্মনিৰ্ভৰশীল হোৱা দৰকাৰ, তাৰ বাবে প্ৰয়োজনীয় পুঁজি সংগ্ৰহ কৰাৰ একমাত্ৰ সহজ উপায় হৈছে মুটিয়াৰ কাম কৰা। অসমলৈ অহা সকলো বস্তু আৰু অসমৰ পৰা বাহিৰলৈ যোৱা চাহ আদি ৰেল আৰু জাহাজেৰে অহা-যোৱা কৰে। বস্তুবোৰ ৰেল আৰু জাহাজৰ পৰা কঢ়িয়াবলৈ মানুহৰ বৰ অভাৱ হয়। কাৰণ থলুৱা মানুহে মুটিয়াৰ কাম নকৰে। অসমৰ বহিৰৰ পৰা যিবোৰ বনুৱা আহে, চাহবাগানৰ বনুৱা সংগ্ৰহ কৰা চৰ্দাৰবোৰে সিহঁতক চাহ বাগানলৈ কাম কৰিবলৈ নিয়ে। নিধিৰাম আৰু অম্বিকক ৰেল-ষ্টেছন আৰু জাহাজঘাটত মুটিয়াৰ কাম কৰা কৰ্মী নিয়োগ কৰাৰ দায়িত্ব দিয়া হ'ল।

নিধিৰামে এদিন আহি অম্বিকক ক'লে,—"এই অম্বিক, ৰেল ষ্টেছন আৰো জাহাজঘাটোৰ কাম কোৰ্‌বা লাগ্‌লি এজেণ্ট আৰো ষ্টেছন মাষ্টৰৰ হুকুম লাগ্‌বো। জাহাজঘাটৰ কামটুত দিগদাৰ নাই। এজেণ্ট হৈছে ভুবন দাস আৰু ছব এজেণ্ট হৈছে সভাৰাম দাস। কিন্তু মুস্কিল হ'ল, তাহুন আমাক তাত কুলিৰ কাম কৰ্‌বা দিবাৰ নহয় যেন পাইছু।"

অম্বিকে ক'লে, "দেখা যক্ চুন! নেদাৰতো কুনো কাৰণ নাই। আহচুন, তাঁহাক লগ ধৰি চাওঁ!"

মিটিঙৰ পৰা উভতি আহোঁতে এনেয়ে পলম হৈছে। তদুপৰি গানৰ আসৰলৈকো কেইবাদিনো যোৱা নাই। অম্বিকৰ মনটো উচপিচাই আছিল। গতিকে সি পুনৰ ক'লে,—"আজি নাযাওঁ দে। কালি-পৰহি যানে যাম। আজি গানকে দুইখন্সা মান গাওঁ যাই।"

নিধিৰামে চকু টিপিয়ালে,—"অঁ যা যা। সিফালে কিজানি পেটত ভাত নায হৈছে।"

নিধিৰামৰ মন্তব্যটো হৈছে ইন্দুমতীক লক্ষ্য কৰি। ইন্দুমতী হ'ল পাণবজাৰৰ ওচৰতে বাস কৰা পুৰণি বাঙালী পৰিয়াল এটাৰ কন্যা। তেওঁলোকৰ পৰিয়ালটো অতি সংগীত অনুৰাগী। প্ৰায়ে গধূলি তেওঁলোকৰ বাহিৰৰ চ'ৰাঘৰত সংগীতৰ আড্ডা বহিছিল। এই আড্ডাক তেওঁলোকে গানৰ "আসৰ" বুলি কৈছিল। তাঁলৈ অহা-যোৱা কৰোঁতেই অম্বিক-ইন্দুমতীৰ মাজত এক কিশোৰ-প্ৰেমে জন্ম লাভ কৰিছিল। এই প্ৰেমৰ আকৰ্ষণ আছিল তীব্ৰ কিন্তু নিৰব।

ইন্দুমতীৰ বয়স তেতিয়া ১১/১২ বছৰ। অম্বিকৰ সোতৰ-ওঠৰ। ইন্দুমতী সুন্দৰী ব্ৰাহ্মণ কন্যা। গাৰ ৰং বগা, চকুকেইটা পদুম পাহিৰ দৰে বহল আধামুদ খোৱা। ৰঙচুৱা ওঁঠত এটা মৃদু হাঁহিৰ ৰেশ। চুলিটাৰি কিচকিচীয়া ক'লা, কৰঙণলৈকে বৈ পৰা। আসাম ভেলি ট্ৰেডিং কোম্পানিৰ কাষেৰে শুক্ৰেশ্বৰলৈ যোৱা বাটৰ বাওঁফালে থকা ছোৱালী এম. ই. স্কুলত ইন্দুমতীয়ে পঢ়ে আৰু অম্বিকে পঢ়ে জুবিলি বাগিচাৰ কাষত থকা হাইস্কুলত। বিভৱানন্দ ব্যায়ামাগাৰত সদায় পুৱা ব্যায়াম অনুশীলনৰ ফলত অম্বিকৰ শৰীৰ মজবুত আৰু মাংসপেশীবোৰ সবল হৈ পৰিছে। সুস্বাস্থ্যই তাৰ শ্যামল শৰীৰত এটা উজ্জ্বল চিকমিকনি আনি দিছে।

অম্বিক আৰু ইন্দুমতী একে সময়তে একেটা বাটেৰে নিজ নিজ স্কুললৈ যায়। ইন্দুমতী যায় লগৰ এজাক ছোৱালীৰ সৈতে। অম্বিকৰ লগত কেতিয়াবা থাকে নিধিৰাম, কেতিয়াবা খেতিব আৰু কেতিয়াবা অম্বিক অকলে। খঁৰা হাতৰ চোলা, গোৰোবা লুটিওৱা চুৰিয়া পিন্ধি হাতত কিতাপ-বহী লৈ গহীন-গহীন খোজত অম্বিক গৈ থাকে আৰু বাটত ইন্দুমতীহঁতক দেখা পোৱাৰ লগে-লগে তাৰ মন চঞ্চল হৈ উঠে। নিজৰ বাহু, হাত আৰু কলাফুলৰ সুঠাম সৌন্দৰ্য ইন্দুমতীৰ দৃষ্টিত পেলাবলৈ বিভিন্ন কৌশল অবলম্বন কৰে। মাতটো হঠাৎ কেতিয়াবা ডাঙৰ কৰি লগৰজনক এষাৰ খুহুটীয়া কথা কৈ হাঃ হাঃকৈ হাঁহিবলৈ ধৰে আৰু ইন্দুমতীয়ে কেৰাহিকৈ তাৰ পিনে চোৱা যেন পালেই তাৰ মাত স্তব্ধ হৈ পৰে। তাৰ দৃষ্টি মাথোঁ তেতিয়া নিবদ্ধ থাকে ইন্দুমতীৰ স্ফুৰিত অধৰ আৰু নিতম্ব চুমি যোৱা ঘন-কৃষ্ণ মেঘপুঞ্জৰ দৰে নৃত্যৰতা একোছা ঢৌ খেলোৱা চুলিত। ইয়াৰ আকৰ্ষণতেই স্কুলৰ পৰা আহিয়েই অম্বিক ইন্দুমতীহঁতৰ চ'ৰাঘৰৰ গানৰ আড্ডালৈ ঢাপলি মেলে। আনফালে অম্বিক আহি আসৰত বহাৰ লগে-লগে লগৰ আনবোৰ ভাই-ভনীৰ লগত আহি ওচৰৰ বেঞ্চ এখনত বহি ইন্দুমতীয়ে সুৰাবিষ্ট হৈ মুগ্ধ নয়নে গায়ক অম্বিক আৰু খুৰাকলৈ

চাই থাকে। ইন্দুমতীৰ খুৰাক একেখন স্কুলতে অম্বিকৰ লগত একে শ্ৰেণীতে পঢ়িছিল। সেই সময়ত অসমত প্ৰাথমিক বিদ্যালয়ত ঠাই বুজি অসমীয়া মাধ্যম চলিলেও হাইস্কুল আৰু এম. ইত পাঠ্যপুথিবোৰ প্ৰায়েই বাঙালী আৰু ইংৰাজী আছিল। অসমীয়া পাঠ্যপুথি বৰ কম। শিক্ষকসকলৰ ভিতৰতো বহু কেইজন বাঙালী আছিল। অম্বিকহঁতে গোৱা গানবোৰো প্ৰায় বাঙালী আছিল, বেছি ভাগেই আছিল ব্ৰাহ্মসংগীতআৰু দুই-চাৰিটা আধুনিক লেখকৰ যাত্ৰাগানত গোৱা গীত। অম্বিকে মাজে-সময়ে দুই-এটা বৰগীতো গাই শুনাইছিল।

সেৱা সংঘ গঠনত লাগি অম্বিক দুদিনমান এই গানৰ আড্ডালৈ যাব পৰা নাছিল। অম্বিক নথকাত গানৰ আড্ডাও সেমেকা হৈ আছিল। অম্বিক যোৱাৰ লগে লগে গীত-সুৰে হাঁহিয়ে পানৰ আসৰ গম্‌গমাই উঠিল। সিদিনা ইন্দুমতী গানৰ বৈঠকলৈ পলমকৈ আহিল। অম্বিকে মন কৰিলে ইন্দুমতী যেন আগৰ দৰে আনন্দোচ্ছল নহয়, কিছু যেন বিমৰ্ষ। সিদিনা অম্বিকে ইন্দুমতীৰ খুৰাক ঘৰৰ ভিতৰলৈ যোৱাৰ সুযোগতে অকলশৰীয়া ইন্দুমতীক মৃদুস্বৰত বাঙালীতে নিজে ৰচা এটি গানৰ কলি গাই শুনালে;

"আমি গাই গান

তুমি একদৃষ্টে চেয়ে থাকো

আমাৰ প্ৰাণ কৰে আনচান।"

অম্বিকৰ গানৰ গুণগুণনিয়ে যেন ইন্দুমতীক স্তব্ধ কৰি দিলে। এক মুহূৰ্ত অম্বিকৰ পিনে বিস্ফাৰিত নেত্ৰে চাই থাকি লগে লগে ৰঙা-চিঙা পৰি মুখ ঢাকি ঘৰৰ ভিতৰলৈ দৌৰি সোমাই গ'ল। সিদিনাৰ পৰা অম্বিক আহি গানৰ বৈঠকত বহিলে ইন্দুমতী আগৰ দৰে লগে লগে নাহি পাছত অহা হ'ল। আহিলেও লাজ-লাজকৈ অম্বিকলৈ লুকাই-চুৰকৈ চাই অম্বিকৰ চকুৱে চকুৱে পৰিলেও তলমূৰকৈ শাৰীৰ আঁচলটো আঙুলিত পকাই থকা হ'ল। অম্বিকৰ মনত এক অপৰাধবোধে পীড়া কৰিবলৈ ধৰিলে। সিও গানৰ বৈঠকলৈ অহাটো কমাই দিয়াৰ উদ্দেশ্যে নিধিৰামক লগত লৈ জাহাজ কোম্পানিৰ এজেণ্ট ৰায় বাহাদুৰ ভুবনচন্দ্ৰ দাস আৰু ছব্ এজেণ্ট সভাৰাম দাসৰ তালৈ গ'ল।

সিদিনা শনিবাৰ আছিল। স্কুল সোনকালে ছুটী হৈছিল যদিও কোম্পানিৰ অফিছ খোলা আছিল। নিধিৰামে ক'লে,—"আগতে ছব এজেণ্টৰ তাকে যাওঁ আহ্।"

সভাৰাম দাস অফিছতে আছিল। তেওঁ নিজেও দুই-এটা সামাজিক অনুষ্ঠানৰ লগত জড়িত আছিল। যেতিয়া পাৰে দুই-চাৰি দুখীয়া মানুহক সহায়ো কৰিছিল।

অম্বিক আৰু নিধিৰামৰ মুখত সেৱাসংঘৰ উদ্দেশ্য আৰু তাৰ পুঁজিৰ বাবে ল'ৰা কিছুমান মুটিয়াৰ কাম কৰিবলৈ ওলোৱা বুলি শুনি বৰ ভাল পালে।

সভাৰামে ক'লে,—"কিন্তু মইতো এই ক্ষেত্ৰত বিশেষ একো কৰিব নোৱাৰিম। অৱশ্যে তোমালোকক আমাৰ কোম্পানিৰ ইয়াত থকা মূল মানুহ ৰায় বাহাদুৰ ভুবনচন্দ্ৰ দাসৰ তাকে নিব পাৰিম। তেখেত জাহাজ কোম্পানিৰ এজেন্ট, মই তেখেতৰ তলতহে। ৰায় বাহাদুৰ বৰ ভাল মানুহ। বুজাই ক'ব পাৰিলে তেখেতে নিশ্চয় সহায় কৰিব।"

ভুৱনচন্দ্ৰ দাসৰ ওচৰলৈ সভাৰামেই লৈ গ'ল। তেওঁ অম্বিক আৰু নিধিৰামক চিনাকি কৰি দিয়াত ভুৱনচন্দ্ৰ দাসে ক'লে,—"অ', মই এওঁলোকৰ কথা শুনিছোঁ। দুয়ো বিভবানন্দ চৌধুৰীৰ তাত ব্যায়াম নিশিকা জানো?"

অম্বিকহঁতে অতি বিনয়েৰে স্বীকাৰ কৰিলে যে হয়, তেওঁলোকে বিভৱানন্দৰ তাতেই ব্যায়াম শিকে; কিন্তু লগত আৰু ল'ৰা আছে। অকল সিহঁত দুজন নহয়।

ৰায় বাহাদুৰে ক'লে,—"তোমালোকৰ সংঘৰ কাম কি কি হ'ব আৰু সংঘৰ চেক্ৰেটেৰি, কোষাধ্যক্ষ, সদস্য ইত্যাদি কোন কোন?"

অম্বিকে ক'লে,—"আমাৰ সংঘৰ কেপ্টেইন চেক্ৰেটেৰি হ'ল নিধিৰাম দাস, মানে এওঁ। মই সদস্য।"

নিধিৰামে ক'লে,—"আমাৰ সংঘৰ উদ্দেশ্য হৈছে নিৰাশ্ৰয়, আতুৰক সহায় কৰা। তাৰ পুঁজিৰ কাৰণে আমি আপোনাৰ কোম্পানিৰ জাহাজৰ মুটিয়াৰ কাম কৰিব খোজোঁ। কাম কৰি পোৱা পইচাবোৰ আমি সংঘৰ কোষাধ্যক্ষৰ হাতত জমা দিম।"

"কোষাধ্যক্ষ কোন?"

এইবাৰ অম্বিকে উত্তৰ দিলে, "গোবিন্দ লাহিড়ী।"

ভুবনচন্দ্ৰ অলপ লৰি-চৰি পোন হৈ বহিল।

"গোবিন্দ লাহিড়ী? সেই আসাম ভেলি ট্ৰেডিং কোম্পানিৰ মেনেজাৰজন নেকি?"

"হয়।" অম্বিকে ক'লে।

"মানুহজন অলপ বেলেগ বুলি শুনিছোঁ। কলিকতাত হেনো স্বদেশীসকলৰ লগত অহা-যোৱা কৰে—ইয়াত এই সংঘত সেইবিলাক কথা নাইতো?" সন্দিগ্ধ সুৰত ভুৱনচন্দ্ৰই ক'লে।

"নাই, নাই। সেইবোৰ একো নাই।" অম্বিকে টপৰাই উত্তৰ দিলে।

"বাৰু, জাহাজৰ মাল উঠোৱা-নমোৱাৰ কাম কৰাত আমাৰ একো আপত্তি নাই। আজিকালি মুটিয়া পোৱাই টান হৈছে। আটাইবোৰ মানুহ চাহ-বাগিচাত কাম কৰিবলৈ লৈ যায়। তোমালোকে এটা কাম কৰিবা, সোমেশ্বৰ চৌধুৰীক লগ ধৰিবা। তেওঁ কুলিৰ চৰ্দাৰ। আঠগাঁৱত থাকে। তেওঁৰ আপত্তি নহ'লে আমাৰ পৰা কোনো বাধা নাই।"

পাছদিনা দেওবাৰে ৰাতিপুৱাই নিধিৰাম আৰু অম্বিকে আঠগাঁৱলৈ গৈ সোমেশ্বৰ চৌধুৰীক লগ ধৰিলে। আগদিনাই বিষ্ণুৰাম মেধি, ত্ৰিগুণা বৰুৱা, গণেশ ব্ৰহ্মা, পুষ্প উজীৰ, কুমুদ বৰা আৰু অনুকুল দাস গুপ্তক খবৰ দি থৈছিল অম্বিকে। অলপ পাছতে তেওঁলোকো গৈ সোমেশ্বৰ চৌধুৰীৰ ঘৰ ওলালগৈ। ৰাতিপুৱাতে এজাক ল'ৰাক নিজৰ ঘৰৰ বাৰাণ্ডাত দেখি সোমেশ্বৰ চৌধুৰী চক খাই উঠিল। এই জাক ল'ৰাই বিভৱানন্দ চৌধুৰীৰ তাত ব্যায়াম শিকে বুলি তেওঁ জানে। অম্বিকক মহৰমৰ সময়ত লাঠি আৰু ডেগাৰ খেলা তেওঁ দেখিছে। বিনন্দ, বঙ্কিম, ত্ৰিগুণা, বিষ্ণুৰাম আৰু অম্বিকে ব্ৰহ্মপুত্ৰত একেলগে সাঁতোৰা তেওঁ কেবাদিনো দেখিছে। নিধিৰামো কেতিয়াবা দলটোৰ লগত যোৱা দেখিছে। ল'ৰাজাক কিয় আহিছে বুজি নাপালেও বাহিৰত কোনো অস্থিৰতা নেদেখুৱাই চৌধুৰীয়ে স্বাগত কৰিলে।

"এয়া, চিৰস্তাদাৰৰ ভাই দেখুন। আও, আও, ভাই চব। কৈসে আনা হুৱা? কি কাম আছে?"

অম্বিকে ক'লে,—"আপোনাৰ তাত কাম বিচাৰি আহিছোঁ চৌধুৰী চাহেব আমাক আপুনি সহায় কৰিব লাগে। আমি সেৱা সংঘৰ পৰা আহিছোঁ।"

"কাম? সহায়? ক্যা কৰণে হোগা?" সোমেশ্বৰ চৌধুৰীয়ে আচৰিত হৈ সুধিলে।

নিধিৰামে মাত লগালে,—"থিয়াই কৰা পাৰা কথা নহয় চৰ্দাৰ; কিছু সময় লাগ্‌বো।"

"ৰাম, ৰাম। মোৰ আক্কেলটু চাওক। আহক আহক, ভাইসকল। ঘৰৰ ভিতৰলৈ বহকহি। ৰাতিপুৱা আহিছে, চাহ একোটুপিও খাওকহি। চাহ খাই খায়েই সকলো শুনিম।"

চৰ্দাৰে অকল চাহ নহয়, পুৰি-ভাজিও খুৱালে। অম্বিকে সোমেশ্বৰ চৌধুৰীক সেৱা সংঘ গঠন, তাৰ উদ্দেশ্য, জাহাজ কোম্পানিৰ এজেণ্টে কোৱা কথা—এটা এটাকৈ সকলো কথা বিতংকৈ ক'লে। ল'ৰাইঁতে নিৰাশ্ৰয়, আতুৰক সহায় কৰিবলৈ পুঁজি সংগ্ৰহৰ বাবে মুটিয়াৰ কাম কৰিব বুলি শুনি আচৰিত হোৱাৰ লগতে উৎফুল্লও হ'ল।

বিদেশত মানচেষ্টাৰ মিলত তৈয়াৰী কাপোৰ কিনিলে সেই ধন সম্পূৰ্ণ বিদেশলৈ গুচি যায়। আমাৰ দেশখন শোষণ কৰি থাকিবলৈ দি তাৰ দ্বাৰা বিদেশী চৰকাৰক সহায় কৰি থকা যে হয়, এই কথা দেশৰ জনসাধাৰণক বুজাবলৈকে এই অভিযান। আমাৰ তিৰোতাবোৰক বুজাব লাগিব যে প্ৰতিগৰাকী তিৰোতাই যদি আমাৰ নিজৰ মানুহে বাৰীত ৰোৱা কপাহৰ পৰা যঁতৰত সূতা কাটি সেই সূতাৰে নিজৰ তাঁতত বোৱা কাপোৰ পিন্ধে বা নিজৰ দেশৰ মানুহে উৎপাদন কৰা কাপোৰ কিনি পিন্ধে, তেন্তে দেশৰ ধন দেশৰ মানুহৰ হাততে থাকে—বিদেশলৈ নাযায়। এই কাম তোমালোকে হাতত লব লাগিব। কলিকতাত দেশবন্ধু চিত্তৰঞ্জন দাসে স্থাপন কৰা বংগলক্ষ্মী মিলৰ কাপোৰ মই আনি দিম। তোমালোকে ঘৰে-ঘৰে ফেৰি কৰি ফুৰিব লাগিব।"

অম্বিকহঁত আকৌ এটা নতুন কামত সোমাই পৰিল।

কাপোৰ লৈ ফুৰোঁতে কেতিয়াবা ইন্দুমতীহঁতৰ ঘৰতো সোমায়। আশা, কিজানি ইন্দুমতীক দেখা পায়েই; কিন্তু নাই, ইন্দুমতীক লগ নাপায়। ইন্দুমতী স্কুললৈ যোৱাৰ সময়তো অম্বিক আহি নাপায়, ফেৰি কৰি ফুৰোঁতে দেৰী হৈ যায়। অম্বিকৰ মনটো বৰ বেয়া হৈ গ'ল। আন এটা কথাই অম্বিকৰ মন আৰু বেয়া কৰি দিলে।

সিদিনা দেওবাৰ। অম্বিক, বিনন্দ, ত্ৰিগুণা আৰু বঙ্কিমে ৰেল ষ্টেছনত মুটিয়াৰৰ কাম কৰিবলৈ গৈছে। দুই-তিনি খেপ মাৰি সিহঁত অলপ জিৰাইছেহে। এনে সময়তে গণেশ ব্ৰহ্ম আৰু পুষ্প উজীৰ হেপাই-ফেপাই দৌৰি সিহঁতৰ ওচৰ পালেহি। পুষ্প উজীৰে অম্বিকক ক'লে,—"এই অম্বিক আজি গধূলি নিধিৰামৰ ঘৰত আমাৰ সেৱা সংঘৰ এখন মিটিং হ'ব—জৰুৰী মিটিং। অকল তহঁত কেইটা যাবি। বাকী যাক মাতিব লাগে কেপ্টেইনে নিজে মাতিব।"

ত্ৰিগুণাই সুধিলে, "কেপ্টেইন ক'ত?"

পুষ্পই উত্তৰ দিলে,—"জাহাজঘাটত মুটিয়াৰ কাম কৰি আছে। আমিও তাতেই আছিলো—এতিয়া আকৌ জাহাজঘাটলৈ যাম।"

"বাৰু ঠিক আছে। গধূলি ছয়মান বজাত যাম বুলি ক'বি।" অম্বিকে ত্ৰিগুণা, বিনন্দ আৰু বঙ্কিমলৈ চাই ক'লে,—"নহয় নে? তহঁতৰ কিবা অসুবিধা হ'ব নেকি?"

"নাই নহয়। ছয় মান বজাতে যাম যা, কেপ্টেইনক ক'বি।" ত্ৰিগুণায়েই বাকী দুজনৰ হৈও ক'লে।

পুষ্প আৰু গণেশ গুচি গ'ল।

ইয়াৰ পাছত অম্বিকহঁতে আৰু কেইটামান খেপ মাৰি ঘৰে-ঘৰে উভটি গ'ল। সিদিনা সিহঁত চাৰিটাই মুঠতে বাইছ টকা উপাৰ্জন কৰিলে। সিহঁতে কাম কৰা প্ৰতিদিনেই প্ৰায় বিছৰ পৰা পঁচিছ টকালৈ উপাৰ্জন কৰে। কেতিয়াবা ত্ৰিছ টকাও হয়।

সিদিনা গধূলি নিধিৰাম কেপ্টেইনৰ ঘৰত আটায়ে লগ লাগিল। অম্বিকে মন কৰিলে যে, কেশৱ, ধীৰেন, সুৰেন, ক্ষিতীশ, অনুকূল আৰু ধীৰেশ্বৰ মিটিঙৰ ঠাইলৈ অহা নাই। সি নিধিৰামক সুধিলে,—"কেপ্টেইন, কেশৱ, ধীৰেনহঁত দেখোন কোনো নাই। সিহঁত নাহে নেকি?"

নিধিৰামে গহীন সুৰত উত্তৰ দিলে,—"সিহঁতক মই ইচ্ছা কৰিয়েই মতা নাই। গোপন কথা আলোচনা কৰিব লগা আছে।"

"কিন্তু সেৱা সংঘৰ সিহঁতোতো মেম্বাৰ। সংঘৰ মিটিঙলৈ সিহঁতক নমতাকৈ থকাটো বৰ অন্যায় হৈছে।" অম্বিকে প্ৰতিবাদৰ সুৰত কৈ থিয় হ'ল—"এনে হ'লে ময়ো এই মিটিঙত নাথাকোঁ।"

নিধিৰামে ধমক দি কৈ উঠিল, "পাগলামি নকৰিবি অম্বিক। মই সেৱা সংঘৰ কেপ্টেইন চেক্ৰেটেৰি নহয় না? মোৰ সংঘৰ কিছু কথাত স্বাধীনতা আছে। সেই যুক্তিতে তাঁহাক মাতা নাই। আগোতে গতেখিনি শুনি লো, তাৰ পিছোত যি ইচ্ছা তাকে কৰবি। মোৰ একো কবাৰ নাই।" খং উঠিলে আৰু আবেগত নিধিৰামৰ সদায় কামৰূপী দোৱান ওলায়।

বাকীবোৰেও নিধিৰামৰ কথা সমৰ্থন কৰাত অম্বিক বহি পৰিল।

নিধিৰামে যি ক'লে তাৰ সাৰমৰ্ম হ'ল এইটো ঃ সেৱা সংঘৰ মিটিঙত প্ৰতি সপ্তাহত মুটিয়া কামৰ বাবে যি তালিকা কৰা হয়, তাত কেশৱ, সুৰেনহঁতৰ নামো থাকে যদিও ধীৰেন মুটিয়া কামৰ বাবে কোনোদিনে যোৱা নাই। কেশৱ, সুৰেন, ক্ষিতীশো কেতিয়াবাহে যায়। যোৱাৰ ভিতৰত বেছিকৈ যায় অনুকূল আৰু ধীৰেশ্বৰ। কিন্তু সিহঁতেও মাজে-মাজে বাদ দিয়ে। "স্বদেশী গ্ৰহণ, বিদেশী বৰ্জন" অভিযানৰ কামতো সিহঁতে ঘৰে-ঘৰে ফুৰা কাম নকৰে বুলিয়েই ক'ব পাৰি।

অম্বিকে মাজতে মাত দি উঠিল, "কিন্তু কেশৱ, অনুকূল আৰু ধীৰেশ্বৰতো মোৰ লগতে গৈছে!"

নিধিৰামে গহীন সুৰত ক'লে, "এৰা গৈছে। তই যেতিয়া মাতি নিছ, তেতিয়া!" বাকী বিলাকলৈ চাই নিধিৰামে ক'লে, "নহয়নে?"

পুষ্প উজীৰ, ত্ৰিগুণা, বিষ্ণু আটায়ে এক স্বৰে ক'লে, "ঠিকেই কৈছা কেপ্টেইন।"

অম্বিকৰ মাত হৰিল। নিধিৰামে ঠিকেই কৈছে, কেশৱ, ধীৰেশ্বৰে নিজে আহি তাক লগ ধৰা নাই। সিহে সিহঁতক মাতি নিছে।

নিধিৰামে পুনৰ ক'লে, "মুটিয়া কামটো কিমান কষ্টৰ কাম আটায়ে গম পাইছা। এইদৰে কষ্ট কৰি অৰ্জা পইচা আমি আমাৰ ধন-ভঁৰালী গোবিন্দ লাহিড়ীৰ হাতত জমা দিছোঁ। এটা পইচাও আমি চাহ-তামোলতো আনকি খৰচ কৰা নাই। ঘৰে-ঘৰে বংগলক্ষ্মী মিলৰ কাপোৰ বিক্ৰি কৰি ফুৰিছোঁ—তামাচা-স্ফূৰ্তি বাদেই দিছোঁ দেশৰ কামৰ নামত। কাপোৰ বিক্ৰিৰ কোনো কমিশ্যনো লোৱা নাই। অথচ, বেজাৰৰ কথা কি জানানে?"

আটায়ে উদগ্ৰীৱ হৈ সুধিলে, "কি?"

"আমি মুটিয়াৰ কাম কৰি ধন-ভঁৰালীৰ হাতত জমা থোৱা টকাৰে আসাম ভেলি ট্ৰেডিং কোম্পানিৰ দোকানৰ কাপোৰ বিক্ৰি কৰিবলৈ দৰমহা দি মানুহ ৰাখিছে। আৰু কাক ৰাখিছে জানানে?" আটাইৰে মুখত চকু ফুৰাই নিধিৰামে ক'লে, "আমাৰে সেৱা সংঘৰ মেম্বাৰক।"

অবাক হৈ অম্বিকে সুধিলে, "হয নেকি? কাক কাক ৰাখিছে?"

"ধীৰেন, সুৰেন, কেশৱ আৰু ক্ষিতীশক। মাহে ২০/২৫ টকা দৰমহা দিয়ে। অনুকূলৰ পৰাই শুনিছোঁ কালি।"—পুষ্প উজীৰে ক'লে। "মই কালি শনিবাৰৰ স্কুল হাফ্ হোৱাৰ পাছত অনুকূলক আজি জাহাজ ঘাটত কাম কৰিবলৈ লগ ধৰিবলৈ গৈছিলো। সি ক'লে যে সেইবোৰ কৰি একো লাভ নাই—আমি গাধাৰ দৰে খাটিম আৰু লুটিব আনে। সিয়ে ক'লে যে সেৱা সংঘত আমি জমা দিয়া টকাৰে সিহঁত চাৰিজনক দৰমহা দি দোকানত কাম কৰিবলৈ ৰাখিছে।"

অম্বিক শিল পৰা কপৌৰ দৰে থৰ হৈ গ'ল।

নিধিৰামে কৈ গ'ল,- "ইয়াৰ মানে কি বুজি পাইছা নে? জাত-ভাই প্ৰীতি। বাঙালীয়ে কেতিয়াও বাঙালী প্ৰীতি এৰিব নোৱাৰে। আমাক, আমি অসমীয়া গাধাবোৰৰ ওপৰতে ইহঁতে টেক্কা মাৰি থাকিব খোজে।"

বাঙালী? এৰা, হয়— গোবিন্দ লাহিড়ীয়ে দোকানত ৰখা আটাইকেইটাই বাঙালী। এনেকি গোবিন্দ লাহিড়ীও বাঙালী! তাৰ মনলৈ আহিল ইন্দুমতী? ইন্দুমতীওতো বাঙালী। কিন্তু ইন্দুক এদিন নেদেখিলেই যে আন্ধাৰ আন্ধাৰ লাগে!

"দেখা নাইনে? সিহঁতৰ কোনো এটায়ো অসমীয়া নকয়। ক'লেও ঠাট্টা কৰি

কামৰূপীহে কয়। সিহঁতে নিজৰ জাতিৰ ভেম কেতিয়াও নেৰে। অসমতে খাব, অসমতে ধন ঘটিব, আৰু গুণ গাব বংগমাতা, বংগভাষাৰ। খাই পাত ফলাৰ জাত!" ক্ষুব্ধ নিধিৰামে ক'লে।

"কিন্তু স্বাধীনতা? বৃটিছকতো খেদিব লাগিব। আমি সকলো মানুহ যদি এক হৈ থাকিব নোৱাৰোঁ, আমাৰ মাজত যদি আপোন-পৰ ভাব থাকে, তেন্তে আমি বৃটিছৰ বিৰুদ্ধে স্বাধীনতাৰ বাবে যুঁজিম কেনেকৈ? বংগদেশখনো বৃটিছৰে গোলাম।" স্বপ্নতে কোৱাৰ দৰে অম্বিকে ক'লে,—"আৰু এটা কথা, গোবিন্দ লাহিড়ীয়ে অনুকূল আৰু ধীৰেশ্বৰকতো দৰমহা দি ৰখা নাই!"

নিধিৰামে উত্তৰ দিলে,—"সেইটো এটা ছল। অনুকূল আৰু ধীৰেশ্বৰক মুটিয়াৰ কাম বা কাপোৰ ফেৰি কৰিবলৈ নগ'লে কিবা কয়নে গোবিন্দ লাহিড়ীয়ে? কিন্তু তোক-মোক? এদিন নগ'লেই ৰক্ষা নাই। কিমান যে লেকছাৰ!"

কথাটো নোহোৱা নহয়। অম্বিকে ভাবিলে।

ৰত্নিমে মাত দিলে,—"আমি কিন্তু আমাৰ মনৰ ভাব সিহঁতক জানিবলৈ দিয়া ঠিক নহ'ব।"

অম্বিকে ক'লে,—"আগতে আমি এইবাৰৰ সেৱা সংঘৰ মিটিঙত গোবিন্দ লাহিড়ীৰ পৰা হিচাপ বিচাৰিব লাগিব। আজি আমি মুটিয়াৰ কাম কৰি অৰ্জা পইচাখিনি জমা নিদিওঁ, যদি তাৰ পইচাৰে দোকানত দৰমহা দি মানুহ ৰাখিছে।"

অৱশেষত সেইটোৱেই ঠিক হ'ল। প্ৰতি বুধবাৰে সেৱা সংঘৰ পূৰা কমিটিখন বহে। তাতেই কেপ্টেইন চেক্ৰেটেৰিয়ে ধন-ভঁৰালীক হিচাপটো খুজিব। জমা দিয়া হিচাপটো কেপ্টেইনৰ হাতত আছেই, ধন-ভঁৰালীয়ে খৰচ আৰু হাতত জমাৰ হিচাপটোহে দিব লাগিব। এইবাৰৰ পইচাখিনি নিধিৰাম কেপ্টেইনৰ হাততে থাকিব। যদি গোবিন্দ লাহিড়ীয়ে ঠগাইছে তেন্তে অন্য কথা ভাবিব লাগিব। কিন্তু বুধবাৰ পৰাৰ আগতেই ঘটনাই বেলেগ গতি ললে।

মঙলবাৰে স্কুল ছুটী হোৱাৰ পাছত কেশৱ সেনে আহি অম্বিক আৰু নিধিৰামক জনালেহি যে আসাম ভেলি ট্ৰেডিং কোম্পানিৰ পৰা ফেৰি কৰিবলৈ দিবলৈ আছুতীয়াকৈ থৈ দিয়া বোম্বাইৰ পৰা অনা দেশী কাপোৰৰ থান দুটা দোকানৰ পৰা নোহোৱা হৈছে। সেইকাৰণে গোবিন্দ লাহিড়ীয়ে সুৰেন আৰু ক্ষিতীশক কামৰ পৰা খেদি দিছে। গণেশ আৰু অনুকূলকো ফেৰি কৰিবলৈ নিদিয়ে বুলি কৈছে হেনো।

অম্বিকে বৰ বেয়া পালে। আজি থান হেৰোৱা বাবে তাহাঁতৰ লগৰ কেইজনমানক খেদিছে, কালিলৈকে অম্বিকহঁতকো বদনাম দি খেদিব।

বুধবাৰৰ মিটিংখনলৈ সুৰেন, ক্ষিতীশ, গণেশ আৰু অনুকূলো নগ'ল। গোবিন্দ লাহিড়ীয়ে দোকানৰ পৰা নাইকিয়া হোৱা থান দুটাৰ কথাই মাথোঁ ক'লে। তেওঁ ক'লে যে আগৰ শনিবাৰে তেওঁ বোম্বাই মিলৰ দেশী কাপোৰৰ দুটা দামী থান উলিয়াই গণেশ ব্ৰহ্ম আৰু অনুকূল দাসগুপ্তক দেখুৱাইছিল। থান দুটা দুয়ো সোমবাৰে ফেৰি কৰিবলৈ নিব লাগিব বুলি কৈ থৈছিল। সিদিনা দোকানত মাত্ৰ সুৰেন আৰু ক্ষিতীশ আছিল। দোকান বন্ধ কৰালৈকে আন কোনো দোকানত নাছিল। গোবিন্দ লাহিড়ীয়ে নিজে দোকানত তলা মাৰিছিল। দেওবাৰে দোকান খোলা নাই। সোমবাৰে গোবিন্দ লাহিড়ীয়ে দেখে থান দুটা নাই—ক'তো নাই। চব চাইছে। থান দুটা নাই যে নায়েই। অনুকূলক ৰাতিপুৱাই দোকানলৈ মাতিছিল লাহিড়ীয়ে। সি অহা নাই। গণেশ আহিছিল, সি হেনো ক'লে যে সি আৰু কাপোৰ ফেৰি নকৰে। এতিয়া কি কৰা যায়। সেৱা-সংঘৰ পইচাৰে চাৰিজন ল'ৰাক ৰাখিছিল, লাভৰ পৰা সেৱা-সংঘৰ ধাৰ মাৰিব বুলি; কিন্তু লাভ হ'ব ক'ত? থান দুটাই হেৰাল। লোকচানহে হ'ল।

অম্বিক, নিধিৰাম আটায়ে বৰ বেজাৰ কৰিলে।

অম্বিকে কৈয়েই দিলে, "সেৱা-সংঘৰ আগৰ টকা-পইচাখিনি আপোনাৰ হাততে থাকক। দৰমহা দিবলৈ যিখিনি ধাৰ হৈছিল সেইখিনি কিছুদিন পাছতে মাৰি দিব।" দেওবাৰে পোৱা পইচাখিনি যে নিধিৰামৰ হাতত থৈছে সেই কথাটো কিন্তু নক'লে। আনবোৰেও একো নক'লে, গোবিন্দ লাহিড়ীয়েও সেই বিষয়ে কোনো উল্লেখ নকৰিলে। এইদৰেই তেওঁলোকৰ আত্মীয়তাত ফাট মেলিলে।

বাহিৰলৈ ওলাই আহি নিধিৰামে ক'লে, "যত চব ছলবাজ! ই গোবিন্দ লাহিড়ীয়ে মতলব কৰিয়েই এইখন কৰিছে।"

পুষ্প উজীৰেও নিধিৰামৰ কথাতে হয়ভৰ দিলে। আনবোৰে একো নামাতিলে। অম্বিকৰ মনটো বেদনাৰে ভাৰাক্ৰান্ত হৈ পৰিল। ইন্দুমতীও যে বাঙালী! ইন্দুমতীক গান নুশুনালে তাৰ প্ৰাণ যে নভৰে। চেগ পালেই সি সেই গানৰ আড্ডালৈ যায়—অকল ইন্দুমতীৰ মুগ্ধ আনন্দোজ্জ্বল মুখখন চাবলৈকে। নাই, সি ইন্দুক এৰিব নোৱাৰে!

এই ঘটনাৰ পাছৰ পৰা সিহঁতে আসাম ভেলি ট্ৰেডিং কোম্পানীৰ কাম-কাজত ঢিলা দিলে। কিন্তু মুটিয়াৰ কাম আৰু স্বদেশী গ্ৰহণ-বিদেশী বৰ্জনৰ অভিযান অম্বিকহঁতে চলাই থাকিল। মানুহৰ মাজত বিশেষকৈ কিশোৰ-কিশোৰী আৰু ডেকা-গাভৰুৰ মাজত এটা স্বদেশী ভাবৰ আলোড়ন উঠিছিল। প্ৰায়বোৰেই ঘঁৰত সূতা কাটিবলৈ

শিকিছিল। অসমীয়া পৰিয়ালৰ বহু কেইঘৰত তুলি থোৱা তাঁতশালবোৰ নমাই আনি চোতালত পাতি লোৱাৰ যো-জা চলিছিল। মানুহে বোম্বাইৰ মিল আৰু বংগলক্ষ্মী মিলৰ কাপোৰ কিনিবলৈ হেতা-ওপৰা লগাইছিল। অম্বিকহঁতৰ মনলৈকো এক সন্তুষ্টিৰ ভাব আহি পৰিছিল।

এনেতে পূজা আহিল—সৰস্বতী পূজা। ছাত্ৰ-ছাত্ৰীসকলৰ বাবে এক বিশেষ উৎসৱ। সেই সময়ত গুৱাহাটীৰ চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয় অৰ্থাৎ কটন কলেজিয়েট স্কুলতে আন সকলো স্কুলৰ ছাত্ৰ-ছাত্ৰীয়ে লগ হৈ এখন মাত্ৰ সৰস্বতী পূজা পাতিছিল। তেতিয়াও গুৱাহাটীত সৰস্বতী প্ৰতিমাৰ পূজা চলা নাছিল। ঘট স্থাপন কৰিহে বাগ্‌দেৱীক আৱাহন কৰা হৈছিল। দেৱীক বোধন কৰি স্থাপন কৰা ঘটটোকে পূজাৰ শেষত ব্ৰহ্মপুত্ৰত বিষৰ্জন দিয়া হৈছিল। সৰস্বতী পূজাৰ দিনা পূজাথলীৰ অস্থায়ী মঞ্চত নৃত্য-গীত আদিৰ বিচিত্ৰানুষ্ঠান পতা হৈছিল। সেইবাৰ সৰস্বতী পূজাৰ গধূলি বিচিত্ৰানুষ্ঠানৰ লগতে এখন দেশপ্ৰেমৰ নাটকো মঞ্চস্থ কৰিবলৈ ঠিক কৰা হৈছিল।

অম্বিকৰ ক্ৰীড়া-গীত আদিৰ প্ৰতি থকা অনুৰাগৰ কথা আটায়ে জানিছিল। সি স্কুলৰ আড্ডাত মাজে-সময়ে ঠাইতে ৰচনা কৰি গোৱা গীত আৰু কাহিনী ৰচনা কৰি মাতি যোৱা দুই-এটা বচনৰ পৰা সাহিত্য ৰচনাতো যে তাৰ হাত আছে তাক ছাত্ৰসকলে জানিছিল। তদুপৰি দেশৰ কামৰ ক্ষেত্ৰত তাৰ নিষ্ঠা আৰু সাহসৰ পৰিচয় পাই তাৰ নেতৃত্ব মানি লবলৈ অনুগামীসকলৰ কোনো আপত্তি নাছিল। গতিকে নাটক ৰচনাৰ ভাৰ অম্বিককে দিয়া হ'ল।

অম্বিকৰ গাত সাহিত্যৰ বীজ আছিল কেইবা শতিকাৰো আগৰে পৰা। শ্ৰীমন্ত শংকৰদেৱ যি শিৰোমণি ভূঞাৰ বংশৰ, অম্বিকো সেই একেজন শিৰোমণি ভূঞাৰ বংশধৰ। ৰামৰায়ৰ বংশৰ কাৰণেই অম্বিকহঁতৰ বংশক ৰায়বংশ বুলি কয়। ৰাম ৰায়ৰ প্ৰকৃত নাম আছিল জগতানন্দ, শ্ৰীমন্ত শংকৰদেৱৰ পিতৃ কুসুম্বৰৰ একে গৰ্ভী ভ্ৰাতৃ জয়ন্তাৰ ল'ৰা। শংকৰদেৱে শিৰোমণি ভূঞাৰ বাব গ্ৰহণ নকৰি সেই ভাৰ জগতানন্দক দিছিল। ধৰ্মীয় ন্যস্ত স্বাৰ্থৰ উচটনিত তেতিয়াৰ ৰজাৰ ৰোষত পৰি শ্ৰীমন্ত শংকৰদেৱে যেতিয়া শিষ্য, অনুৰাগী আৰু পৰিয়ালক লগত লৈ ইঠাইৰ পৰা সিঠাইত ঘূৰি ফুৰিছিল, জগতানন্দই তেওঁৰ লগ এৰা নাছিল। তেৰোঁ শংকৰদেৱৰ শিষ্যত্ব গ্ৰহণ কৰিছিল। শিল্পী স্বভাৱৰ পিতৃ আৰু সত্ৰীয়া সংস্কৃতিৰ সুৰীয়া পৰিৱেশত আপডাল পোৱা সুকণ্ঠী মাতৃৰ পৰা আহৰণ কৰা সত্ৰীয়া সাংস্কৃতিক ঐতিহ্যৰ প্ৰতি অনুৰাগে অম্বিকৰ স্বাভাৱিক সৃষ্টিশীল চৰিত্ৰত সাৰপানী যোগাইছিল। গতিকে অম্বিকেই নাটক

লিখাৰ দায়িত্ব মূৰ পাতি ল'লে। নাটকৰ নাম দিলে "বন্দিনী ভাৰত"। ভাৰতৰ পৰাধীনতা-প্ৰসূত দুৰ্দশাৰ কাহিনীৰ লগতে নাটকখনৰ প্ৰতিটো শব্দতে আছিল বৃটিছৰ বিৰুদ্ধে বিষোদ্‌গাৰ আৰু ধিক্কাৰ। নাটকখন পঢ়ি ল'ৰাবোৰৰ তপত তেজ উতলি উঠিল। নিধিৰামে ক'লে,—"কি লেখছাহ্ এ অম্বিক? গটেখেন দেখুন জুই। তইতো মৰ্‌বিএ,—বাকী গিল্‌খানো দেখুন মোৰ্‌বো।"

অম্বিকে বুজালে,—"নাটক খেন এন্‌কে নাথ্‌কে নহয়। কেইবাটাৰ হাতেদি চৰিত্ৰ গিলানৰ বচন কেটা লিখে লৈ গায়ে গায়ে বিলে দিম। হাতৰ আখৰ ধৰ্‌বা নৰাকে লেখ্‌লিয়ে হ'ল। লেখা কেইটাই নাটক নক্‌ৰেই। কাৰ আখৰ কুনো কবা নৰ্‌বো—আমাৰ কেটাই নকলি এ হ'ল। কেন্‌কে ধোৰ্‌বো?"

নাটৰ আখৰা পূৰাদমে চলিল। চৰকাৰী হাইস্কুলখনৰে ভিতৰুৱা কোঠা এটাত নাটকৰ আখৰা আৰু বাহিৰৰ মাত কথা শুনি থকা কোঠা এটাত নৃত্য-গীতৰ আখৰা চলি থাকিল।

সৰস্বতী পূজাৰ দিনা এটা সৰস্বতী বন্দনাৰে বিচিত্ৰানুষ্ঠান আৰম্ভ হ'ল। তাৰ পাছতে নাটক। অম্বিকে আগদিনাই প্ৰতিটো চৰিত্ৰৰ নিজা বচনবোৰ আৰু ষ্টেজৰ পৰা প্ৰবেশ-প্ৰস্থানবোৰ ঠিক আছে নে চাই নিশ্চিন্ত হৈ লৈছে। তথাপি কোনোবাই কিবা বচন পাহৰে বুলি ১,২ নম্বৰ দি কেইবাখনো টুকুৰা-টুকুৰি কাগজত টান-টান বচনবোৰৰ কঠিন বাক্যাংশবোৰ প্ৰম্পটাৰৰ হাতত দি থোৱা হৈছিল। যথা সময়ত নাটক আৰম্ভ হ'ল। বাহিৰত ঠাহ খোৱা দৰ্শক। ছাত্ৰই নাটক কৰা দেখা নাই। গতিকে যেয়ে খবৰ পাইছে সেয়ে চাবলৈ আহিছে।

প্ৰথম দৃশ্যৰ সূত্ৰধাৰৰ দৰে এজনে ভাৰতবৰ্ষৰ মেপ এখন আনি মঞ্চত দাঙি ধৰি ভাৰতৰ গুণ-গৰিমা বখানিবলৈ আৰম্ভ কৰোঁতেই কেউফালে এটা হুলস্থূল লাগি পৰিল। ল'ৰাইঁতে দেখিলে এক ডজনমান চিপাহীক লগত লৈ এজন দাৰোগা মঞ্চলৈ সোমাই আহিছে। দাৰোগাই আহি পায়েই সূত্ৰধাৰজনৰ হাতৰ পৰা মেপখন কাঢ়ি লৈ গৈ ল'ৰাজনক সুধিলে,—"এইখন কি?"

প্ৰম্পটাৰজনে কাগজবোৰ লুকুউৱাৰ আগতেই সূত্ৰধাৰ হোৱা ল'ৰাজনে কঁপি-কঁপি উত্তৰ দিলে, "বন্দিনী ভাৰত, ছাৰ!"

"বন্দিনী ভাৰত?" দাৰোগাজনে ধমক দি উঠিল,—"কি চলিছে ইয়াত? কিহৰ বন্দিনী ভাৰত?"

দাৰোগাৰ সেই সময়তে প্ৰম্পটাৰৰ হাতৰ পৰা সৰি পৰা কাগজবোৰত চকু পৰিল। তেওঁ সেইবোৰ তুলি লবলৈ তললৈ মূৰ কৰি হাতিছেহে, এনেতে দৰ্শকসকলৰ

মাজত দৌৰাদৌৰি লৰা-ঢপৰা ধৰ্‌ধৰ মাৰ্‌মাৰ হুলস্থূল আৰম্ভ হ'ল। মানুহবোৰ যেনি তেনি দৌৰিবলৈ ধৰিলে। দাৰোগাই কাগজ দুখনমান বুটলি লৈয়েই হাতৰ তিনি বেটাৰী টৰ্চটোৰ পোহৰ বাহিৰলৈ পেলাই চিপাহীকেইটামানক বাহিৰত কি হৈছে চাবলৈ আদেশ দিলে। অম্বিকে ইতিমধ্যে বচন লিখা কাগজ কিছুমান কেশৱৰ হতুৱাই বাহিৰলৈ চালান দিলে। নিধিৰাম আৰু ৰক্তিমে কাগজবোৰ টুকুৰা টুকুৰিকৈ সৰু সৰুকৈ ফালি স্কুলৰ কাষত থকা বকৰাণিখনত ছটিয়াই দিলে—যাতে বিচাৰি পোৱা নাযায়।

ইতিমধ্যে দৰ্শকসকল ঘৰাঘৰি গ'ল। চিপাহী কেইটাই গৈ দেখিলে ক'ৰবাৰ পৰা এটা ষাঁড় আহি পূজা থলীৰ ফুল-পাত খাই কাৰোবাৰ খেদা খাই দৰ্শকসকলৰ মাজলৈ দৌৰি আহিছিল। তাৰ কাৰণেই ল'ৰা-ছোৱালী আৰু তিৰোতা মানুহখিনিৰ মাজত চিঞৰ-বাখৰ আৰম্ভ হৈছিল। পাছত মতা মানুহ কেইজনমানে কিছু ছাত্ৰৰ লগ লাগি লাঠীৰে খেদাত ষাঁড়টো ওলাই গৈছিল। চিপাহী কেইটাই আহি দৰ্শক জুমৰ মাজৰ পৰা ওলাবলৈ ধৰা ষাঁড়টোক খেদি খেদি নি শুক্ৰেশ্বৰ মন্দিৰ পাৰ কৰি থৈ আহিল।

"বন্দিনী ভাৰত"ৰ অভিনয় তাতে অন্ত পৰিল। দাৰোগাই মাটিৰ পৰা বুটলি পোৱা কাগজখিনিৰ লগতে সূত্ৰধাৰৰ ভাও লোৱা ল'ৰাজন আৰু প্ৰম্পটাৰক থানালৈ নি সোধ-পোছ কৰি গম পালে যে 'বন্দিনী ভাৰত' নাটকখন অম্বিকে লিখিছে। ল'ৰাজনক যিমান পাৰে ভয় খুৱাই এৰি দি পাছদিনা ৰাতিপুৱা অম্বিককো থানালৈ মাতি নিলে। দাৰোগাই অম্বিকক সুধিলে,—"বন্দিনী ভাৰত নাটকখন কোনে লিখিছে।"

অম্বিকে নিৰ্ভয়ে ক'লে,—"মই লিখিছোঁ, কিয় ?"

দাৰোগাই ধমক দি সুধিলে,—"কিহৰ বন্দিনী ভাৰত ? কোনে বন্দী কৰিছে? এইবোৰ ৰাজদ্ৰোহী নাটক নিলিখিলে নহয় নে ?"

অম্বিকে উত্তৰ দিলে,—"আটায়ে ক'লে বন্দিনী ভাৰত লিখিব লাগে। গতিকে লিখিলো। ৰাজদ্ৰোহ ক'ত হ'ল ? ভাৰত এতিয়া বিদেশীৰ হাতত বন্দী নহয় জানো ? সেই কাৰণে বন্দিনী ভাৰত। আগতে মোগলৰ হাতত আছিল, পাঠানৰ হাতত আছিল— এতিয়া বৃটিছৰ হাতত। তাত আকৌ ৰাজদ্ৰোহ ক'ত ?"

দাৰোগাই জানে অম্বিক চিৰস্তাদাৰৰ ভায়েক। অম্বিকৰ বিষয়ে বহু কথা শুনিছে। সি যে সাহসী আৰু মানুহৰ দুখত পৰি মৰা ল'ৰা, সেইটোও শুনিছে। তদুপৰি সিদিনা মঞ্চৰ পৰা বুটলি অনা কাগজবোৰত বৃটিছ বিৰোধী বা বিপ্লৱৰ কোনো কথা নাছিল।

দাৰোগাই অম্বিকক সুধিলে,—"বাকী লিখাবোৰ ক'ত ? কিতাপখন ক'ত আছে?"

অম্বিকে ক'লে, —"সেই পৃষ্ঠাকেইটাই আছিল। মোৰ হাতত আৰু একো নাই। আপুনি দেখোন লৈয়েই আহিছে কাগজবোৰ।"

অম্বিকক ভৱিষ্যতে এনে কাম নকৰিববলৈ সকীয়াই দি থানাৰ পৰা পঠিয়াই দি দাৰোগা এছ. পিৰ তালৈ হাতত থকা কাগজখিনি লৈ গ'ল। এছ. পিয়ে কাগজকেইটুকুৰা পঢ়ি চাই তাত কোনো বিদ্ৰোহাত্মক কথা দেখা নাপালে। দাৰোগাক ক'লে,—"নোট এটা দি জিলা মেজিষ্ট্ৰেটলৈ পঠিয়াই দিয়ক। এইখিনি পুৰি পেলোৱাৰ হুকুম লৈ লব। আৰু চাওক, ল'ৰাকেইটাৰ ওপৰত চোকা দৃষ্টি ৰাখিব, বিশেষকৈ অম্বিকৰ ওপৰত। আসাম ভেলি ট্ৰেডিংঙৰ যে মেনেজাৰ, গোবিন্দ লাহিড়ী বোলা মানুহজন, তেওঁৰ চলন-ফুৰণ, ভালদৰে লক্ষ্য ৰাখিব। সেই মানুহজনেই এই ল'ৰাবোক স্বদেশী-গ্ৰহণ বিদেশী-বৰ্জনত লগাইছে।"

এছ. পি. বীৰেশ্বৰ সেন আছিল অম্বিকৰ লগৰীয়া কেশৱ সেনৰ পিতাক। সেই কাৰণে তেওঁ অম্বিকহঁতৰ কীৰ্তিকলাপৰ কথা বহুখিনি জানে।

অম্বিক দাৰোগাৰ হাতৰ পৰা সাৰি আহিল হয়, কিন্তু এটা প্ৰশ্নই তাক দুশ্চিন্তাত পেলালে। সৰস্বতী পূজাত যে 'বন্দিনী ভাৰত'ৰ অভিনয় হ'ব এই কথা পুলিচে জানিলে কাৰ পৰা? কেশৱ-ধীৰেনৰ পৰা জনা সম্ভৱ নহয়। অন্য কাৰো পৰাই জানিব নোৱাৰে। সিহঁতৰ দলটোত বিশ্বাসঘাতক নাই বুলি সি নিশ্চিত। তেন্তে কোনে ক'ব পাৰে? নাটকৰ মূল কপিটো সি বৌৱেক অৰ্থাৎ চিৰস্তাদাৰণীক ভালকৈ থবলৈ কৈছিল। ডাক্তৰ মানে হৰমোহনৰ ল'ৰা পিয়াৰীমোহনকো চাবলৈ দিছিল। পিয়াৰীমোহন কলিকতাত পঢ়ি থাকোঁতেই স্বদেশী চিন্তাৰ দ্বাৰা প্ৰভাবান্বিত হৈ পৰিছিল। সেইকাৰণে তেওঁ চৰকাৰী চাকৰি নকৰি নিজেই স্বাধীনভাৱে প্ৰেক্টিছ আৰম্ভ কৰিছে। তেওঁ কাকো কোৱা সম্ভৱ নহয়। তেন্তে? ঘৰলৈ গৈ অম্বিকে বৌৱেকক 'বন্দিনী ভাৰত'ৰ মূল কপিটো খুজিলে,—"বৌ আপোনাৰ হাতত যে নাটকখন থৈছিলো, ক'ত আছে?"

বৌৱেকে মুখ টিপি হাঁহিটো লুকুৱাই লৈ ক'লে,—"কিয়, দাৰোগাই খুজিছে নেকি?"

অম্বিকৰ তৎক্ষণাৎ মনত পৰিল নিধিৰামে কোৱা কথাষাৰ,—"লগৰ কুনো নহয়, বুজ্ছাহ। শত্ৰু তোৰ ঘৰতে।"

বৌৱেকে পুনৰ হাঁহি মাৰি ক'লে,—"চিনা জনা দাৰোগা আছিল কাৰণেহে, বিশ্বাসী মানুহ! নহ'লে আটাইকেইটা জেলত পচি মৰিব লাগিলহেঁতেন।"

অম্বিকৰ উদ্দেশ্য মূল নাটকখনৰ মূল খচৰাখন যেনে তেনে উলিয়াই লোৱা। গতিকে উঠি অহা খংটো কোনোমতে সামৰি ক'লে,—"কপিটো দিয়ক বৌ, দাৰোগাই

খুজিছে। নিদিলে মোক জেলত ভৰাই থব।"

চিৰন্তাদাৰণীয়ে বৰ ভয় খালে, "কিন্তু ককায়েৰাইতো দাৰোগাক বাৰে-বাৰে কৈছিল, তোমালোক যাতে বিপদত পৰিব নালাগে সেইফালে চাইহে কামটো কৰে!"

অম্বিকে গহীন সুৰত ক'লে,—"কিন্তু সেইটো নহ'ল"

চিৰন্তাদাৰণীৰ মুখখন শেঁতা পৰি গ'ল। "নাটকখনতো নাই! ককায়েৰাই ক'লে পুৰি পেলাবলৈ; মই পুৰি পেলালো।"

অম্বিকে বৌৱেকলৈ কিছুপৰ স্থিৰ দৃষ্টিৰে চাই থাকি নিজৰ কোঠাত সোমাই বিছনাত শুই পৰিল। সি বুজি পালে যে আপোন বুলি ভবা মানুহো নিজৰ মূৰ্খতাৰ বাবে শত্ৰুত পৰিণত হ'ব পাৰে। নিজৰ প্ৰথম সৃষ্টি এনেদৰে নষ্ট হোৱাত তাৰ এনে লাগিছিল যেন তাৰ বুকুৰ এফাল পুৰি শেষ হৈ গ'ল। তাৰ গভীৰভাৱে উপলব্ধি হ'ল যে ভাৰতবৰ্ষৰ পৰাধীনতাৰ মূল কাৰণ হ'ল ভাৰতৰ মানুহৰ নিজৰ চৰিত্ৰ।

এই ঘটনাৰ দুদিন পাছতে হৰমোহন চিৰন্তাদাৰ পিয়াৰীমোহনৰ বিয়াৰ সংক্ৰান্তত সস্ত্ৰীক বৰপেটালৈ যোৱাৰ কথা। খগাও যাব। অম্বিকেই সেই দহ-পোন্ধৰ দিন ঘৰৰ ৰখীয়া হৈ থাকিব লাগিব। অম্বিকে স্থিৰ কৰিলে সেইকেইটা দিনতে কিবা এটা কৰিব লাগিব। বিছনাৰ পৰা উঠি সি নিধিৰামৰ ঘৰলৈ ওলাই গ'ল।

অম্বিকৰ চেহেৰা দেখিয়েই নিধিৰামে আন্দাজ কৰিলে যে কিবা এটা হৈছে।

"কিয়ে অম্বিক? মুখখেন দেখুন টেমী হেন কৰি আন্ছাহ। গম পালি নেকি কুনি এই কাণ্ডটু কোৰ্ছে?"

মূৰ তল কৰি অম্বিকে ক'লে,—"তই থিকেই কৈছিলি। ঘৰতে শত্ৰু। হৰমোহন দাদাই ভাবছে নাটক এখেন বন্ধ কৰ্লি বা পুৰি ফেল্লিয়ে চব ঠাণ্ডা হৈ যাব! এই পঢ়া-শুনা চব মিছা, কিতাপৰ বিদ্যাই মানুহক জ্ঞান নেদে। আমি কিবা এটা কৰ্বা লাগ্বো।"

নিধিৰামে উৎসুক হৈ সুধিলে,—"কি কৰ্বি?"

অম্বিকে ক'লে যে গোবিন্দ লাহিড়ীক বাদ দি অন্য এটা সেৱা সংঘ খুলিব লাগিব। গোবিন্দ লাহিড়ীৰ মতলব হৈছে নিজৰ মানুহৰ হাততে ক্ষমতা ৰখা। গতিকে এইবাৰ গোবিন্দ লাহিড়ীক বাদ দি ল'ৰাইঁতহে একেলগ হৈ সংঘ এটা খুলিব লাগিব। অম্বিকে লগতে জনালে যে সিহঁতে আসাম ভেলি ট্ৰেডিঙৰ কাপোৰ ফেৰি কৰি নুফুৰা বাবে গোবিন্দ লাহিড়ীয়ে তাক এদিন দোকানলৈ মাতি নিছিল। তাতে তেওঁ খবৰ দিছিল যে কলিকতাৰ পৰা বাৰীন্দ্ৰ ঘোষ, উল্লাস কৰ দত্ত আৰু ক্ষুদিৰাম বসু

গুৱাহাটীলৈ আহি আছে অসমলৈ এনাৰ্কিষ্ট পাৰ্টি খুলিবলৈ। অম্বিকে এনাৰ্কিষ্ট পাৰ্টিৰ কথা কোৱাত নিধিৰাম জাঁপ মাৰি উঠিল।

"ঐ অম্বিক। ক'ৰ বাটৰ কচু কোটিত ঘঁহি মৰ্‌বা অল্‌ছাহ। তহাতো মৰ্‌বি, আমাকো মাৰ্‌বি। কেথেনো তেনা কাম নকৰ্‌বি।" অম্বিকৰ মনটো দমি গ'ল।

"এনাৰ্কিষ্ট পাৰ্টি নকল্লিও, অন্য সংঘতো কৰ্‌বা পাৰি, সেৱা সংঘৰ দৰে! তোৰ হাতততো আমি কুলিখাটি পাৱা পইচা কিছু আছেই। গেবিন্দ লাহিড়ীক বাদ দি অন্য এটা সেৱা সংঘ খুলু। একো এটা নকৃৰাকে কেন্‌কে থাকু?"

এইবাৰ নিধিৰাম সৈমান হ'ল।

"ঠিক আছে। মাত চবকে, ইয়াতে বহঁ।"

পাছদিনা অম্বিকে ঘূৰি ঘূৰি আটাইকে খবৰ দিলে। ঘৰত ইফালে চিৰন্তাদাৰৰ পৰিয়ালৰ বস্তু-বাহানি বন্দা-কুন্ধাতো লাগিব লাগে। চিৰন্তাদাৰে পোন্ধৰ দিনৰ ছুটী লৈছে। ল'ৰাৰ বিয়ালৈ যোৱা কথা। আত্মীয়-স্বজন আহিব। গতিকে যা-যোগাৰ কিছু নিব লাগিব।

চিৰন্তাদাৰহঁত ৰাতিপুৱাই মালবস্তু লৈ জাহাজত উঠিল। বৌৱেকে অম্বিকক দঢ়াই দঢ়াই ক'লে ঘৰৰ পিনে চকু ৰাখিবলৈ। চিৰন্তাদাৰৰ পৰিয়ালক জাহাজত তুলি পঠিয়াই অম্বিক পোনে-পোনে নিধিৰামৰ তালৈ গ'ল। তাত বাকীবোৰ এজন এজনকৈ গোট খাবলৈ ধৰিছিল। বহুত আলোচনাৰ পাছত ঠিক হ'ল যে এই নতুন সেৱা সংঘটোৰ উদ্দেশ্য হ'ব বৃটিছক দেশৰ পৰা খেদি অসমক স্বাধীন কৰা। গতিকে তাৰ নাম অসম সেৱা সংঘ ৰখা হ'ল। সংঘত নিধিৰামৰ বাহিৰেও থাকিল বিষ্ণু মেধি, ত্ৰিগুণা বৰুৱা, পীতাম্বৰ চক্ৰবৰ্তী, বালেক লহকৰ, কুমুদ বৰা, বিনন্দ বৰুৱা, ৰক্তিম বৰা, পুষ্প উজীৰ, গণেশ ব্ৰহ্ম, কেশৱ সেন, ধীৰেন সেন, অনুকূল দাসগুপ্ত, ধীৰেশ্বৰ ভট্টাচাৰ্য আৰু অম্বিক নিজে। মিটিঙত ঠিক হ'ল—সেৱা সংঘৰ সকলো সদস্যই স্কুললৈ যোৱাটো গৌণ কৰি অকল সেৱা সংঘৰ কামতে মন-প্ৰাণ দি লাগিব—অসমক স্বাৱলম্বী আৰু স্বাধীন কৰিব নোৱৰালৈকে। নতুন সংঘ গঠন হোৱাৰ পাছত অম্বিকৰ মনটো আনন্দেৰে ভৰি পৰিল। আজি যেনে তেনে সংগীতৰ বৈঠকলৈ যাব লাগিব—ইন্দুমতীক বহুদিন দেখা নাই। আজি ইন্দুমতীক হেঁপাহ পলুৱাই গান শুনাব লাগিব।

অম্বিকে ধীৰেশ্বৰক লগত লৈ ইন্দুমতীহঁতৰ চ'ৰাঘৰ ওলালগৈ। ধীৰেশ্বৰে ঘৰ সোমায়েই হাৰমনিয়ম আৰু তবলা আনিবলৈ ভতিজাকসকলক গেৰিয়াবলৈ ধৰিলে। তবলা হাৰমণিয়ম আহিল আৰু অম্বিকে তাৰ উদ্দাত্ত কণ্ঠেৰে গীত গাবলৈ আৰম্ভ কৰিলে। ধীৰেশ্বৰ পানী খাবলৈ ঘৰৰ ভিতৰ সোমাই গ'ল। এনেতে ইন্দুমতী

বিজুলীবেগেৰে আহি অম্বিকৰ ওচৰ পালেহি। তাইৰ মুখ বেদনাৰে ক'লা, চুলি অবিন্যস্ত, চকুত পানী। আহিয়েই অম্বিকৰ হাতত কাগজ এখন গুজি দি তীৱবেগে ঘৰৰ ভিতৰ সোমাল। চকামকাকৈ অম্বিকৰ চকুত পৰিল, ওপৰত লিখা আছে, "আমাৰ মৰণ আসছে।" তাৰ পিছৰখিনি তাত পঢ়িবলৈ তাৰ সাহস নহ'ল। লৰালৰিকৈ চিঠিখন জেপত সুমুৱাই হাৰমণিয়ম এৰি অম্বিক উঠি থিয় দিলে। তেতিয়া ধীৰেশ্বৰ উভতি আহিছে। অম্বিক যাবলৈ ওলোৱা দেখি সি আচৰিত হ'ল।

"কি হ'ল। উঠিলি দেখোন? যাব নেকি?"

অম্বিকে কোনোমতে উত্তৰ দিলে,—"হঠাৎ মূৰটো বৰকৈ কামুৰিছে। মই বহি থাকিব নোৱৰা হৈছোঁ। যাওঁ।"

আৰু এক মুহূৰ্ত নোৰোৱাকৈ অম্বিক গুচি গ'ল। ঘৰলৈ গৈ গোটেই চিঠিখন পঢ়ি সি অঠাই সাগৰত পৰিল। সি কেইবাদিনো নোযোৱা বাবে ইন্দুমতীয়ে অনুযোগ কৰিছে। জনাইছে যে ঘৰে তাইৰ বিয়াৰ ঠিক কৰিছে। দৰা কলিকতাৰ। জমিদাৰৰ একমাত্ৰ ল'ৰা। বাপেক নাই। আৰু পাঁচ দিন পাছতে তাইক কলিকতালৈ লৈ যাব। ফাগুনৰ দুই তাৰিখে বিয়া ঠিক কৰিছে। তাই লিখিছে,—"আমি বাচবো না। তুমি আমাকে নিয়ে কোথাও চলে যাও। আমাকে বাচাও।" অম্বিকৰ মূৰত সৰগ ভাগি পৰা যেন হ'ল। সিতো এনে কিবা হ'ব বুলি ভবা নাছিল!

অম্বিকৰ বয়স তেতিয়া উনৈছ, ইন্দুমতীৰ তেৰ।

সিদিনা অম্বিকৰ খোৱা বোৱা নহ'ল। শোৱাৰ নামত বিছনাত পৰিহে থাকিল। চকুৰ টিপ এটাও মাৰিব নোৱাৰিলে। এক প্ৰচণ্ড ধুমুহাই যেন তাৰ হৃদয়, মন, শৰীৰ—সম্পূৰ্ণ ভাঙি-চিঙি পেলাইছে। কোনো চিন্তা কৰাৰ, কোনো কাম কৰাৰ, এনেকি লৰচৰ কৰাৰো শক্তি নাইকিয়া হৈ গৈছে। সি ৰায় বংশৰ ল'ৰা। এই ৰায় বংশৰ লোকে আদৰ্শৰ বেদীত বিষয়-সম্ভোগৰ আকাংক্ষা চিৰদিন বিসৰ্জন দি আহিছে। লুকাই চুৰকৈ কোনো কাম এই বংশৰ কোনেও কেতিয়াও কৰা নাই।

অম্বিকে ভাবিবলৈ ধৰিলে, সি ইন্দুমতীক ভাল পায় সঁচা; কিন্তু এই প্ৰেম মাত্ৰ ভোগৰ আকাংক্ষাহে নে? ইন্দুমতী মানে জানো এটা শৰীৰ? ইন্দুমতীক সদায় তাৰ ওচৰত পাবলৈ হেঁপাহ হয় সঁচা, কিন্তু ওচৰত হাতেৰে চুকি পোৱাত নাথাকিলেও তো সি ইন্দুমতীৰ উপস্থিতি তাৰ হৃদয়ত সদায় অনুভৱ কৰে! ইন্দুমতীক চকুৰে এবাৰ দেখা পাবলৈ তাৰ মনপ্ৰাণ উত্ৰাৱল হৈ থাকে সঁচা, কিন্তু চকুৰে নেদেখিলেও সচিতে-সপোনে ইন্দুমতী তাৰ সমুখত এক স্নিগ্ধ জোনাকৰ দৰে সদায় উপস্থিত থাকে। সেই ইন্দুমতীক সি মনে-মনে পলুৱাই নিব? নাই, কেতিয়াও হ'ব নোৱাৰে। পলুৱাই নিনি

সি ইন্দুমতীৰ মাক-দেউতাকক ক'ব নেকি, যে ইন্দুমতী তাৰ আত্মা, ইন্দুমতী তাৰ হৃদয়, ইন্দুমতী তাৰ জীৱন ? ক'ব নেকি যে ইন্দুমতীক আনৰ হাতত সমৰ্পণ কৰাৰ অধিকাৰ ইন্দুমতীৰ মাক-দেউতাকৰ হাতত নাই; কাৰণ ইন্দুমতীৰ হৃদয় সমৰ্পিত ? আকাশ-পাতাল ভাবি সি ওৰ নোপোৱা হ'ল। শেষত সি অনুভৱ কৰিলে যে দেশৰ অগণন ডেকা গাভৰুৰ ভিতৰত সি আৰু ইন্দুমতী দুটা মাত্ৰ নগণ্য প্ৰাণী। সি আজি যি জীৱন বাছি লব খুজিছে সেই জীৱনত ব্যক্তিৰ সুখ-দুখ, আবেগ-অনুভূতিৰ কোনো স্থান নাই। এনেকি নিজৰো নাই।

ইন্দুমতী সুখী হওক। ধনী জমিদাৰৰ একমাত্ৰ ল'ৰাৰ লগত ইন্দুমতীৰ বিয়া হ'ব। কলিকতালৈ গুচি যাব। অসম সেৱা সংঘ পতা হৈছে, বংগৰ পৰা অসমৰ এক সুকীয়া অস্তিত্বৰ বাবে সংগ্ৰাম কৰিবলৈ। কলিকতা বংগদেশত। অম্বিকে নিজকো ইন্দুমতীৰ পৰা আঁতৰাই আনিব লাগিব। ইন্দুমতীৰ অস্তিত্ব অসমৰ অস্তিত্বৰ লগত মিলাই দিব লাগিব। সি ঠিক কৰিলে, ইন্দুমতীক সি তাৰ সকলো কথা জনাই দিব।

পাছদিনা সি ৰঙা চিয়াহীৰে ইন্দুমতীলৈ এখন চিঠি লিখিলে।

ইন্দু,

সংগীতৰ স্বৰ্গীয় মূৰ্চ্ছনাই আমি দুজনৰ আত্মা একাত্মতাত সাঙুৰি পেলালে। তোমাক মই পাহৰিব নোৱাৰো। তুমি চিৰদিন মোৰ সত্ত্বাত মই হৈ থাকি যাবা। সংসাৰ আৰু সময়ে তোমাক মোৰ পৰা কোনো প্ৰকাৰেই বিচ্ছিন্ন কৰিব নোৱাৰে।

মোৰ জীৱন মই দেশৰ নামত উছৰ্গা কৰিছোঁ। দাসত্বমুক্ত দেশৰ ভূমি-বায়ুত তুমি যেন সম্ৰাজ্ঞীৰ গৌৰৱেৰে বিচৰণ কৰি থাকিব পাৰা। পৰাধীন দেশত পৰাধীন জীৱন কাম্য নহয়। কিন্তু তুমি ৰবা মোৰ চিৰ প্ৰেৰণাময়ী হৈ। মোৰ কৰ্মব্যস্ত এই হাতৰ মাজত। সেয়ে মোৰ হাতৰ কেঞা আঙুলিৰ প্ৰথম পাবটো এই প্ৰতিশ্ৰুতিৰে তোমাক তোমাৰ বিবাহ উপলক্ষে উপহাৰ দিলো। তুমি সুখী হোৱা।

অম্বিক।

পাছদিনা ৰাতিপুৱা অম্বিকে ইন্দুমতীয়ে তাক সুগন্ধি মচলাৰে দিয়া ৰূপৰ টেমাটোত চিঠিখন জাপি সুমুৱাই এখন চোকা দা আনি ললে। আগতে আঙুলিটোৰ তলৰ ফালে টানকৈ গাঁঠি এটা দি ললে যাতে সৰহ ৰক্তক্ষৰণে তাক বিতত নকৰে। তাৰ পাছত একে ঘাপে আঙুলিৰ পাবটো ৰূপৰ টেমাটোৰ একাষত ভৰাই দি টেমাটো বন্ধ কৰি দিলে। কটা আঙুলিটো বন্ধাৰ সা-সঁজুলি সি আগতেই যত্নাই থৈছিল। আঙুলিটো বান্ধি টেমাটো লৈ সি পোনেই ইন্দুমতীহঁতৰ তালৈ গ'ল। সি জানে, সদায় ৰাতিপুৱা কোনো মানুহ উঠাৰ আগতেই ইন্দুমতীয়ে সিহঁতৰ চ'ৰা ঘৰটো সৰা-মচা

কৰে। ইফালে কটা আঙুলিৰ পৰা অবিৰাম ৰক্তক্ষৰণ হৈ আছে। যন্ত্ৰণাত তাৰ সৰ্বশৰীৰ অবশ হৈ আহিছে। ৰূপৰ টেমাটো যেনেকৈয়ে হওক ইন্দুমতীক দিব লাগিব, নহ'লে তাৰ সকলো প্ৰতিজ্ঞা ধূলিস্যাৎ হৈ যাব। সকলো সিদ্ধান্ত ওলটপালট হৈ যাব পাৰে।

সি প্ৰাণপ্ৰণে দৌৰিছে। বাটত কোনো জনপ্ৰাণী নাই। ইন্দুমতীহঁতৰ চ'ৰাঘৰত ইন্দুমতীয়ে অকলে ঘৰ সাৰি আছে। ইন্দুমতীক দেখি তাৰ হৃদয়ে হাহাকাৰ কৰি উঠিল। কোনোমতে অম্বিকে অস্পষ্ট মাতেৰে ক'লে,—"ইন্দু, এয়া তোমাৰ উত্তৰ!"

হাতৰ টেমাটো ইন্দুমতীৰ হাতত দিয়েই অম্বিকে পুনৰ দৌৰি দৌৰি অহা বাটেদিয়েই ঘৰলৈ উভতিল। কিন্তু নিধিৰামৰ ঘৰৰ ওচৰ পায়েই বৰকৈ মূৰ ঘূৰোৱা যেন পাই সি নিধিৰামৰ ঘৰৰ চোতাল সোমাই বৰগছ পৰাদি মাটিত পৰি গ'ল। নিধিৰামে ৰাতিপুৱা উঠি মুখ ধুই আছিল। অম্বিক পৰা দেখি লৰালৰিকৈ তুলি নি নিজৰ বিছনাত শুৱাই দি তাৰ চকুৱে মুখে পানী ছটিয়াই দিলে। তেতিয়াহে নিধিৰামে দেখিলে যে অম্বিকৰ বাঁও হাতৰ আঙুলিত এটা বেণ্ডেজ আৰু তাৰ পৰা টোপ্‌টোপ্‌কৈ তেজ পৰি তাৰ গাৰ কাপোৰৰ ঠায়ে ঠায়ে ৰঙা পৰি গৈছে। চক খাই নিধিৰামে চিঞৰি উঠিল,—"কি হৈছে এ তোৰ হাতত? কিহোৰ তেজ?"

অম্বিকে অস্পষ্ট মাতেৰে ক'লে,—"একো নহয়, ঠিক হৈ যাব। আঙুলিটো কাট্‌ছে।"

"আঙুলি কাট্‌ছে? কিহে কাট্‌ছে? কেন্‌কে?"

"জান্‌বি দে পাছত, এথেন মোক অলপ শুবা দি।" বুলি উত্তৰ দি অম্বিকে নিধিৰামৰ বিছনাত কিছুপৰ শুই থাকিল।

ইতিমধ্যে নিধিৰামৰ মাকে এমুঠি দুবৰি আৰু আৰৈ চাউল মিহিকৈ পটাত বটি অম্বিকৰ আঙুলিটোত ডাঠকৈ লগাই দি নতুনকৈ বেণ্ডেজ এটা বান্ধি দিলে। তাতেই এবাটি গৰম চাহ আৰু নিমখ-তেল সনা মুড়ি খাই অম্বিক কিছু সুস্থিৰ হৈ ঘৰলৈ গ'ল।

নিধিৰামে পাছত অম্বিকৰ পৰা আচল ঘটনাটো জানি অবাক স্তব্ধ হৈ গ'ল। কিছুপৰ একো ক'ব নোৱাৰিলে। পাছত মাত্ৰ গভীৰ দীৰ্ঘশ্বাস এটা কাঢ়ি ক'লে,—"বৰ ডাঙৰ কাণ্ড এটা কৰ্‌লি দে! আমি কিন্তু নম্লু হৈ।"

ইন্দুমতী যথা সময়ত কলিকতালৈ যাবলৈ জাহাজত উঠিল। যাবৰ দিনা অম্বিকে জাহাজ ঘাটলৈ গৈ আঁতৰৰ পৰা ইন্দুমতীক শেষবাৰৰ বাবে চাই আছিল। দেখিলে ইন্দুমতীৰ মুখখন কাগজৰ দৰে শেঁতা, নিৰ্জীৱ যন্ত্ৰৰ দৰে তাই ঘৰৰ মানুহবোৰৰ

লগে লগে গৈ জাহাজত উঠিছে। মূৰৰ চুলি টানি বেনি গোঁঠা। মুখত এক নির্বিকাৰ ভাব। তাই যেন সম্পূর্ণ বাহ্যজ্ঞান শূন্য। অম্বিকৰ বুকুখন ভাগি যোৱা যেন লাগিল। বুকু ফাটি যেন তেজবোৰ চকুৰেদি বৈ আহিব চকু পানী হৈ! অম্বিকে মনৰ সমস্ত শক্তিৰে নিজক সংযত কৰি ৰাখিলে। কলিজাৰ তেজবোৰ গোট মাৰি যোৱা যেন লাগিল তাৰ।

জাহাজখন লাহে লাহে নৈৰ বুকুলৈ আগবাঢ়ি গ'ল। অম্বিকে দেখিলে ইন্দুমতীয়ে জাহাজৰ ডকৰ ৰেলিঙত ধৰি এক দৃষ্টিৰে পাৰলৈ চাই আছে। তাইৰ ব্যাকুল দৃষ্টি এবাৰ চকামকাকৈ অম্বিকৰ চকুত পৰা মাত্ৰেই তাই পিছ মুখ দি ধীৰ গতিৰে কেবিনত সোমালগৈ।

চকুৰে নমনা হোৱালৈকে অম্বিকে একে ঠাইতে থিয় দি জাহাজখনলৈ চাই থাকিল। তাৰ পাছত লাহে লাহে নিধিৰামৰ ঘৰৰ পিনে খোজ ললে।

এইদৰে অম্বিকে কৈশোৰ শেষ কৰি যৌবনত পদাৰ্পণ কৰিলে। আৰম্ভ হ'ল দেশ আৰু জাতিৰ বাবে কঠোৰ সংগ্ৰাম।

অসমৰ সুখ-দুখ আশা-আকাংক্ষাৰ লগত অম্বিকে নিজক কিদৰে জড়িত কৰি পেলালে তাৰ কথা ক'বলৈ যোৱাৰ আগতে অসমৰ ৰাজনৈতিক আৰু সামাজিক জীৱনত বৃটিছ শাসনৰ প্ৰভাৱ কেনেদৰে পৰিছিল তাৰ এটা আলোচনা কৰা উচিত হ'ব।

স্বৰ্গদেউ শিৱসিংহই হিন্দু ধৰ্ম গ্ৰহণ কৰি নবদ্বীপত শাক্ত ব্ৰাহ্মণ পুৰোহিতৰ ওচৰত দীক্ষা লোৱাৰ পাছৰ পৰা অসমৰ লগত বাঙালী লোকসকলৰ অহা-যোৱা আৰু বংগদেশৰ সম্পৰ্ক বাঢ়ি আহিছিল। এই সম্পৰ্কৰ ফলতে ১৭৯৩ চনত কেপ্টেইন ৱেলছে স্বৰ্গদেউ গৌৰীনাথ সিংহৰ লগত বাণিজ্যিক চুক্তি সম্পাদন কৰি বংগৰ বাঙালী আৰু মাৰোৱাৰী বেপাৰী কিছুমানক অসমৰ ভিতৰুৱা অঞ্চলত হাট-বজাৰ আৰম্ভ কৰিবলৈ পঠিয়াই দিছিল। তেতিয়ালৈকে কোনো বাঙালী মানুহ বা অন্য মানুহ অসমত নিগাজীকৈ থাকিবলৈ অহা নাছিল আৰু আহোম ৰজাযো অসমৰ সংস্কৃতি আৰু বৈষয়িক উন্নতিত হেঙাৰ সৃষ্টি কৰিব পৰা কোনো ব্যক্তিক অসমৰ বাহিৰৰ পৰা আহি অসমত মাটি-বাৰী লৈ স্থায়ীভাৱে বসবাস কৰাৰ অনুমতি দিয়া নাছিল।

ইষ্ট ইণ্ডিয়া কোম্পানিয়ে মোগলৰ হাতৰ পৰা এখন এখনকৈ প্ৰদেশবোৰ দখল কৰি সমগ্ৰ মোগল সাম্ৰাজ্য হস্তগত কৰাৰ পাছত মাদ্ৰাজ আৰু বোম্বাই গৱৰ্ণৰৰ শাসনত ৰাখি; বংগ, বিহাৰ, উৰিষ্যা, উত্তৰ প্ৰদেশ, দিল্লী, মধ্য প্ৰদেশৰ কিছু অংশ, নাগপুৰ আৰু অসমক লৈ বেংগল প্ৰেছিডেন্সি গঠন কৰি লেফটেনেণ্ট গৱৰ্ণৰ এজনৰ শাসনৰ তলত ৰাখিছিল। গৱৰ্ণৰ জেনেৰেল আৰু তেওঁৰ পৰিষদৰ মূল কাৰ্যালয় কলিকতাতে আছিল। বেংগল প্ৰেছিডেন্সিখন আকাৰ আৰু জনসংখ্যাত বৃহৎ হোৱাত বংগৰ লেফটেনেণ্ট গৱৰ্ণৰৰ বাবে শাসন চলোৱাত বহু সময়ত অসুচল হৈছিল। সেয়েহে বৃটিছ চৰকাৰে প্ৰেছিডেন্সিখন নতুনকৈ গঠন কৰাৰ কথা চিন্তা কৰিলে। বংগদেশখন অকলেই আকাৰত বেচ ডাঙৰ আছিল। অসমৰ বিভিন্ন সমস্যাত বংগদেশৰ চৰকাৰে ভালদৰে চকু দিব নোৱৰাৰ এটা কাৰণ আছিল এই যে, অসমৰ বাবে গুৱাহাটীত মাত্ৰ এজন কমিছনাৰক ৰখা হৈছিল। কমিছনাৰে সকলো নীতিগত সিদ্ধান্ত বংগ চৰকাৰৰ সন্মতিৰ পাছতহে কাৰ্যকৰী কৰিব পাৰিছিল। এনেবোৰ অসুবিধা আঁতৰাবলৈ ১৮৭৪ চনত অসমক চীফ্ কমিছনাৰৰ প্ৰভিন্সলৈ উন্নীত কৰে। বৃটিছ চৰকাৰে অসমখন বৰ সৰু হ'ল বুলি বিবেচনা কৰি ১৮৯৭ চনত লুচাই পাহাৰক অসমৰ লগ লগাই দিলে।

১৮৭৪ চনত অসমক চিফ কমিছনাৰৰ প্ৰদেশ হিচাপে গঠন কৰিবলৈ বৃটিছ চৰকাৰ বাধ্য হোৱাৰ কাৰণ আছিল বিশেষকৈ অসমৰ থলুৱা সমস্যা আৰু অসমীয়া ডা-ডাঙৰীয়া তথা জনসাধাৰণৰ বৃটিছ শাসনত অসন্তুষ্টি।

ইষ্টইণ্ডিয়া কোম্পানিয়ে ভাৰতৰ অন্য ৰাজ্যবোৰত প্ৰথমে বাণিজ্য চুক্তি কৰি পাছত বৃটিছৰ শাসনাধীন কৰাৰ যি নীতি অনুসৰণ কৰিছিল অসমৰ ক্ষেত্ৰতো সেই একে নীতি প্ৰয়োগ কৰিব খোজা নাছিল। ১৮২৪ চনত ডেভিড স্কট অসমৰ বাবে বৃটিছ গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট আছিল। ১৮১২ চনত মণিপুৰ ৰাজ্যৰ সিংহাসনৰ অধিকাৰ লৈ মণিপুৰৰ ৰাজপৰিয়ালৰ তিনি ভ্ৰাতৃৰ মাজত যেতিয়া ৰণ লাগিল, ব্ৰহ্মদেশৰ ৰজাই সাম্ৰাজ্য বিস্তাৰৰ সুযোগ লবলৈ মৰজিৎ সিঙক সহায় কৰিলে আৰু তেওঁক ব্ৰহ্মদেশৰ কৰতলীয়া ৰজা পাতিলে। বাকী দুই ভ্ৰাতৃয়ে ৰাজ্য স্থাপন কৰাৰ প্ৰচেষ্টাত আশ্ৰয় বিচাৰি কাছাৰ পালেহি। ফলত কাছাৰৰ ৰজাই ব্ৰহ্মদেশৰ সৈন্য বিতাৰণৰ বাবে কলিকতাত থকা বৃটিছ গৱৰ্ণৰৰ সহায় বিচাৰিলে। ইফালে অসমলৈকো ১৮১৭ চনত বদন বৰফুকনে মান আনিলে আৰু মানে ৰজা চন্দ্ৰকান্ত সিংহক খেদি যোগেশ্বৰ সিংহক মৰজিতৰ দৰে বহতীয়া ৰজা পাতিলে।

এইদৰে মান আহি বৃটিছৰ ৰাজ্যৰ ওচৰ পোৱাত ডেভিড স্কট চিন্তিত হৈ পৰিল আৰু ১৮২৫ চনত কলিকতাত থকা গৱৰ্ণৰ জেনেৰেলে মানৰ বিৰুদ্ধে যুদ্ধ ঘোষণা

কৰি মান সৈন্য-সেনাপতিসকলক পৰাভূত কৰি মানৰ লগত চুক্তি কৰিলে। সেই চুক্তিৰ ফলত ১৮২৬ চনত মান ৰজাই অসম, কাছাৰ, জয়ন্তীয়া, মণিপুৰ আদি সকলো অঞ্চলৰ ওপৰত কৰা দাবী প্ৰত্যাহাৰ কৰিলে। বৃটিছে যিহেতু পোনে পোনে এই অঞ্চলসমূহ নিজ সাম্ৰাজ্যত অন্তৰ্ভুক্ত কৰিব পৰা নাছিল সেয়েহে ডেভিড স্কটে কাছাৰ, জয়ন্তীয়া আৰু মণিপুৰৰ লগত কৰদানৰ চুক্তি কৰিলে। মান সৈন্যক বাধা দিবলৈ মণিপুৰক আনকি নিজা সৈন্যও ৰাখিবলৈ দিলে। লগতে নামনি অসমৰ গোৱালপাৰা, কামৰূপ, দৰং আৰু নগাওঁ বংগ প্ৰেছিডেন্সিৰ অন্তৰ্ভুক্ত কৰি বৃটিছে গুৱাহাটীত ডেভিড স্কটক কমিছনাৰ হিচাপে থাপি, উজনি অসমত চুক্তি কৰি আহোম ৰজাক কৰতলীয়া ৰজা হিচাপে ৰংপুৰতে শাসনৰ দায়িত্ব দিলে। আনফালে উত্তৰ-পূব অসমত খামটি, চিংফৌ আৰু মটক ৰজাকো বৃটিছ প্ৰজাক আমনি নকৰিবলৈ কৰতলীয়া গোষ্ঠী-দলপতি হিচাপে চুক্তি কৰি বিশ্বনাথত কেপ্টেইন নেফ্‌ভিলক বৃটিছ গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট হিচাপে শান্তি ৰক্ষাৰ দায়িত্ব দিলে।

এই ব্যৱস্থা কিন্তু সৰহ দিন নিটিকিল; কাৰণ উজনি অসম আৰু কাছাৰৰ ৰজাই প্ৰজাৰ পৰা বৃটিছে বিচৰামতে কৰ সংগ্ৰহ কৰিবলৈ ব্যৰ্থ হ'ল। বৃটিছে বংগদেশৰ অনুসৰণত অসমত প্ৰবৰ্তন কৰা ৰাজহ-নীতি আৰু কৰ-ব্যৱস্থাৰ লগত অসম আৰু কাছাৰৰ প্ৰজাই খাপ খাব নোৱাৰিলে। আহোম স্বৰ্গদেউসকলে প্ৰায় ছশ বছৰ চলাই অহা আৰ্থ-সামাজিক গাঁথনি থানবান হ'ল আৰু অসমৰ সম্ভ্ৰান্ত পৰিয়ালৰ পৰা বাছি আনি কৰ সংগ্ৰহৰ দায়িত্ব দিয়া ডাঙৰীয়াসকলক আঁতৰাই বংগদেশৰ পৰা বিষয়া-কৰ্মচাৰী আনি নিযুক্তি দিয়াত অসমৰ ডা-ডাঙৰীয়াসকলো অসন্তুষ্ট হ'ল।

বৃটিছৰ প্ৰধান উদ্দেশ্য আছিল সৰহ সম্পদ সংগ্ৰহ; নতুনকৈ সাম্ৰাজ্যত অন্তৰ্ভুক্ত কৰা অঞ্চলসমূহৰ প্ৰশাসনীয় আৰু সামৰিক খৰচ-খৰচৰ বাবে প্ৰয়োজনীয় সকলো ধন সেই অঞ্চলৰ পৰাই সংগ্ৰহ কৰি ওপৰঞ্চি কিছু সম্পদ নিজ দেশৰ বাবে প্ৰেৰণ কৰা। সেয়েহে বেপাৰ বৃদ্ধিৰ বাবে বৃটিছে অসমৰ বিভিন্ন স্থানত থকা চকীসমূহ নিজৰ দখললৈ আনিলে। তাৰ ফলত জয়ন্তীয়া, চিংফৌ, খামটি আদি ৰজাসকলো তেওঁলোকৰ নিজা কৰ-সংগ্ৰহৰ উপায়ৰ পৰা বঞ্চিত হ'ল আৰু তেওঁলোকৰ মাজতো অশান্তিৰ জুই জ্বলি উঠিল।

অসমত ৰাজপাট লৈ আহোম ৰাজত্বৰ শেষ সময়ছোৱাত ডা-ডাঙৰীয়া আৰু কোঁৱৰসকলৰ মাজত আঁৰিয়া-আঁৰি বহুদিনৰ পৰাই এক সংস্কৃতিত পৰিণত হৈছিল আৰু উদগনি দিছিল কিছুমান স্বাৰ্থান্বেষী ক্ষমতালোভী ডা-ডাঙৰীয়াই। বৃটিছে ১৮৩২ চনত পুৰন্দৰ সিংহক আহোম ৰজা হিচাপে উজনি অসমৰ দায়িত্ব দিয়াৰ পাছত, চুক্তি

অনুসাৰে কৰ সংগ্ৰহ কৰিবলৈ পুৰন্দৰ সিংহই পূৰ্বৰ কৰ নীতিৰ কিছু সালসলনি কৰি প্ৰশাসনীয় খা-খৰচ কমাবলৈ ডা-ডাঙৰীয়াসকলৰ কিছুমানৰ বিষয়াৰ পদ কৰ্তন কৰিবলৈ বাধ্য হৈছিল। সেইকামেও বহু অভিজাত লোকক অসন্তুষ্ট কৰিছিল। তেওঁলোকে পুৰন্দৰ সিংহক আঁতৰাবলৈ কমিছনাৰ জেনকিনছক খাটনি ধৰাত আৰু পুৰন্দৰ সিংহৰ বিৰুদ্ধে বহু মিছা অভিযোগ আনি বেনামী চিঠি দিয়াত জেনকিনছে ১৮৩৪-৩৫ চনত পুৰন্দৰ সিংহক আঁতৰাই অসম ৰাজ্য বৃটিছৰ পোনপটীয়া শাসনৰ অধীনলৈ অনাৰ প্ৰস্তাৱ দিলে। ইতিমধ্যে ১৮৩৫ চনত মটক ৰাজ্যৰ ওপৰতো বৃটিছৰ একচেটিয়া অধিকাৰ স্থাপিত হ'ল। জেনকিনছৰ প্ৰস্তাৱ অনুসৰি শিৱসাগৰত কেপ্টেইন ব্ৰডিক কমিছনাৰৰ মুখ্য সহায়ক হিচাপে নিযুক্তি দিলে। ব্ৰডিয়ে ১৮৪০-৪১ চনত ভূমিপট্টন ব্যৱস্থা সংস্কাৰ কৰি, 'খেল'বোৰ উঠাই দি সকলো মাটিত কৰ বহুবালে। তেতিয়ালৈকে মণিৰাম দেৱান বৃটিছৰ বৰ বিশ্বস্ত আৰু কৰ্ম-কুশল বিষয়া আছিল। কিন্তু ব্ৰডিৰ ৰাজহ-ব্যৱস্থাত মণিৰামৰ দায়িত্বত মাত্ৰ তিনিখন মৌজা ৰাখি তেওঁৰ হাতৰ পৰা উজনি অসমৰ সকলো মৌজা লৈ যোৱা হ'ল।

মণিৰামে কেইবছৰমান নাজিৰাত আসাম টি কোম্পানিৰ দেৱান হিচাপে থাকি যোৰহাটত নিজাকৈ কেইখনমান বাগিছা খুলিবলৈ জেনকিনছৰ ওচৰত আবেদন জনালে। কিন্তু জেনকিনছে বৃটিছসকলক দিয়া সুবিধা অসমীয়াক দিবলৈ অস্বীকাৰ কৰিলে। ইয়াৰ ভিতৰতে ব্ৰডিৰ ঠাইত হলৰয়ড কমিছনাৰৰ মুখ্য সহায়ক হৈ আহি মণিৰামৰ হাতত থকা বাকী তিনিখন মৌজাও কাঢ়ি লৈ মণিৰামৰ তলতীয়া কৰ্মচাৰী এজনৰ দায়িত্বত দিলে। ইফালে পুৰন্দৰ সিংহ আৰু তেওঁৰ পুত্ৰ কামেশ্বৰ সিংহৰ মৃত্যুৰ পাছত পুৰন্দৰ সিংহৰ নাবালক নাতি কমলেশ্বৰ সিংহই মণিৰাম দেৱানকে নিজৰ অভিভাৱক হিচাপে মানি ললে। কাৰণ, বৃটিছে অসমৰ ৰাজপৰিয়াল আৰু সম্ভ্ৰান্ত পৰিয়ালক যেনেদৰে সকলো খিতাপ আৰু দায়িত্বৰ পৰা আঁতৰাই মুখৰ ভাত মুঠিও শেষ কৰিবলৈ লৈছে তেনে অৱস্থাত হৃত গৌৰৱ উদ্ধাৰৰ উপায় বৃটিছৰ নিয়ম-নীতি সম্পৰ্কে জ্ঞান থকা বিচক্ষণ প্ৰশাসক মণিৰামেহে উলিয়াব পাৰিব। মণিৰামে দেখিছিল যে আহোম ৰাজত্ব ওভতাই অনাৰ বাহিৰে ৰাজাৰ ডা-ডাঙৰীয়া বা প্ৰজা কাৰো শান্তিৰে জীয়াই থকাৰ উপায় নাই। তেওঁ ১৮৫৩ চনত কলিকতাৰ সদৰ দেৱানী আদালতৰ জজ মফট্ মিল অসমলৈ অহাৰ সময়ত কন্দৰ্পেশ্বৰ সিংহৰ হতুৱাই আৰু নিজেও আহোম ৰজাক পুনৰ শাসনাধিষ্ঠ কৰিবলৈ দৰ্খাস্ত দিলে। বৃটিছ সামৰিক বিষয়াই অসমৰ কিদৰে দুৰ্গতি মাতি আনিছে, অসমৰ সত্ৰীয়া-সংস্কৃতি আৰু কাৰিকৰী শিল্প ধ্বংস কৰিছে আৰু চৰকাৰে কানি বেচাৰ দায়িত্ব লৈ আফ-

খেতিয়াকসকলৰ সৰ্বনাশ কৰিছে—এইবোৰ কঠিন ভাষাত উত্থাপন কৰি তাৰ প্ৰতিকাৰ হিচাপে আহোম ৰজাক পুনৰ ৰজা পতাৰ দাবী মণিৰাম দেৱানে জনাইছিল।

মফট মিলে কিন্তু মণিৰামক বিশ্বাসৰ অযোগ্য আৰু ষড়যন্ত্ৰকাৰী বুলিহে প্ৰতিবেদন দিলে। তেতিয়া মণিৰামে উপায় নাপাই অস্ত্ৰৰ সহায় লৈ ভাৰতীয় চিপাহীক বৃটিছৰ বিৰুদ্ধে উচটোৱাৰ বাবে পিয়লি আদি সম্ভ্ৰান্ত পৰিয়ালৰ লোকসকলক সংগঠিত কৰিলে। সেই একে সময়তে ভাৰতৰ অন্যান্য ঠাইতো চিপাহী বিদ্ৰোহ হৈছিল আৰু চিপাহীসকলেও বৃটিছক খেদি নিজ নিজ ঠাইত পুৰণি ৰাজপৰিয়ালসমূহক শাসনলৈ ঘূৰাই অনাৰ নাইবা নিজ শাসন প্ৰবৰ্তনৰ স্বপ্ন দেখিছিল। ভাৰতৰ আন-আন অংশৰ দৰে অসমতো এই বিদ্ৰোহ ব্যৰ্থ হ'ল। লগে-লগে জেনকিনছৰ ফৌজ আৰু সেনাপতিহঁতৰ হাতত লটিঘটি হৈ অসমৰ সীমান্তৰ সকলো সৰু-বৰ ফৈদৰ শাসনাধীন ঠাইবোৰ সম্পূৰ্ণভাৱে বৃটিছৰ হাতলৈ গ'ল। সকলো ফৈদৰ দলপতিসকল হয় যুঁজত মৰিল নহ'লে বৃটিছৰ হাতত সৰ্বস্বান্ত হ'ল—কিছুমানে ফাটেকো খাটিলে। ১৮৫৮ চনত মণিৰাম-পিয়লিৰ ফাঁচি হ'ল।

বৃটিছে শাসনৰ জৰি হাতত লৈয়েই পৰ্বতে-ভৈয়ামে মাটিৰ খাজনা, ঘৰ-কৰ, অন্যান্য কৰ বঢ়ালে যাতে চিপাহী বিদ্ৰোহ দমন কৰোঁতে হোৱা খৰচ তুলি লব পাৰি। তাৰ ফলত ৰাইজৰ মাজত আকৌ হুৱা-দুৱা লাগিল। মাছ মাৰি খোৱা বিলবোৰো ডাকত দিয়া কৰিলে, হাবি-চাপৰিৰ নল-খেৰ-খাগৰিৰ ওপৰত কৰ বঢ়ালে। এনেবোৰ কাৰণতে ১৮৬১ চনত নগাঁৱৰ ফুলগুৰিৰ হাজাৰ-হাজাৰ মানুহে নগাঁৱৰ সদৰ কাচাৰী ঘেৰাও কৰিলে।

দৰঙৰ পথৰুঘাটতো একে ধৰণে ৰাইজৰ বিদ্ৰোহ হ'ল।

ইয়াৰ ভিতৰতে ভাৰতৰ শাসনত থকা বৃটিছ চৰকাৰে কলিকতাত দপ্তৰৰ কাম-কাজ চলাবলৈ ফাৰ্চী ভাষা জনা মানুহ যিমান লাগে সিমান নাপাই কৰ সংগ্ৰহ আৰু আদালতৰ কাম চলাবলৈ অসুবিধা হোৱা বাবে ১৮৩২ চনত বেংগল প্ৰেছিডেন্সিৰ আদালতৰ ভাষা আৰু বিদ্যালয়ৰ শিক্ষাৰ মাধ্যম ইংৰাজীৰ লগতে বাংলা কৰিলে। ফলত বংগৰ লেফটেনেন্ট গৱৰ্নৰৰ অধীনত থকা অসমৰ আদালত আৰু বিদ্যালয়ৰ ভাষাও বাংলা হ'ল। তাৰ বিৰুদ্ধেও অসমৰ শিক্ষিত অভিজাত লোকসকলে বৃটিছক খাটনি ধৰিব লগা হৈছিল। বৃটিছৰ লগে-লগে খৃষ্টিয়ান ধৰ্ম প্ৰচাৰৰ বাবে অহা মিছনেৰিসকলেও বুজি পালে যে অসমৰ ভাষাটো বাংলা নহয়, সৰ্বসাধাৰণ অসমীয়াই বাংলা নুবুজে। গতিকে তেওঁলোকৰ সুচলৰ বাবে ১৮৪৫ চনৰ পৰা তেওঁলোকে অসমত অসমীয়া ভাষাৰ মিছনেৰি স্কুল খুলিবলৈ ধৰিলে। অসমত সহকাৰী আয়ুক্তৰ

কাম কৰি থকা আনন্দৰাম ঢেকিয়াল ফুকনেও মফট মিল অসমলৈ আহোঁতে ১৮৫৩ চনত অসমৰ স্কুলত বাংলাৰ ঠাইত অসমীয়া ভাষা চলাবলৈ ভাৰত চৰকাৰক পৰামৰ্শ দিয়ে যদিও ১৮৭৩ চনতহে ভাৰত চৰকাৰে অসমৰ স্কুলত অসমীয়া প্ৰৱৰ্তন কৰিলে।

ইতিমধ্যে অসমৰ চৰকাৰী আৰু চাহবাগিচাৰ দপ্তৰবোৰত বাঙালী বিষয়া-কৰ্মচাৰী আৰু স্কুলবোৰত বাঙালী শিক্ষকৰ নিযুক্তি হৈ গৈছিল। গতিকে ১৮৪৭ চনত অসম এখন সুকীয়া চীফ্ কমিছনাৰৰ প্ৰভিন্স হোৱা সত্ত্বেও অৱস্থা একেই থাকিল। ইংৰাজী শিক্ষা লাভ কৰা অসমীয়া ডেকাসকলৰ বাবে চাকৰি নথকাত তেওঁলোকো ক্ষুব্ধ হৈ অৰ্থনৈতিক আৰু ৰাজনৈতিকভাৱে সংগঠিত হোৱাৰ প্ৰচেষ্টা চলাইছিল। বৃটিছ চৰকাৰৰ কৰ ব্যৱস্থাৰ বিৰুদ্ধে সৰ্বসাধাৰণৰ অসন্তুষ্টিৰ ফলত ছেগাচোৰোকাকৈ ঠায়ে-ঠায়ে বিক্ষোভ হৈয়েই আছিল। ১৮৯২ চনত অসমৰ চীফ্ কমিছনাৰ উইলিয়াম বাৰ্ডে মাটিৰ খাজনা বঢ়োৱাৰ প্ৰতিবাদত কামৰূপৰ লাছিমা, দৰঙৰ পথৰুঘাট আদিতো কৃষক বিদ্ৰোহ হৈছিল।

কলিকতাত ইংৰাজী শিক্ষা লাভ কৰা ডেকাসকলে বংগত শিক্ষিতৰ মাজত গঢ় লৈ উঠা জাতীয়তাবোধ আৰু ৰাজনৈতিক সচেতনতাৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল আৰু কলিকতাৰ প্ৰেছিডেন্সি কলেজৰ পৰা স্নাতক হৈ অহা অসমৰ জগন্নাথ বৰুৱাই বংগৰ অনুপ্ৰেৰণাতে ১৮৮৪ চনত যোৰহাটত সাৰ্বজনিক সভা নামৰ এটা অনুষ্ঠান খুলিছিল। এই অনুষ্ঠানৰ নামতে জগন্নাথ বৰুৱাই অসমৰ চীফ্ কমিছনাৰে জনসাধাৰণৰ সন্মতি নোলোৱাকৈ কৰ আদি বঢ়োৱা কাৰ্যৰ প্ৰতিবাদ কৰি আৰু বৃটিছ কাউন্সিলত অসমৰ পৰা প্ৰতিনিধি দাবী কৰি ১৯০০ চনত ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড কাৰ্জন অসমলৈ অহাৰ সময়ত স্মাৰক পত্ৰ দিছিল। লগতে অসমৰ সকলো মেধাবী ছাত্ৰই কলিকতালৈ গৈ কলেজত পঢ়িব নোৱাৰে বাবে অসমতে এখন কলেজ পাতিব লাগে বুলি আৰ্জি দিছিল। এইদৰে বৃটিছ চৰকাৰৰ ওচৰত অসমৰ অভাৱ-অভিযোগ আৰু ৰাজনৈতিক দাবী উত্থাপন কৰাটো 'সাৰ্বজনিক সভা'য়েই আৰম্ভ কৰে।

এনে এক পটভূমি আৰু পৰিবেশতে অম্বিকে শিশুৰ পৰা কিশোৰ অৱস্থা পায়হি আৰু অম্বিকৰ সমসাময়িক সকলো কিশোৰৰ মনতো এনে এক পৰিস্থিতিতেই জাতীয়তাবাদৰ আদৰ্শ আৰু জাতীয় ভাষা-সংস্কৃতিয়ে খোপনি পুতিছিল। ইতিমধ্যে কলিকতাত একেলগে প্ৰেছিডেন্সি কলেজত পঢ়া নবীন বৰদলৈ, চন্দ্ৰধৰ বৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, ৰজনীকান্ত শৰ্মা বৰদলৈ আদি আৰু তেওঁলোকৰ অগ্ৰজ ৰমাকান্ত বৰকাকতি, লক্ষ্মীনাথ বেজবৰুৱা, কনকলাল বৰুৱা আদিয়ে ১৮৮৮ চনত কলিকতাত আৰম্ভ কৰা 'অসমীয়া ভাষা উন্নতি সাধনী সভা'ৰ কাম-কাজৰ দ্বাৰা অম্বিক অনুপ্ৰাণিত

হৈছিল। তেওঁলোকে অসমীয়া জাতিৰ সংস্কৃতি আৰু সন্মান ৰক্ষাৰ কাৰণে শাৰীৰিক শক্তি অৰ্জন আৰু সাহস বৃদ্ধিৰ বাবে একগোট হৈ মুষ্টিযুদ্ধ আৰু বক্সিঙো খেলিবলৈ শিকিছিল। স্বামী বিবেকানন্দৰ আদৰ্শ আৰু কথাই তেওঁলোকক অনুপ্ৰাণিত কৰিছিল। ফুটবল আদি খেলাতো তেওঁলোকে ভাগ লৈছিল। তেওঁলোকৰ উদ্দেশ্য আছিল, কলিকতাৰ বাঙালী ছাত্ৰসকলে যাতে অসমীয়া ছাত্ৰসকলক শক্তিহীন আৰু পিছপৰা বুলি ভাবিব নোৱাৰে। শাৰীৰিক শক্তি সাধনাৰ এই আদৰ্শই অম্বিকৰ সমসাময়িকসকলকো গুৱাহাটীত অনুপ্ৰেৰণা দিছিল।

১৯০৩ চনত নবীন চন্দ্ৰ বৰদলৈয়ে গুৱাহাটী আদালতত ওকালতি কৰিবলৈ লয়। অকল ওকালতিয়েই নহয়, অসমীয়া সংগীত, নাটক অভিনয় আদি সকলোতে তেওঁ জড়িত হৈ পৰিছিল আৰু গুৱাহাটীৰ ডেকা-চেমনীয়াসকলৰ সকলো সামাজিক কামত দিহা পৰামৰ্শ দি অবিসম্বাদী সমাজ-হিতৈষী ব্যক্তি হিচাপে পৰিগণিত হৈছিল। নবীন বৰদলৈ আদিয়ে আৰ্যনাট্য মন্দিৰত হোৱা বাংলা নাট্যাভিনয়ৰ দৰে উজান বজাৰতো নাট্যাভিনয় অনুষ্ঠিত কৰাৰ বাবে মন মেলি এদিন নবীন বৰদলৈৰ ঘৰতে কেইবাগৰাকী উৎসাহী যুবকক গোট খুৱালে। এইসকলৰ এজনে মন্তব্য দিলে,—"আমাৰ ৰাইজে দেখোন বাংলা নাটক চাবলৈহে আৰ্য নাট্য মন্দিৰলৈ জাকে-জাকে লৰ ধৰে। আমাৰ হাতত ভাল অসমীয়া নাটকো নাই। দুই-এখন ওলাইছে বুলি শুনিছোঁ কিন্তু এইফালে অহা নাই। নতুনকৈ কৰিব খোজা হৈছে যেতিয়া বাংলা নাটক এখনকে লোৱা ভাল হ'ব যেন পাওঁ।"

নবীন বৰদলৈয়েও কথাষাৰ ভাবি চালে। তেওঁৰ উদ্দেশ্য অকল নাটক কৰাই নহয়, উজান বজাৰ অঞ্চলটো সাংস্কৃতিক কেন্দ্ৰ এটাত পৰিণত কৰাও। গতিকে সংগীসকলক এখন ভাল নাটক, লগতে নাৰী চৰিত্ৰত অভিনয় কৰিব পৰা চেমনীয়া ল'ৰা বিচাৰি আনিবলৈও ক'লে। দলটোৰ ভিতৰত মীন বৰদলৈ আছিল সংগীত আৰু অভিনয় বুলিলে গা সাতখন-আঠখন কৰা ডেকা। আৰ্য নাট্য মন্দিৰত অভিনীত কোনো এখন নাটককে তেওঁ নোচোৱাকৈ নেৰে। তেওঁ আৰ্য নাট্য মন্দিৰত কেইবাখনো বাংলা নাটকত অম্বিক আৰু পূৰ্ণ শৰ্মা নামৰ ল'ৰা এজনে যুগল সখী হৈ নচা দেখিছে। তেওঁ নবীন বৰদলৈক কথাষাৰ ক'লে। শেষত 'চন্দ্ৰহাস' নামৰ বাংলা নাটক এখন অভিনয়ৰ বাবে বাছনিত উঠিল। সেইখন নাটকত অম্বিকে মূৰলা নামৰ নাৰী চৰিত্ৰত অভিনয় কৰি দৰ্শকসকলৰ পৰা ভূয়সী প্ৰশংসা পালে। তেতিয়াই নবীন বৰদলৈয়ে অম্বিক সম্পৰ্কে সকলো কথাৰ ভালদৰে আঁতিগুৰি সংগ্ৰহ কৰিছিল কুমুদ বৰা আৰু ৰুক্মিণৰ পৰা।

অম্বিকে শিৱসাগৰৰ পৰা আহি গুৱাহাটীৰ স্কুলত নাম লগোৱাৰ সময়তে গিৰীশ এণ্ট্ৰেন্স পৰীক্ষাৰ বাবে সাজু হৈছিল। অম্বিকে অষ্টম মান পোৱাৰ সময়তে ককায়েক গিৰীশেও এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি এফ. এ পঢ়িবলৈ গুৱাহাটীলৈ আহিল। অম্বিকৰ লগতে থাকি পঢ়িবলৈ হৰমোহন চিৰস্তাদাৰে গিৰীশক ক'লে। কাম কৰা ল'ৰাজন ঘৰলৈ একেবাৰে গুচি যোৱাত অম্বিক থকা দুকোঠলীয়া ঘৰটোৰ আনটো কোঠাও তেনেই খালী পৰি আছিল। গিৰীশৰ সেই কোঠাটোতে থকাৰ ব্যৱস্থা হ'ল। মেট্ৰিকত পোৱা বৃত্তিৰ টকা কেইটাৰ লগতে আৰু কেইটামান যোগ দিবলৈ গিৰীশে টিউচন দুটামানো যোগাৰ কৰি ল'লে। এফ.এ. পাছ কৰি কোচবিহাৰলৈ বি এ পঢ়িবলৈ যোৱাৰ ইচ্ছা গিৰীশৰ। তাৰ বাবে কিছু টকা জমা নকৰিলে এই আশা পূৰণ নহ'ব। অম্বিকৰ যি মতি-গতি, তাৰ বেছি পঢ়া-শুনা হ'ব বুলি ক'ব নোৱাৰি। মাকক গিৰীশেই চাব লাগিব।

অম্বিক ৰাতিপুৱাৰে পৰা ব্যায়াম, লাঠি-ডেগাৰ খেলা, 'বিদেশী বৰ্জন স্বদেশী গ্ৰহণ'ৰ নামত ঘৰে ঘৰে কাপোৰ ফেৰি কৰি ফুৰা, জাহাজঘাট আৰু ৰেল ষ্টেচনত মুটিয়াৰ কাম কৰা, গান বাজনা, নাটক ইত্যাদি লৈয়েই ব্যস্ত। তাৰে মাজতে কোন সময়ত আহি ভাতকেইটা নাকে-কাণে গুজি স্কুললৈ যায় গিৰীশে ততকে ধৰিব নোৱাৰে। অম্বিকক সুধিলেও "মই স্কুলক যাবে আছু দাদা। চিন্তা নকৰ্‌বো।" বুলি কয়। গিৰীশে এণ্ট্ৰেন্স পাছ কৰি কলেজত নাম লগোৱাৰ পাছৰে পৰা অম্বিকে গিৰীশক "আপুনি" সম্বোধন কৰিবলৈ লৈছে। তাকে দেখি গিৰীশেও অম্বিকক 'তুমি' সম্বোধন কৰে।

গিৰীশ অহাৰ পৰা গিৰীশেই ৰন্ধা-বঢ়া কৰে। চিৰস্তাদাৰণী প্ৰায়ে বৰপেটাতে থাকে। চিৰস্তাদাৰ অকলে থাকে। গতিকে তিনিটা মানুহৰ ভাত দুসাঁজ গিৰীশেই ৰান্ধি দিয়ে। চিৰস্তাদাৰ আৰু গিৰীশ প্ৰায় একেলগেই ওলাই যায়। চিৰস্তাদাৰ কাচাৰীলৈ আৰু গিৰীশ কলেজলৈ। অম্বিকৰ ভাত মজিয়াত উলিয়াই ঢাকি থৈ দিয়ে। অম্বিকে নৈত গা-পা ধুই আহি ভাত-পানী খাই স্কুললৈ যায়। চিৰস্তাদাৰণী যেতিয়া আহে গিৰীশৰ আৰাম হয়; অম্বিকৰো খোৱাটো ভাল হয়। চিৰস্তাদাৰণী আহিলে প্ৰতিটো সাঁজতে মাছ থাকে। গিৰীশ নিৰামিষীয়া, গতিকে ৰন্ধা-বঢ়াও নিৰামিষীয়া। দুয়ো ভায়েক থাকিব লগা হোৱা বাবে গিৰীশে চিৰস্তাদাৰক সিহঁতে বেলেগে পাগ কৰি খাব বুলি কৈছিল, কিন্তু চিৰস্তাদাৰে নিদিলে। তাৰ ফলত গিৰীশৰ অৱশ্যে সুবিধা হ'ল। মাককো মাজে-সময়ে গৈ দুই-চাৰি টকা দি আহিব পৰা হ'ল।

অম্বিকে গিৰীশক অমান্য নকৰিছিল। গিৰীশ আৰু চিৰস্তাদাৰৰ কাপোৰ কানি অম্বিকে প্ৰায়েই ধুই দিছিল। গিৰীশে যদিও নিজৰ কাপোৰ নিজেই ধুইছিল, অম্বিকে

সুৰুঙা পালেই গিৰীশৰ কাপোৰ নিজৰ লগতে নৈলৈ নি ধুই আনিছিল। হাক দিলেও নুশুনে বাবে গিৰীশে ক'বলৈ বাদ দিছিল। অম্বিকক নিজৰ ইচ্ছামতে চলিবলৈ এৰি দিছিল। গিৰীশৰ একমাত্ৰ ধ্যান আছিল এফ. এ পাছ কৰা আৰু কোচবিহাৰত বি.এ. পঢ়িবলৈ পইচা গোটোৱা।

গিৰীশৰ স্বভাব সৰুৰে পৰাই গহীন। লগৰ ল'ৰা, আনকি ডাঙৰেও তাৰ লগত সহজে কথা পাতিবলৈ সংকোচ কৰে। অম্বিকেও তাৰ কাৰ্যকলাপ সম্পৰ্কে গিৰীশক জনাবলৈ ভয় কৰে। গিৰীশে অম্বিকৰ নিজ মুখৰ পৰা কোনো কথা নুশুনিলেও তাৰ লগ সংগ আৰু চলন ফুৰণৰ পৰা বুজি পাইছে যে সি স্বদেশী আন্দোলনত ভালদৰেই লিপ্ত হৈ পৰিছে। কলেজত নাম লগাবলৈ অহাৰ সময়ত অম্বিকৰ হাতৰ আঙুলিটোৰ এটা পাব নোহোৱা দেখি অম্বিকক গিৰীশে সুধিছিল কেনেকৈ কটা গ'ল বুলি। অম্বিকে একে আষাৰতে কৈ থৈছিল, "নিজেই কাট্‌লু" বুলি। অম্বিকৰ কথাৰ ধৰণ দেখি গিৰীশেও আৰু একো নুসুধিলে। সেই সময়ত 'স্বদেশী' আন্দোলনে বংগদেশ উত্তপ্ত কৰি ৰখাৰ খবৰ গিৰীশে ভালদৰেই পায। অসমত সুৰমা উপত্যকা আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ স্বাধীনতাপিয়াসী শিক্ষিত সমাজৰ হৃদয়ো যে এই আন্দোলনে চুইছিল, অম্বিকহঁতৰ কাম-কাজেই তাৰ প্ৰমাণ। গিৰীশে জানিছিল যে এই আন্দোলনৰ এটা গুপ্ত সংগঠনো আছে। অম্বিক সেই গুপ্ত আন্দোলনৰ লগত জড়িত আছে বুলি গিৰীশে সন্দেহ কৰিছিল আৰু আঙুলিৰ পাবটো তেনে কিবা কাৰণতে কাটিলে বুলি ভাবি লৈ গিৰীশ মনে মনে শংকিত হৈ উঠিছিল।

এদিন অম্বিকে আহি গিৰীশক ক'লেহি,—"দাদা, উজান বাজাৰত নবীন বৰদলৈ আহ্না 'চন্দ্ৰহাস' নাটকৰ থিয়েটাৰ কৰ্‌বো। মই তাত মুৰলাৰ ভাও লম। আপুনি চাবা যাবো না? গেলি মোৰ ভাল লাগ্‌বো।"

অম্বিকে জানে সি ভাও লৈছে বুলি জানিলে গিৰীশ নোযোৱাকৈ নাথাকে। গিৰীশ নিজেও এজন ভাল অভিনেতা। গায়ক হিচাপেও গিৰীশৰ এক বিশেষ প্ৰতিভা আছে অম্বিকৰ কণ্ঠ বলিষ্ঠ, গিৰীশৰ মিঠা। বৰপেটাত গিৰীশে ঘৰুৱা মজলিছত বৰগীতৰ বাহিৰেও ব্ৰাহ্মসংগীতো গাইছিল আৰু নাট অভিনয়ত শ্ৰীকৃষ্ণৰ ভাও লৈছিল। পঢ়া শুনা আৰু টিউছনত ব্যস্ত থকা বাবে গুৱাহাটীত সংগীত অভিনয আদিৰ পৰা আঁতৰি আছে।

গিৰীশে চন্দ্ৰহাস নাটকৰ অভিনয় চাবলৈ অম্বিকৰ কথা মতেই গ'ল। অম্বিকে নবীন বৰদলৈ আৰু অন্যান্য অভিনেতা, গায়ক, বাদকৰ লগত গিৰীশক চিনাকি কৰি দিলে। বিশিষ্ট দৰ্শকৰ আসনত বহি গিৰীশে নাটকখন আদিৰে পৰা অন্তলৈকে সম্পূৰ্ণকৈ

চাই উঠি বৰদলৈ আৰু আন দুই-এগৰাকীক মাত লগাই ঘৰলৈ খোজ ললে। অম্বিকে মুৰলাৰ চৰিত্ৰত সঁচাকৈয়ে ভাল অভিনয় কৰিছে। নবীন বৰদলৈয়ে পাছদিনাও অম্বিকক তেওঁৰ ঘৰলৈ মাতিলে। গিৰীশে জানে নবীন বৰদলৈ মাধব বৰদলৈৰ ল'ৰা। ভূমিকম্পৰ সময়ত মাধব বৰদলৈ বৰপেটাত হাকিম আছিল। হাকিম হিচাপে মাধব বৰদলৈৰ বৰ নাম আছিল। নবীন বৰদলৈয়ে কলিকতাত ল পাছ কৰি আহি গুৱাহাটীত ওকালতি কৰি আছে বুলি গিৰীশে জানে। তেওঁ নানান সামাজিক কামত জড়িত আৰু বিপদে-আপদে বহুতক সহায় কৰে বুলি শুনিছে। অম্বিক ভাল সংগতে আছে বুলি গিৰীশ নিশ্চিন্ত হ'ল।

এতিয়াৰ পৰা নবীন বৰদলৈৰ ঘৰখনো অম্বিকহঁতৰ দলটোৰ অন্য এক কেন্দ্ৰ হৈ পৰিল। নবীন বৰদলৈয়ে অম্বিকহঁতক ৰাজনীতি আৰু বৃটিছৰ কূটনীতি সম্পৰ্কেও এটা জ্ঞান দিলে। বৰদলৈৰ পৰাই অম্বিকহঁতে জানিবলৈ পালে যে ১৮৯০ চনৰ পাছৰ পৰাই নানান অজুহাতত বৃটিছে বংগদেশৰ মুছলমানপ্ৰধান চট্টগ্ৰাম, ঢাকা আৰু মৈমনসিং জিলাক প্ৰশাসনীয়ভাৱে সুচল হোৱাৰ অজুহাতত অসমত লগ লগোৱাৰ যত্ন কৰি আছে। ইয়াৰ পাছত আছে 'বৃটিছৰ কূটনীতি'।

অম্বিকহঁতে বংগ-ভংগ আৰু স্বদেশী আন্দোলনৰ কথা গোবিন্দ লাহিড়ীৰ মুখত শুনিয়েই আছে—আনকি নিজেও বৃটিছক খেদিবলৈ 'স্বদেশী গ্ৰহণ, বিদেশী বৰ্জন' মন্ত্ৰত দীক্ষিত হৈ সেৱা সংঘও খুলিছে। কিন্তু বৃটিছৰ কূটনীতি কেনে সেই সম্পৰ্কে ভালদৰে জনা নাছিল। গতিকে অতি উদগ্ৰীৱ হৈ অম্বিকে বৰদলৈক সুধিলে,— "ককাইদেউ, কোন কোন চাহাবে আৰু কেতিয়া এইবোৰ কাণ্ড কৰিছিল অলপ বুজাই ক'বনে?"

নবীন বৰদলৈয়ে গহীন হৈ ক'লে, — "ভাৰতীয় জাতীয় কংগ্ৰেছ নামৰ সংগঠনটো যে ১৮৮৫ চনত বোম্বাই নগৰত আৰম্ভ হৈছিল,— তাক তো জানা!"

অম্বিকে তপৰাই উত্তৰ দিলে,—"জানো। সেই বছৰতে মোৰো জন্ম।"

নবীন বৰদলৈয়ে হাঁহি ৰসিকতা কৰি ক'লে,— "স্বাধীনতাৰ বাবে যুঁজিবলৈকে তেন্তে তোমাৰো জন্ম!"

অম্বিকে নাহাঁহিলে যদিও মনতে আওঁৰালে, - "দেশৰ স্বাধীনতাই মোৰ জীৱনৰো স্বপ্ন।"

নবীন বৰদলৈয়ে কৈ গ'ল,—"দেশৰ শাসনত ভাৰতীয় জনসাধাৰণৰ মাত মতাৰ অধিকাৰ আৰু প্ৰশাসনত ভাৰতীয়ৰ উপযুক্ত প্ৰতিনিধিত্বৰ দাবী ১৮৮৬ চনত কলিকতাত বহা অধিবেশনতে হৈছিল। এইখন অধিবেশনতে স্থানীয় স্বায়ত্ত শাসনৰ

কথা আলোচনা কৰিছিল আৰু জুৰিৰ দ্বাৰা বিচাৰৰ পদ্ধতিত জুৰিৰ সদস্যসকলৰ অধিকাংশ ইংৰাজ হোৱাৰ বিৰুদ্ধে প্ৰতিবাদ উত্থাপিত হৈছিল। এই সকলো বিষয়ৰ আলোচনাত অসমৰ প্ৰতিনিধি আৰু বাঙালী প্ৰতিনিধিয়ে বেছিকৈ অংশ গ্ৰহণ কৰিছিল আৰু তেওঁলোকৰ মতামতবোৰে তাত প্ৰাধান্যও পাইছিল। পাছলৈ কলিকতা "বিদেশী বৰ্জন আৰু স্বদেশী গ্ৰহণ" আন্দোলনৰ মুখ্য কেন্দ্ৰ হৈ পৰে। গতিকে বাঙালী মানুহখিনিক কেনেদৰে দুভাগ কৰিব পাৰি আৰু ধৰ্মৰ ভিত্তিত কেনেদৰে বিভাজন আনিব পাৰি তাৰ উপায় হিচাপে বংগৰ মুছলমানপ্ৰধান ঢাকা, চট্টগ্ৰাম ডিভিজন আৰু মৈমনসিং জিলা অসমৰ লগ লগোৱাৰ বাবে বংগদেশৰ লেফটেনেণ্ট গৱৰ্ণৰ এণ্ড্ৰু ফ্ৰেছাৰেই ১৮৯৩ চনত প্ৰথমে প্ৰস্তাৱ দিয়ে। এই একে প্ৰস্তাৱকে ১৮৯৬ চনত অসমৰ চীফ্ কমিছনাৰ উইলিয়াম ৱাৰ্ডেও দিয়ে। গৱৰ্ণৰ জেনেৰেল আৰু তেওঁৰ কাউন্সিলে ৰাইজৰ অসন্তুষ্টি বঢ়াৰ ভয় কৰি এই প্ৰস্তাৱত অনুমোদন দিয়া নাছিল আৰু তেতিয়াৰ চীফ্ কমিছনাৰ হেনৰি কটনেও তাক সমৰ্থন কৰা নাছিল। কিন্তু, ১৯০৩ চনত অসমৰ নতুন চীফ্ কমিছনাৰ বমফিল ফুলাৰে বংগদেশৰ সেইকেইখন জিলা অসমত চামিল কৰি দিলে বেপাৰ বাণিজ্যৰ সম্প্ৰসাৰণৰ বাবে ৰেল লাইন খৰধৰকৈ সজাত সুবিধা হ'ব আৰু চাহ আদি ৰপ্তানিৰ বাবে চট্টগ্ৰামৰ বন্দৰটোও পাব কাৰণে অসমৰ উন্নতি খৰতকীয়া হ'ব বুলি যুক্তি দেখুৱাত সেই বছৰতে বংগ-ভংগৰ এই প্ৰস্তাৱটোৱে বৃটিছ চৰকাৰৰ অনুমোদন পায়। সেই সময়ৰ ভাৰতৰ বৰলাট কাৰ্জনেও বিশ্বাস কৰিছিল যে এই কামৰ ফলত বংগদেশৰ স্বদেশী আন্দোলন দুৰ্বল হৈ যাব। এই জিলাবোৰ অসমৰ লগ লগাই দিলে অসমীয়াৰ কি গতি হ'ব বুজি পাইছানে?"

অলপ ভাবি চাই অম্বিকে ক'লে,—"অসমত বাঙালী মানুহ বেছি হ'ব। মুছলমানো বাঢ়িব।"

"ওঁ, বৃটিছে ভাবিছিল অসমখন মুছলমান প্ৰধান হ'লে মুছলমানসকলক বিশেষ সুবিধা দিয়াৰ টোপ দেখুৱাই অসমকো ডবাই ৰাখিব পৰা যাব। অসমীয়াৰ সংখ্যাতো এনেয়েই কম- তাতে বাঙালী হিন্দুখিনিৰ লগত অসমীয়া হিন্দুখিনিৰ মিলেই নাই। গতিকে উত্তৰ পূব অঞ্চলত বৃটিছৰ বিৰুদ্ধে যাব পৰা শক্তি নাথাকিব।" নবীন বৰদলৈয়ে ক'লে।

অম্বিকে পুনৰ সুধিলে, "সেইটো বাৰু বুজিলো; কিন্তু অসমীয়া ভাষা-সাহিত্যৰ কি হ'ব? অসমৰ স্কুল-আদালতত দেখোন বাংলা ভাষা এতিয়াও চলি আছে। অফিছবোৰত প্ৰায়বোৰেই বাঙালী মানুহ, অসমীয়া চাকৰিয়াল বৰ কম। পাই থকা সুবিধাটো মানুহে কেতিয়াও নেৰে।"

অলপ সময় নিৰৱে থাকি নবীন বৰদলৈয়ে ক'লে,—"অসমীয়া মানুহে যদি সঁচাকৈয়ে অসমীয়া ভাষা জীয়াই ৰাখি ভাষাটোৰ উন্নতি কৰিব খোজে তেন্তে অসমীয়া ভাষাৰ বিপদ বাংলা ভাষাই আনিব নোৱাৰে। চাকৰি-বাকৰি আদিৰ ক্ষেত্ৰত মই ভাবোঁ, মাত্ৰ অসমীয়া কাৰণেহে চাকৰি পাব লাগে বুলি নাভাবি গুণগত ভাৱে উপযুক্ত অসমীয়া প্ৰাৰ্থী থাকিলে তেওঁহে প্ৰথম বাছনি পাব লাগে বুলি দাবী কৰা উচিত। বাৰু, সেইবোৰ পিছেপৰেও হ'ব। এতিয়া ভাৰতৰ স্বাধীনতা অৰ্জনৰ বাবে তোমালোকে কি কৰিব খোজা?"

অম্বিক কিছু সময় নিৰৱে থাকিল। তাৰ পাছত ৰত্তিমলৈ চালে। সম্ভৱ ৰত্তিমৰ লগত আগতে এই বিষয়ে কিবা কথা আলোচনা হৈ আছিল। অম্বিকে চোৱাৰ লগে-লগে ৰত্তিমে চকুৰে সন্মতিসূচক ইংগিত দিলে। অম্বিকে খুব নম্ৰ সুৰত বৰদলৈক ক'লে,—"ককাইদেৱে যদি খং নকৰে, এষাৰ কথা ক'ব খোজোঁ।"

অম্বিকৰ চৰিত্ৰত এনে নম্ৰতা অলপ আচহুৱা। বৰদলৈৰ কৌতূহল হ'ল, তেওঁ ক'লে,—"কোৱা, নিঃসংকোচে কোৱা!"

বৰদলৈৰ ওচৰ চাপি অলপ নিম্ন স্বৰত অম্বিকে ক'লে,—"গোবিন্দ লাহিড়ীয়ে এনাৰ্কিষ্ট পাৰ্টি এটা খোলাৰ কথা কৈছিল। উল্লাস কৰ আৰু বাৰীণ ঘোষ গুৱাহাটীলৈ আহিব বোলে।"

নবীন বৰদলৈয়ে স্থিৰ দৃষ্টিৰে কিছু সময় অম্বিক আৰু ৰত্তিমলৈ চাই থাকিল। তাৰ পাছত গহীন সুৰত ক'লে,—"অসমীয়াৰ মাজত ইমান সাহসী ল'ৰা ওলাইছেনে?"

অম্বিক আৰু ৰত্তিম উৎসাহিত হৈ উঠিল। উচ্ছ্বাসিত সুৰত দুয়ো একেলগে কৈ উঠিল—"আছে ককাইদেউ, কিয় নাথাকিব? ১৪ বাৰ মোগলক হৰুৱা জাতি—সাহসী নহ'লে পাৰেনে?"

"ঠিক আছে, দেখা যাওক।"

"দেখা যাওক নহয় ককাইদেউ, আমি আৰম্ভ কৰিম বুলি ঠিক কৰিছোঁৱেই। আপুনি কিন্তু আমাক সহায় কৰিব লাগিব।" অম্বিকে ক'লে।

"বাৰু, তোমালোকে কি কৰিব খুজিছা কৰা। মই কি সহায় কৰিব লাগে আৱশ্যক হ'লে ক'বা। যি পাৰোঁ কৰিম, কিন্তু সকলো কথা মই জানিব লাগিব।"— বৰদলৈয়ে আশ্বাস দিলে।

অম্বিকহঁতৰ আনন্দৰ সীমা নাইকিয়া হ'ল।

বংগদেশৰ পূব অংশৰ ঢাকা, মৈমনসিং আৰু চট্টগ্ৰাম ডিভিজন নামৰ অঞ্চল তিনিটা কাটি আনি অসমৰ লগত সাঙুৰি নতুন প্ৰদেশ গঠন কৰাৰ সিদ্ধান্ত ১৯০৩ চনৰ ১২ ডিছেম্বৰৰ গেজেটত বৃটিছ চৰকাৰে প্ৰকাশ কৰাৰ পাছত বংগ-ভংগ আন্দোলন বেছিকৈ সংগঠিত হৈ আহে যদিও ইয়াৰ আগৰে পৰাই এই সম্ভাৱনাৰ বিৰুদ্ধে বংগ আৰু অসম দুয়ো ঠাইতে ইংৰাজী শিক্ষাৰে শিক্ষিত ৰাজনৈতিকভাৱে সচেতন ব্যক্তিসকলে নিজৰ মাজতে আলাপ-আলোচনা কৰিবলৈ লৈছিল। এই বিষয়টো সম্পৰ্কত আনকি ১৯০৩ চনত বৃটিছ বৰলাটৰ কাৰ্যবাহী কমিটিৰ সদস্য চাৰ ডেনজিল ইবেট্ছন অসমলৈ আহোতে তেওঁলোকৰ প্ৰতিবাদ মৌখিকভাৱে জনাইছিলও। বংগৰ জিলাকেইখন অসমৰ লগত লগ লগোৱাৰ ক্ষেত্ৰত অসমৰ সচেতন মহলৰ মনত উদ্ভৱ হোৱা আশংকাকেইটা প্ৰধানকৈ আছিল ঃ (১) ইয়াৰ দ্বাৰা অসমৰ নাম সলনি হোৱাৰ ভয় আছে, (২) চৰকাৰী দপ্তৰ আৰু চাহ-উদ্যোগসমূহত অসমীয়াসকলৰ নিযুক্তিৰ সম্ভাৱনা নাইকিয়া হ'ব, (৩) অসমীয়া ভাষা-সংস্কৃতিৰ ওপৰত বংগৰ আধিপত্য বাঢ়িব। ইয়াৰ ফলত অসমৰ জাতীয় অস্তিত্ব বিপন্ন হ'ব আৰু (৪) অসমৰ তথা অসমীয়াৰ সমস্যাসমূহৰ সমাধানৰ ক্ষেত্ৰত বৃটিছ চৰকাৰৰ কোনো সহায় পোৱা নাযাব, কাৰণ চৰকাৰৰ ওপৰত আপেক্ষিকভাৱে আধুনিক শিক্ষা তথা ভাবধাৰাৰ বংগীয় আমোলাসকলৰ প্ৰভাৱহে ৰজিব।

বংগৰ ক্ষেত্ৰত এই প্ৰতিবাদ আছিল বৃটিছৰ 'বিভেদ সৃষ্টিৰ জৰিয়তে শাসন'ৰ কূটনীতিৰ বিৰোধিতা কৰি বংগদেশৰ সকলো বাঙালীক ঐক্যবদ্ধ কৰি বৃটিছ শাসন ওফৰোৱাৰ ক্ষেত্ৰত এক শক্তিশালী ভূমিকা লোৱা। বৃটিছ চৰকাৰ কিন্তু বংগৰ জনসাধাৰণৰ মাজত ভাঙোন সৃষ্টি কৰাত একপ্ৰকাৰ সফলেই হৈছিল বুলি ক'ব পাৰি। কাৰণ বংগৰ অনুসূচীত সম্প্ৰদায়ৰ অনুষ্ঠান মহিষ্য কমিটি, মুছলমানসকলৰ অনুষ্ঠান অন্‌জুমান-ই-ইছলাম, আৰু চিলেটৰো মহিষ্য কমিটি, চিলেট অন্‌জুমান, মৌলবী বজাৰৰ মহাম্মেদান এছ'ছিয়েশ্যন, হবিগঞ্জৰ অনজুমান-ই-ইতেহান নামৰ সংগঠনসমূহে অসমৰ 'টি এছ'ছিয়েশ্যন'ৰ লগতে এই বিভাজন সমৰ্থন কৰিছিল।

অসমৰ ৰাজনৈতিক দাবীসমূহ সংগঠিতভাৱে বৃটিছ চৰকাৰৰ ওচৰত দাঙি ধৰিবলৈকেই ১৯০৫ চনত ডিব্ৰুগড়ত আসাম এছ'ছিয়েশনৰ প্ৰথম অধিৱেশন বহে আৰু তাতে গৌৰীপুৰৰ জমিদাৰ ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাক সভাপতি, জগন্নাথ বৰুৱাক উপ-সভাপতি আৰু মাণিক চন্দ্ৰ বৰুৱাক সম্পাদক হিচাপে লৈ এখন শক্তিশালী কাৰ্যকৰী সমিতি গঠিত হয়। এই অধিৱেশনলৈ নবীন চন্দ্ৰ বৰদলৈ আৰু তৰুণৰাম ফুকনো গুৱাহাটীৰ পৰা গৈছিল আৰু কাৰ্যনিৰ্বাহক সমিতিত অন্তৰ্ভুক্ত হৈছিল।

অম্বিকইঁত ইতিমধ্যে অসম সেৱা সংঘৰ নামত ক্ষেত্ৰ সংগঠনত ব্যস্ত হৈ পৰিছে। ৰাতিপুৱা চাৰি বজাতে উঠি বিভৱানন্দ চৌধুৰীৰ ব্যায়ামাগাৰত শৰীৰ চৰ্চাৰ নামত লগ লাগি ব্যায়াম, লাঠীখেল, মুদ্‌গৰ আদিৰ অনুশীলন কৰাৰ লগে-লগে সিহঁতৰ ভৱিষ্যতৰ কৰ্মপন্থা সম্পৰ্কে আলোচনা কৰে। এই আলোচনা সিহঁতৰ কেইটামানৰ ভিতৰতে আবদ্ধ আছিল। ব্যায়াম আদিৰ অনুশীলন শেষ হোৱাৰ পাছত সিহঁত কেইটাই দৌৰি দৌৰি পাণবজাৰ শুক্ৰেশ্বৰ ঘাটৰ ওচৰৰ নদীৰ পাৰ পাইছিলগৈ। সেইখিনি সময়ত বিহাৰী, মাৰোৱাৰীসকলেৰে ঘাটটো ভৰি থাকে। মানুহবোৰৰ কিছুমানে আন্ধাৰতে আহি নৈৰ পাৰতে প্ৰাতঃ কৰ্ম সম্পন্ন কৰি ব্ৰহ্মপুত্ৰত গা-জুবুৰিয়াই নিজ গৃহ অভিমুখে গতি কৰে। কিছুমানে গা ধুই মন্ত্ৰ মাতি হয় শুক্ৰেশ্বৰ নহয় বাণেশ্বৰ মন্দিৰত সোমাই বিগ্ৰহত ফুল-বেলপাত আৰু পানী এঘটি ঢালি দি নিজৰ কৰ্মস্থানলৈ উভতি যায়।

বাৰীণ ঘোষ আদি এনাৰ্কিষ্ট পাৰ্টি খুলিবলৈ আহিছে বুলি গোবিন্দ লাহিড়ীয়ে অম্বিকক কোৱাৰ কথা অম্বিকৰ মুখে শুনি নিধিৰামে তেওঁক 'বাটৰ কচু গাত নঘঁহিব'লৈ সতৰ্ক বাণী শুনোৱাৰ পাছৰ পৰা এই সম্পৰ্কীয় কোনো কথা নিধিৰামৰ লগত অম্বিকইঁতে আলোচনা নকৰিছিল। অৱশ্যে অসম সেৱা সংঘৰ দুৰ্গতক সেৱা কৰা, মুটিয়াৰ কাম কৰি পুঁজি সংগ্ৰহ কৰা এইবোৰ কাম চলিয়েই আছিল। ইতিমধ্যে অম্বিকইঁতে ড° হৰেকৃষ্ণ দাসক সেৱা সংঘৰ মেডিকেল অফিছাৰ পাতি লৈছিল। মুটিয়াৰ কাম কৰি সংগ্ৰহ কৰা পইচাৰ এটা অংশ সকলোৱে জনাকৈ নিধিৰামৰ হাতত আৰু বাকী পইচা গোপনে জমা কৰিছিল।

নবীন চন্দ্ৰ বৰদলৈৰ পৰা ক্ষীণকৈ হ'লেও আশ্বাস এটা পাই অম্বিকইঁতৰ অসম সেৱা সংঘৰ সদস্য কেইজনমান বংগৰ অনুশীলন সমিতিৰ অনুসৰণত জংগী সংগঠন এটা কৰাত লাগি গ'ল। সংগঠনটোৰ কাম-কাজবোৰ ভাগ-ভাগ কৰি কেউজনৰ মাজত বিতৰণ কৰি দিয়া হ'ল। দলটোৰ ভিতৰত আটাইতকৈ সাহসী আছিল অম্বিক আৰু সংগঠনটোৰ পৰিকল্পনাও তাৰেই আছিল, গতিকে সাংগঠনিক দায়িত্বও সম্পূৰ্ণ তাকেই দিয়া হ'ল। বিনন্দ, ৰক্তিম আৰু ত্ৰিগুণাৰ প্ৰধান কাম আছিল চোৰাংচোৱাৰ। ক'ত কি হ'ব, ক'ত কি হৈছে, কোনে কি কৰি আছে বা কৰাৰ কথা আছে—দলটোৰ কোন সদস্যই কি কৰিছে, নিয়াঁৰিকৈ কৰিছেনে নাই, দলটোৰ কাম-কাজ সম্পৰ্কে কোনোবাই কিবা সন্দেহ কৰিছে নেকি এই বিলাকৰ সম্পূৰ্ণ খা-খবৰ ৰখা আৰু নিতৌ ৰাতিপুৱা ব্যায়ামৰ পাছত ব্ৰহ্মপুত্ৰৰ বালিত গা ধুবলৈ যোৱাৰ ছলেৰে লগ হোৱাৰ সময়ত সিহঁতক জনোৱা। পীতাম্বৰ বৰ খুহুতীয়া স্বভাৱৰ আছিল। সি নানান চৰাই আৰু জন্তুৰ মাত অনুকৰণ কৰিব পাৰিছিল আৰু ফুচুৰি কথা কৈ মানুহক বৰকৈ

হ্‌ইঁৱাব পাৰিছিল। বহুৱালি কৰি, হোৱাই নোহোৱাই সকলো কথাতে হাস্যৰসৰ সৃষ্টি কৰি সি মানুহক বহু সময় মন্ত্ৰ-মুগ্ধ কৰি ৰাখিব পাৰিছিল। গুৰুগম্ভীৰ বিষয় এটা থিতাতে পাতল খুহুতীয়া কথালৈ ৰূপান্তৰিত কৰাৰ ক্ষেত্ৰত তাৰ সমকক্ষ কোনো নাছিল। সেয়ে পুলিছ আৰু মানুহৰ সন্দেহৰ পৰা দলৰ কাম-কাজবোৰ আঁতৰাই ৰখাৰ দায়িত্ব পীতাম্বৰৰ আছিল। অম্বিকৰ কাম আছিল পিষ্টল, ৰিভলভাৰ, বন্দুক, ধনু-কাঁড়, লাঠী-যাঠি, বোমা-খাৰমচলা আদি সংগ্ৰহ কৰা; শিকোৱাৰ ব্যৱস্থা কৰা আৰু শিকা। লাঠী-যাঠিৰ ব্যৱহাৰ ব্যায়ামাগাৰতে শিকা হৈছিল। ৰিভলভাৰ, বন্দুক, পিষ্টল আদি চলোৱাৰ কৌশলো অম্বিকে সেৱ সংঘৰ কাপোৰ বিক্ৰী আৰু ৰেল-জাহাজৰ মুটিয়াৰ কাম কৰি থকা কালত এছ্. পি. বীৰেশ্বৰ সেনৰ পুতেক কেশৱ সেনৰ পৰা খেলাৰ চলেৰে শিকি লৈছিল। কেশৱ সেনৰ লগত কেতিয়াবা কেতিয়াবা পুলিছৰ পেৰেড আদিও চাবলৈ গৈছিল। হৰমোহন চিৰস্তাদাৰৰো এটা নিজা বন্দুক আছিল। পিয়াৰী মোহনৰ পৰাও অম্বিকে বন্দুক ব্যৱহাৰৰ কিটিপ আদি শিকি লৈছিল। আনহাতে পীতাম্বৰৰ পুলিছ বেৰেকলৈ অবাধ অহা-যোৱা আছিল। তাতেই ধেমালিৰ ছলেৰে বন্দুক আৰু ৰিভলভাৰ শিকাত সি পাকৈত হৈ উঠিছিল। বুদ্ধি কৰি সি বন্দুক, পিষ্টল, ৰিভলভাৰৰ দাম, গুলী-বাৰুদ আদি ক'ত পোৱা যায় তাৰো সন্তেদ লৈছিল। লাখটকীয়াত বন্দুক-বাৰুদৰ দোকান আছিল আৰু দীপান্বিতাৰ সময়ত, বিয়া আদি উৎসৱত ফুটাবলৈ সৰু-সৰু ফটকা, আতচবাজী তৈয়াৰ কৰিবলৈ মচলা আদি সেই দোকানতে পোৱা গৈছিল।

পাণবজাৰত থকা বাবে আৰু সকলো সামাজিক কামত আগৰণুৱা বাবে হিন্দু মুছলমান নিৰ্বিশেষে সকলো অসমীয়া-বাঙালী আৰু বিহাৰী-মাৰোৱাৰীৰ লগত অম্বিকৰ ভাল পৰিচয় আছিল।

সংগঠনটো গঠন হোৱাৰ পাছত দলটোৰ সমস্যা হ'ল পইচা। বন্দুক-পিষ্টল-ৰিভলভাৰ কিনিবলৈ, গুলী-বাৰুদৰ বাবে বহু পইচা লাগিব। হাতত জমা হোৱা পইচাখিনি তাৰ বাবে যথেষ্ট নহয়। আটাইকেইটা বৰ চিন্তাত পৰিল। এইবোৰ কথা ভাবি-চিন্তি সিহঁত এদিন ৰাতিপুৱা ব্ৰহ্মপুত্ৰৰ বালিত বিমৰ্ষ মনেৰে বহি আছিল। এনেতে পীতাম্বৰে ক'লে,—"শুন, বন্দুক-বাৰুদ নোহোৱাকৈও আমি এটা কাম কৰিব পাৰোঁ।"

সকলোৱে উদগ্ৰীৱ হৈ সমস্বৰে সুধিলে, —"কি কাম?"

গহীন হৈ পীতাম্বৰে ক'লে,— "আণ্ডা বাংলা। আণ্ডা বাংলাৰ নাম শুনিছনে তহঁতে?"

বালেকে ক'লে,—"শুনিছোঁ। দীঘলী পুখুৰীৰ পাৰত আছে। তাত চাহাব মেমহঁতে নাচ-গান কৰে। নাচ-গান চলাৰ সময়ত আমাৰ মানুহ কোনোবা যদি চাবলৈ যায়, চকীদাৰে গতিয়াই উলিয়াই দিয়ে।"

পীতাম্বৰে কোৱাৰ আগতেই অম্বিকে কৈ উঠিল,—"উলিয়াই দিয়াই নহয়, কোবাই আধামৰাও কৰে আৰু জেলতো দিয়ে। সিদিনা ৰত্নিমহঁতৰ চুবুৰিলৈ নতুনকৈ অহা মানুহজনে সেই ফালে যাওঁতে ঘৰটোৰ পৰা চিঞৰ-বাখৰ আৰু বাজনা শুনি কিবা মাৰপিট হৈছে বুলি চাবলৈ ঘৰটোত সোমোৱাত চাহাব এজনে তেওঁক বৰকৈ গালি-শপনি পাৰি চৰ-লাঠীতো মাৰিলেই আৰু গতিয়াই-লঠিয়াই ৰাস্তালৈকে উলিয়াই দিছিল। মানুহজনে ৰাস্তাৰ শিলগুটিৰ ওপৰত পৰি আঘাতটো পালেই—বৰ অপমানো পালে। ৰত্নিমেই কৈছিল—নহয় নে ৰত্নিম?"

ৰত্নিমে জনালে যে তেনে ঘটনা বহুতো ঘটিছে। মানুহে লাজতে কাকো নকয়।

পীতাম্বৰে ক'লে,—"আগু মানে কি জান? কণী! অংকত কণী পোৱা মানে কি বুজাওঁ? গোল্লা! শূন্য! আগু বাংলা মানে হ'ব লাগিব শূন্য বাং-লা-লা লা!" সি অম্বিকৰ পিনে কেৰাহিকৈ চাই চকু টিপিয়ালে।

অম্বিকে পীতাম্বৰৰ ইংগিত বুজি পালে। সি আটাইকেইটাকে ওচৰ চাপি আহিবলৈ ক'লে।

"চা, আমি আটায়ে প্ৰতিজ্ঞা কৰিছোঁ, আমাৰ কথা, কি আলোচনা কৰোঁ, কোনে কি কৰোঁ— প্ৰাণ গ'লেও কাকো নকওঁ। পীতাম্বৰে কি কৰাৰ কথা কৈছে মই বুজি পাইছোঁ, কিন্তু তাৰ বাবে সময় আৰু সুযোগ চাই বৰ সাৱধানেৰে কামটো কৰিব লাগিব।" তাৰ পাছত পীতাম্বৰ আৰু ৰত্নিমলৈ চাই ক'লে, "আজি গধূলি তহঁত দীঘলীপুখুৰীৰ পাৰলৈ ফুৰিবলৈ আহিবি। বালেক আৰু ত্ৰিগুণাও আহিবি। আমি তাতে লগ হম।"

এইখিনি আলোচনাৰ পাচতে সিহঁতে নৈত গা ধুবলৈ গ'ল।

অম্বিকে যদিও সিহঁতৰ গুপ্ত সংগঠনটোৰ কামত দেহেকেহে লাগিবলৈ সংকল্পবদ্ধ হ'ল তাৰ সমস্যা হ'ল,— ককায়েক আৰু চিৰস্তাদাৰক তাহাঁতৰ সংগঠনৰ কাম আৰু সম্পৰ্কীয় সকলো সম্ভেদৰ পৰা অন্ধকাৰত ৰখা। "বন্দিনী ভাৰত" নাটখন সম্পৰ্কে চিৰস্তাদাৰেই পুলিছক সম্ভেদ দিছিল। তেওঁৰ ভয় চাকৰিটো! অম্বিক তেওঁৰেই আশ্ৰিত, তেওঁৰ ঘৰতেই থাকে। গতিকে অম্বিকে যদি কিবা বৃটিছ-বিৰোধী কাম কৰে তেন্তে তাৰ দোষে তেওঁকো চুব। তদুপৰি অম্বিকৰ ভৱিষ্যত সম্পৰ্কেও তেওঁৰ এক দায়িত্ব

আছে বুলি তেওঁ অন্তৰেৰে ভাবে। অম্বিকৰ যিবোৰ বন্ধু-বান্ধৱক তেওঁ জানে, আটায়ে ছাত্ৰ হিচাপে ভাল আৰু সম্ভ্ৰান্ত পৰিয়ালৰ ল'ৰা। গতিকে সেই ক্ষেত্ৰত তেওঁৰ বিশেষ শংকা নাই। তদুপৰি এছ. পি.ৰ ল'ৰা কেশৱো অম্বিকহঁতৰ বন্ধু-বান্ধৱৰ দলত আছে। সেয়ে ল'ৰাহঁতৰ চলন-ফুৰণ, কাম-কাজৰ ওপৰত কেশৱৰ সেনৰ দেউতাকৰ নিশ্চয় দৃষ্টি আছে। চিৰস্তাদাৰ সেয়ে কিবা বেয়া বা চৰকাৰ বিৰোধী কামত অম্বিক লিপ্ত হ'লে তেওঁ তৎক্ষণাৎ জানিব পাৰিব বুলি নিশ্চিন্ত আছিল। মাত্ৰ অম্বিকে ঠিক মতে খোৱা-বোৱা কৰিছেনে নাই আৰু ৰাতি ভাত-পানী খাই শুইছেনে নাই সেইটোহে সদায় খবৰ কৰিছিল। 'স্বদেশী গ্ৰহণ' 'বিদেশী বৰ্জন' আদি সেৱা-সংঘৰ কামত কিবা ৰাজদ্ৰোহিতা আছিল বুলি তেওঁ ভবা নাছিল কাৰণ কেশৱো এই কামত আছে। অম্বিকে সেই কাৰণে চিৰস্তাদাৰক বৰ বেছি ভয় কৰা নাছিল। ভয় কৰিছিল গিৰীশক। কাৰণ গিৰীশ চৰিত্ৰগতভাৱেই সত্যবাদী আৰু যিকোনো হিংসাত্মক কামৰ সি প্ৰবল বিৰোধী।

গিৰীশো যে স্বদেশীভক্ত সেই সম্পৰ্কে অম্বিকে তেতিয়াও নিশ্চিতভাৱে জনা নাছিল। অম্বিকহঁতৰ মাক এগৰাকী অতি নিপুণ কাটনী আৰু বোৱনী। তেজপুৰৰ সুন্দৰীদিয়া সত্ৰৰ বাৰীৰ ঢাপত ২৫/৩০ জোপা কপাহৰ গছ সদায় থাকে। দৈৱকীয়ে তাৰ পৰা কপাহৰ জোলা গোটাই নেওঠনিৰে গুটি গুচাই কলগছৰ শুকান চোঁচনিৰে কৰা বাঁহৰ ধেনুৰে ধুনি তৈয়াৰ কৰা পাঁজীৰে সূতা কাটি তাৰে কাপোৰ বৈ গিৰীশ আৰু অম্বিকক দৌল-দোমাহীত দিয়ে। গিৰীশ আৰু অম্বিকে সেই কাপোৰকে পিন্ধি আহিছে। চিমৃঠী কপাহৰ সূতাৰে তৈয়াৰ কৰা উপবীতো প্ৰতি বছৰে একোডালকৈ দিয়ে। ককায়েকৰ ল'ৰা-ছোৱালী আৰু নিজৰ কাপোৰো দৈৱকীয়ে ঘৰতে বৈ-কাটি দিয়ে আৰু লয়। গতিকে বিদেশী মিলৰ কাপোৰ সিহঁতে ব্যৱহাৰ কৰি পোৱাই নাছিল। কিন্তু অম্বিকে নিশ্চয়কৈ জানিছিল যে সিহঁতৰ কূটাঘাটমূলক আৰু সন্ত্ৰাসবাদী কাম গিৰীশে কোনোমতেই সমৰ্থন নকৰিব। অম্বিক এনেবোৰ কামত প্ৰত্যক্ষভাৱে জড়িত হৈছে বুলি জানিলে গিৰীশে মনত বৰ আঘাত পাব। গতিকে সময়ত গিৰীশক মিছা ক'বলৈকো অম্বিক সাজু হ'ল।

সিদিনা ৰাতিপুৱা নৈত গা ধুবলৈ যোৱাৰ সময়ত বন্দবস্ত কৰা মতে গধূলি পীতাম্বৰ, বঙ্কিম, বালেক, ত্ৰিগুণা আৰু অম্বিক গৈ দীঘলীপুখুৰীৰ পাৰত ফুৰোঁ বুলি ওলাই গৈ লগ লাগিল। যাওঁতে অম্বিকে গিৰীশক কৈ গ'ল যে সিহঁতৰ স্কুলৰ ল'ৰাবোৰৰ এখন মিটিং আছে। মিটিঙৰ পৰা আহোঁতে অলপ পলম হ'ব পাৰে; তাৰ বাবে যেন চিন্তা নকৰে। কথাটো মিছা কোৱাও নহ'ল।

দীঘলী পুখুৰীটো পাক মাৰি সিহঁতে আগুৱা বাংলা আৰু তাৰ কেউপিনৰ পৰিবেশটো ভালদৰে চাই ললে। নৈৰ পাৰটো ডাঙৰ-ডাঙৰ গছ-গছনিৰে ভৰা। কাচাৰীৰ কাষেৰে উজান বজাৰ জাহাজঘাটলৈ অহা বাটটো আৰু গুৱাহাটী ৰেল ষ্টেছনৰ পৰা উজান বজাৰ জাহাজ ঘাটলৈ অহা ৰেল লাইনটো তেতিয়াও আছিল। উজনিৰ পৰা ৰেলত অহা চাহপাত আৰু বাগানবোৰলৈ নিব লগা মাল-বস্তুবোৰ গুৱাহাটী ৰেল ষ্টেছন আৰু উজানবজাৰ জাহাজঘাটত লাগি থকা মালবাহী জাহাজৰ মাজৰ সেই ৰেল লাইটোৰেই অনা-নিয়া কৰা হৈছিল। ৰেল লাইনটোৰ কাষতে আমবাৰী অঞ্চলৰ বৃহৎ পিতনিখন। কাচাৰীৰ কাষেৰে যোৱা বাটটোৰে ৰাতি মানুহৰ অহা-যোৱা নচলেই। মাত্ৰ চাহাব-মেমসকলেহে ঘোঁৰা আৰু ঘোঁৰাবাগীত উঠি আগুৱা বাংলালৈ অহা-যোৱা কৰে। তাৰ বাহিৰে নিশাৰ পহৰাদাৰে ঘোঁৰাত উঠি কেতিয়াবাহে তহল দিয়ে। আজিকালি জজ কাচাৰী থকা ঠাইখিনিৰ পৰা ৰিজাৰ্ভ বেংক, মিউজিয়াম, ৰাজ্যিক পুথিভঁৰাল থকা ঠাইখিনিৰ ভিতৰতো মানুহৰ বসতি নায়েই। মাত্ৰ জজ কাচাৰী বুলি সজা খেৰী ঘৰটো আৰু বৰলাট কাৰ্জন চাহাব অহাৰ সময়ত মিটিঙৰ বাবে সজা ঘৰটোৰ বাহিৰে আন কোনো ঘৰ নাছিল। প্ৰকাণ্ড কেন্দুগছ এজোপাই জজ কাচাৰীটো আঁৰ কৰি থিয় দি আছিল।

কেউপিনে চাই-চিতি অম্বিকহঁত নিজ-নিজ ঘৰলৈ উভতি গ'ল। ঠিক হ'ল, বালেক আৰু ত্ৰিগুণাই সঁজুলিখিনি যোগাৰ কৰিব আৰু পীতাম্বৰে চকীদাৰৰ লগত মিতিৰালি পাতি ক্লাবঘৰটো কেতিয়া খোলা থাকে, কেতিয়া খেলা-ধূলা হয়, নাচ-গান কেতিয়া আৰু কিমান সময়লৈ চলে—সকলো কথা বিতংকৈ জানি লব। অমাবস্যা ৰাতি বতাহ বলি থকা সময় চাই কামটো কৰা ভাল হ'ব বুলি আটাইকেইজন একমত হ'ল।

"কামটো কৰিব পাৰিলে কিন্তু চাহাবহঁতে বেচ ধাক্কা খাব দেই। নাচ-গান, খেলা-ধূলা কৰিবলৈ নাপালে চালা কোন চাহাব এইখন দেশত থাকিবলৈ আহিব? নিজে নিজে গুচি যাব।" বালেকে ক'লে।

ত্ৰিগুণাই মাত লগালে,—"নাচ-গান, খেলা-ধূলা কৰি থাকিবলৈকে মেম-চাহাব সোপা আমাৰ দেশলৈ আহিছে নেকি অ'? সিহঁত আহিছে আমাক শাসন কৰিবলৈ, ধন আৰ্জি নিজৰ দেশ চহকী কৰিবলৈ।"

"কিন্তু শাসন কৰিবলৈকে হওক বা ধন আৰ্জিবলৈকে হওক,—ইয়াত থাকিবতো লাগিব! খেলা-ধূলা, নাচ-গান নকৰাকৈ সিহঁত থাকিব কেনেকৈ? নহয় নে বালেক!" বালেকক সমৰ্থন কৰি পীতাম্বৰে ক'লে।

ৰক্তিমে নমতাকৈ থাকিব নোৱাৰিলে। "থ থ এইবোৰ গছত গৰু উঠা কথা ক'বলৈ এৰ। আগতে কৰ, চা, তাৰ পাছতহে জানিবি কি হয় কি নহয়?"

আকাশ-কুসুম ৰচনা তাতে অন্ত পৰিল। অম্বিকে মাথোঁ মনে-মনে ভাবিলে, সঁচাকৈয়ে বাৰু ইমান সহজে ইংৰাজে এইখন দেশ এৰিবনে? এবাৰ ভাবিলে বৰদলৈক কথাটো জনাই থোৱা ভাল হ'ব নেকি। পিছ মুহূৰ্ততে কাকো নোকোৱাই উচিত হ'ব বুলি মন থিৰ কৰি ললে।

বাটত আহোঁতে ত্ৰিগুণাই অম্বিকক ক'লে,—"তোৰ মনত আছেনে—'বন্দিনী ভাৰত'ত আমি যে গাইছিলো—

যায় যাব প্ৰাণ আন ধৰি আন
ফান্দত সুমাই ল'
বাধা জঁট ভাঙি বুকু দাঙি দাঙি
নিকিলকিলীয়া হ'
ভাই তই নিকলকিলীয়া হ'।"

পীতাম্বৰো লগে লগে গৈ আছিল। ত্ৰিগুণাৰ গান শুনি সিও আৰম্ভ কৰি দিলে—

"যাৰ য'ত আছে দা-কুঠাৰ-যাঠি
হাতে হাতে তুলি ল'
নকৰিবি ভয়, নাই সংশয়
বুকুত সাহস ল'।
তই ভাই বুকুত সাহস ল'।"

অম্বিকে ধমক দি উঠিল, —"এই, বৰকৈ চিঞৰ-বাখৰ কৰিছ তহঁতে। অলপ লাহে-লাহে গাচোন। গোটেই দলটোৱে চিঞৰি চিঞৰি 'বন্দিনী ভাৰত'ৰ গান গোৱা শুনিলে চাহাব মেমবোৰ চব ওলাই আহিব। এইবোৰ হুলস্থূল নকৰি ধীৰে-সুস্থিৰে কামৰ কথাহে চিন্তা কৰ। কেইদিনমান গান-তান বাদ দি পঢ়া শুনা কৰ ভালকে।"

আটায়ে অম্বিকৰ ইংগিত বুজি পালে। কথা-বতৰা বন্ধ কৰি সকলোৱে নিজ-নিজ ঘৰৰ পিনে বাট ললে। আকাশত তেতিয়া শুক্লা দশমীৰ জোনে কেউফালে পোহৰ কৰি তুলিছে।

ডিব্ৰুগড়ত সেইখিনি সময়তে আসাম এছ'ছিয়েশ্যনৰ প্ৰথম অধিবেশন পতাৰ জোৰ প্ৰস্তুতি চলিছে। আসাম এছ'ছিয়েশ্যনে বৰপেটা, গোলাঘাট, গোৱালপাৰা, নগাওঁ, তেজপুৰ, ডিব্ৰুগড় আৰু গুৱাহাটীত তেওঁলোকৰ কাম-কাজ আৰম্ভ কৰিছে। ১৯০৩ চনত শিৱসাগৰত আসাম এছ'ছিয়েশ্যনৰ ভেটি স্থাপন হোৱা সভাখনৰ পাছৰ পৰাই যদিও অসমৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক স্বাৰ্থ সংৰক্ষণ কৰাৰ সামূহিক প্ৰচেষ্টা আৰম্ভ হৈছিল, বংগ-ভংগৰ প্ৰস্তাৱৰ লগত জড়িত বংগৰ সমস্যাও তাৰ লগত জড়িত থকাত অসমত বাস কৰা ৰাজনৈতিকভাৱে সচেতন শিক্ষিত আৰু প্ৰতিষ্ঠিত বঙালী ভদ্ৰলোক সকলো অসমত হোৱা প্ৰায়বোৰ সামাজিক আৰু ৰাজনৈতিক অনুষ্ঠানৰ লগত প্ৰত্যক্ষ আৰু পৰোক্ষ উভয় প্ৰকাৰে সংশ্লিষ্ট আছিল। আসাম এছ'ছিয়েশ্যনৰ জিলা সদৰত সংগঠিত হোৱা গোটবিলাকে অসমৰ লগত বংগৰ জিলা তিনিখন লগ লগোৱা প্ৰস্তাৱকেইটাৰ বিষয়ে নিজ-নিজ দৃষ্টিকোণৰ পৰা আলোচনা কৰি নিজৰ গোটৰ মতামতবোৰ এছ'ছিয়েশ্যনৰ মূল কাৰ্যালয়লৈ পঠিয়াই দিছিল। মূল কাৰ্যালয় আছিল ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ জমিদাৰী দপ্তৰত গৌৰীপুৰত আৰু গুৱাহাটীৰ উকীল খানাত নবীন বৰদলৈৰ দায়িত্বত। গতিকে বৰদলৈ গুৱাহাটীৰ উকীলসকল বিশেষকৈ নতুনকৈ অহা ব্যৰিষ্টাৰ তৰুণ ৰাম ফুকনৰ লগত জনমত গঠন আৰু জিলা গোটসমূহৰ লগত যোগাযোগ কৰাত ব্যস্ত আছিল। সেই কাৰণে অম্বিকহঁতে বৰদলৈৰ তালৈ গ'লেও তেওঁক লগ নাপাইছিল। গতিকে অম্বিকহঁত কেইবাদিনো ধৰি বৰদলৈৰ তালৈ যোৱা নাই।

গিৰীশে গুৱাহাটীলৈ পঢ়িবলৈ অহাৰ পাছত দুই ভায়েকৰ মাজত মাকৰ তালৈ যোৱা কামটো ভগাই লৈছে। কাৰণ চিৰস্তাদাৰৰ ঘৰৰ ৰন্ধা-বঢ়াৰ কাম এতিয়া অম্বিক বা গিৰীশেই কৰে। চিৰস্তাদাৰণী থাকিলেও তেওঁৰ প্ৰায়ে এটা নহয় আন এটা অসুখ লাগিয়েই থাকে। গতিকে অম্বিক আৰু গিৰীশৰ ভিতৰত কোনোবা এটা নাথাকিলে চিৰস্তাদাৰৰ বৰ অসুবিধা হয়। বৰদিনৰ বন্ধত গিৰীশ তেজপুৰত থকা মাকৰ ওচৰলৈ গৈছিল।

দৈৱকী এতিয়াও ককায়েকৰ ন-সুন্দৰীদিয়া সত্ৰতে আছে। তাত ওচৰ-পাজৰৰ মানুহ আৰু শিষ্য-প্ৰশিষ্যসকলে দৈৱকীক বৰ সন্মান কৰে। দৈৱকীয়ে কিছু জ্যোতিষ-গণনা, বনদৰব আৰু মণ্ডল চাবলৈকো জানিছিল। মানুহবোৰে দৈৱকীৰ ওচৰলৈ প্ৰায়েই মণ্ডল চাবলৈ আৰু দৰব-জাতি বিচাৰি ভাৰ-ভেটি লৈ আহে। দৈৱকীক আটায়ে সন্মান কৰি 'জীয়ৰী আই গোঁসানী' বুলি কয়। নিজৰ ভৰণ-পোষণৰ বাবে দৈৱকীয়ে ককায়েকৰ ওপৰত নিৰ্ভৰ কৰিব নালাগে। আনকি, কাপোৰ-কানি বৈ দি আৰু শিষ্য প্ৰশিষ্যসকলে দিয়া ইটো-সিটোৰে সংসাৰৰ জোৰা মৰাত সহায়হে কৰে। বৰদিনৰ

বন্ধত গিৰীশ যাওঁতে মাকে মাঘবিহুত অম্বিকক মাতি পঠিয়াইছে। সেয়ে পুহৰ দুদিন থাকোঁতে অম্বিক তেজপুৰলৈ গ'ল।

বালেক আৰু বিনন্দ ভিতৰে ভিতৰে বৰ অধৈৰ্য্য হৈ পৰিছিল। বিহুত অম্বিক তেজপুৰত থাকোঁতে সিহঁত দুয়ো দুই তিনিবাৰ আহি গিৰীশক সুধি গৈছে অম্বিক কেতিয়া উভতি আহিব। অম্বিক উভতি অহাৰ পাছত গিৰীশে পোনে পোনে সুধিলে,—"তুমাক বিচ্‌ৰি বালেক আৰো বিনন্দ নামৰ ছলি দুটা কেবাদিনো আইহ্‌ছিল। কিবা জৰুৰী কাম আছে নেকি?"

প্ৰশ্ন শুনি অম্বিকে থত্‌মত্ খাই কৈছিল,—"বেছি জৰুৰী কাম একো নাই। থিয়েটাৰ এখেন কৰাৰ কথা আছিল, সেই খুন্তিয়ে আইহ্‌ছিল নেকি।"

কেতিয়াবা নিশাকৈ উভতি অহাৰ বাট প্ৰশস্ত কৰি থওঁ বুলিয়েই অম্বিকে থিয়েটাৰৰ কথা ক'লে। কাৰণ, গান-বাজনা, নাট আদিৰ আখাৰা গধূলিহে হয়।

গিৰীশে আৰু বেছিকৈ সোধা-সুধি নকৰি মাত্ৰ ক'লে,—"পঢ়া-শুনাত যাতে ঘাটি নপৰে চাবা।"

গিৰীশে ভালকৈয়ে জানে যে অম্বিকক বৰকৈ কৈ একো লাভ নাই। যিটো কৰিম বুলি ভাবে সি কৰিবই। এদিন গিৰীশে অম্বিকহঁতৰ দলটোৰ কেইটামানক কলিকতাৰ পৰা অহা বাঙালী ডেকা কেইজনমানৰ লগত বাটে বাটে মুকুন্দ দাসৰ গান গাই ফুৰা দেখিছিল। অম্বিক আৰু কেশৱো দলটোত আছিল। গানবোৰ দেশপ্ৰেমমূলক স্বদেশী গান। গিৰীশৰ গানবোৰ বেয়া লগা নাছিল।

অম্বিক সতৰ্ক হ'ল। বালেক-ত্ৰিগুণাহঁতক সাৱধান কৰি দিব লাগিব। বৰ বেছি তাক বিচাৰি নহাই ভাল।

সিদিনা ব্যায়ামাগাৰত খেলা শেষ কৰি সিহঁত আটাইকেইটা ব্ৰহ্মপুত্ৰত গা ধুবলৈ গ'ল। মাঘ মাহৰ তেতিয়া প্ৰায় শেষেই। দুই চাৰি দিনতে ফাগুন পৰিব। ৰাতিপুৱা ব্যায়াম কৰি নৈৰ পাৰত বহিলে গাত ৰ'দৰ তাপে এক সুন্দৰ আমেজ আনি দিয়ে। কেশৱ আৰু নিধিৰামো গৈ সিদিনা একে সময়তে গাধুবলৈ গৈ সিহঁতৰ লগ লাগিছিল। কেশৱ, নিধিৰাম, বিষ্ণু মেধি, কালিৰাম বৰ্মন, পুষ্প উজীৰ, কুমুদ বৰা আদিও সেৱা সংঘৰ সদস্য আছিল যদিও, বিভৱানন্দ চৌধুৰীৰ ব্যায়ামাগাৰত অনুশীলনৰ বাবে অম্বিকহঁতৰ দলটোৰ দৰে নিয়মীয়া নাছিল। তেওঁলোক অহাৰ সময়ো একে নাছিল।

গতিকে ঘটনাচক্ৰত নিধিৰাম আৰু কেশৱক পাই সিহঁত অলপ বিমোৰত পৰিল। বাহিৰত কিন্তু কোনোৱে সিহঁতৰ মনৰ ভাব কেশৱহঁতক জানিবলৈ নিদিলে। অম্বিকে নিধিৰাম আৰু কেশৱৰ লগত সেৱা সংঘৰ স্বদেশী-প্ৰচাৰ সম্পৰ্কে কিছু কথা পাতি হঠাৎ এঙামুৰি কাঢ়ি থিয় হ'ল।

"কিমান আৰু বহি থাকিম বালিত। অলপ সাঁতোৰো গৈ" কেশৱক কৈ অম্বিক দুখোজমান আগবাঢ়ি নিধিৰামক চিঞৰিলে,—"ঐ নিধিৰাম, তুইঁন বহ্। মই সাথৰু যাই।"

অম্বিকৰ লগে-লগে-ত্ৰিগুণাও থিয় হ'ল। "ৰহ্ ময়ো তোৰ লগতে যাওঁ। ঐ, তইঁতে চাবি কোনে কিমান সাঁতুৰিব পাৰে।"

অম্বিকৰ লগত মাত্ৰ ত্ৰিগুণাইহে সাঁতোৰত সমানে পাল্লা দিব পাৰে। গতিকে সাঁতোৰৰ ভাল প্ৰতিযোগিতা চাবলৈ আটায়ে সিহঁতৰ পিনে চাই পাৰত বহি ৰ'ল। লৰ মাৰি পানীৰ পিনে গৈ থাকোঁতে অম্বিকে ত্ৰিগুণাক অনুচ্চ স্বৰত ক'লে,—"আজি আবেলি বালেক, বিনন্দ আৰু তই খাৰঘুলি পাহাৰৰ পিনে ফুৰিবলৈ আহিবি। ময়ো যাম।"

ত্ৰিগুণাই সন্মতিসূচকভাৱে মূৰ দুপিয়ালে। পাৰত বহি থকাসকলে সিহঁতে কথা পাতিছে বুলি ধৰিবই নোৱাৰিলে। অম্বিক আৰু ত্ৰিগুণাই ভেলা সাঁতোৰ, চিলনী সাঁতোৰ, থিয় সাঁতোৰ আদি নানান তৰহৰ সাঁতোৰৰ লগে-লগে মাজে-মাজে ডুব মাৰি মাৰি ব্ৰহ্মপুত্ৰৰ মাজ মানলৈ গৈ পুনৰ উভতি আহিল।

নিধিৰামে ক'লে,—"কুনো কম নহই দে।"

আটাইকেইটাই কিৰিলি পাৰি সন্মতি প্ৰকাশ কৰিলে। তাৰ পাচত গা ধুই আটায়ে ঘৰাঘৰি গ'ল।

আবেলি চাৰে তিনিমান বজাত অম্বিকহঁত গৈ খাৰঘুলি পাহাৰৰ নামনি পালেগৈ।

খাৰঘুলি অঞ্চলটোত তেতিয়া ৰজাবাৰীৰ কেইটামান ঘৰ, তাৰ আশে পাশে থকা কেইঘৰমান মানুহ, জাহাজঘাটত কাম কৰা বনুৱা থকা কেইটামান জুপুৰি আৰু ছত্ৰাকাৰ দেৱালয়ৰ টিলাটোৰ ওপৰত থকা পুৰোহিতৰ ঘৰ দুটামানৰ বাহিৰে অন্য মানুহ নাছিল। বাকীবোৰ ঠাই এৰাবাৰী আৰু হাবিৰে ভৰি আছিল। জাহাজঘাটত কাম কৰা মুটিয়াকেইটাৰ বাহিৰে আলিবাটত মানুহ প্ৰায় নাছিলেই। মুটিয়াকেইটায়ো ভাতপানী খাই উঠি জিৰণি লৈ গছৰ তলত শুই আছিল।

বালেকে সুধিলে, —"কি কৰ? পূৰ্ণিমা দেখোন গ'লেই!"

অম্বিকে ধমক দি ক'লে, "তোৰ ধৈৰ্য্য বোলা বস্তুটো একেবাৰেই নাই। বিহুত মই নাই জানই, তই আৰু বিনন্দই দাদাক কি সুধিবলৈ গৈছিলি? তাকো দুই-তিনি দিন!"

বালেকে কিবা এটা ক'বলৈ মুখ মেলোতেই অম্বিকে প্ৰচণ্ড দাবী এটা দি কৈ উঠিল, —"মই তহঁতক কোৱা নাছিলো নে যে দাদাই এইবোৰ কথা জানিলে সৰ্বনাশ হ'ব। দাদাক মই কোনো দিনেই মিছা নকওঁ। তহঁতৰ বাবে মিছা মাতিব লগা হ'ল।"

অম্বিকৰ খং দেখি বিনন্দই মাতিবলৈ সাহ নকৰি তলমূৰকৈ মনে মনে থাকিল।

ত্ৰিগুণাই জানে অম্বিকৰ খং খেৰৰ জুইৰ দৰে। সি ধীৰ সুৰেৰে লাহেকৈ মাত দিলে, "এতিয়া তোৰ মাত শুনিয়েই মানুহ গোট খাব, বৰ এখন কাজিয়া লাগিছে বুলি। লাহে লাহে কচোন। পিছে দাদাক কি বুলি ক'লে?"

অম্বিকৰ খং তৎক্ষণাৎ জামৰি গ'ল। স্বাভাবিক মাতেৰে সি ক'লে,—"কি ক'ম আৰু! থিয়েটাৰৰ কথাত গৈছিলি বুলি ক'লো।"

ত্ৰিগুণাৰ লগতে বালেক আৰু বিনন্দয়ো স্বস্তিৰ নিশ্বাস এৰিলে। ত্ৰিগুণাৰ ওঁঠত এটা মৃদু হাঁহিৰ ৰেশ দেখা গ'ল,—"ভালেই হৈছে দে, এই কেইদিন পলমকৈ বাহিৰত থাকিলেও একো নহয়।"

চাৰিওটা গৈ ছত্ৰাকাৰ দেৱালয়ৰ শিলৰ খটখটি কেইটাতে বহি ললে। ঠাইখিনি তেনেই নিজান। এইখিনি সময়ত তাত মানুহ নালাগে কুকুৰ-মেকুৰী এটা ওলোৱাৰো ভয় নাই। ওপৰৰ চিৰি এটাত আউজি বহি অম্বিকে আৰম্ভ কৰিলে,—"এতিয়া ক, কোনে কি ভাবিছ"?

ত্ৰিগুণাই ক'লে, – "অন্য কি আৰু ভাবিম। আগুা বাংলাত জুই কেনেকৈ দিয়া হয় সেইটোহে চিন্তা। নহয়নে বালেক? বিনন্দ, তই কি কৰ?"

বিনন্দই কৈ উঠিল, "আইডিয়াটো আছিল পীতাম্বৰৰ, কিন্তু সিয়ে দেখো নাই"।

বিনন্দলৈ চাই অম্বিকে ক'লে, —"পিতাম্বৰেই যদি বুধি দিব লাগে, মোক বিচাৰি গৈছিলি কিয়"?

বিনন্দই ততাতৈয়াকৈ উত্তৰ দিলে,—"পীতাম্বৰে যাবলৈ কোৱা কাৰণেহে..."।

আকৌ এখন বাক্‌যুদ্ধৰ আৰম্ভ হোৱাৰ ভয়ত ত্ৰিগুণাই অম্বিকৰ বাহুত হাত থৈ কৈ উঠিল,—"চা অম্বিক, তই হলি আমাৰ দলপতি। গতিকে দিহা-বুদ্ধি তয়েই দিব লাগিব। এতিয়া ক কোনে কি কৰিম"?

অম্বিকে ক'লে,—"চা, মোৰ আচল ভয় হ'ল দাদাক। কিবাকৈ আমাৰ মতলবৰ গম পালে সকলো পণ্ড হ'ব"।

ত্ৰিগুণাই বালেক-বিনন্দলৈ চাই ক'লে,— "বুজিছনে, সেই পীতাম্বৰকো বুজাই দিবি। এতিয়া কোনে কি ভাবিছ খোলাখুলিকৈ আলোচনা কৰ।"

চাৰিওটা গোপন আলোচনাত ব্যস্ত হৈ পৰিল। বুজা গ'ল বালেক আৰু বিনন্দই পীতাম্বৰৰ লগত ইতিমধ্যে আলোচনা কৰিছেই। ত্ৰিগুণা আৰু বঙ্কিমেও নিজৰ মাজতে কথাটো ভালদৰে ভাবি-চিন্তি চাইছে। তিনিওটাই কামটোৰ আনুষংগিক সম্ভাব্য সমস্যাবোৰ এটা এটাকৈ কৈ গ'ল। অম্বিকেও নিজে কি ভাবিছে ক'লে। শেষত সিদ্ধান্ত হ'ল লগাওঁ বুলি জুই লগাব পৰা নাযাব। গতিকে এনে এক বুদ্ধি কৰিব লাগিব যাতে জুই কিবা প্ৰকাৰে হ'লেও নিজে জ্বলি উঠে। লগতে জুইকুৰা তৎক্ষণাতে দুয়োফালৰ পৰা লাগিব লাগিব, যাতে একো নাবাচে।

ক্লাবঘৰটো উলু খেৰেৰে প্ৰায় এক-ডেৰ হাত ডাঠকৈ ছোৱা চাৰিচলীয়া আছিল। প্ৰকাণ্ড ঘৰটোৰ মাজৰ কোঠাটো আছিল নাচঘৰ, কাষৰ কোঠা এটা খেলাৰ বাবে আৰু আনটো কোঠা আছিল খোৱাঘৰ। বাহিৰত এখন বেডমিণ্টন আৰু এখন টেনিছ খেলা চোতাল। চকীদাৰ এজন পৰিয়ালসহ থাকিব পৰাকৈ নৈৰ পাৰৰ ফালে এটা সৰু জুপুৰি। জাৰৰ দিনত চাহাবসকলে ক্লাবত বৰ ৰাতি নকৰে, আঠ-ন বজাৰ ভিতৰতে ঘৰাঘৰি যায়গৈ। চাহাবসকল গ'লে চকীদাৰৰ পৰিয়ালেও সোনকালে খাই-বৈ শুই থাকে। গতিকে কামটো নিশা বাৰমান বজাত কৰিব লাগিব। কিন্তু সমস্যা হ'ল কিদৰে কৰা যায়। জুমুঠি ব্যৱহাৰ কৰিব নোৱাৰি— মানুহৰ চকুত পৰিব পাৰে। আঙঠাও নিব পৰা নাযায়। শেষত ঠিক হ'ল কলৰ আধা কেঁচা দোনা এটা চুঙা এটাৰ দৰে শুকান তমালেৰে গাঁঠি তাৰ মাজত এসোপা ধপাত খোৱা টিকিৰা সুমুৱাই ভিতৰত দুটা-চাৰিটা জ্বলা টিকিৰা দি বতাহ যিফালৰ পৰা বলে সেইফালৰ চালৰ পানীপচাত বাঁহৰ লাঠী এডালেৰে খোঁচ মাৰি সুমুৱাই দিয়া হ'ব। কলদোনাৰ চুঙাটো তৈয়াৰ কাৰৰ দায়িত্ব পীতাম্বৰক দিয়া হ'ল। ধপাত খোৱা টিকিৰা এক ডজনমান অম্বিকেই যোগাৰ কৰিব। অম্বিকে ধপাত খায়, গতিকে সহজ হ'ব— কাৰো কোনো সন্দেহো নহয়। লাঠীডাল আনিব লাগিব বালেকে— সিহঁতৰ বাঁহ গছ আছে আৰু লাঠীও খেলে। নিজৰ খেলা লাঠী সি নিজে তৈয়াৰ কৰি লয়, লগৰবোৰকো দিয়ে। গতিকে সুবিধা হ'ব। ঠিক হ'ল আঁউসীৰ দিনা নিশা আটায়ে শুই নিঃপালি দিলে গাত ক'লা কম্বল লৈ দীঘলীপুখুৰীৰ পাৰ পাবগৈ। বালেক, পীতাম্বৰ, বঙ্কিম, ত্ৰিগুণা আৰু

অম্বিক এই পাঁচজনেই যাব। বিনন্দ যাব নালাগে। সি আগদিনা ককায়েকৰ লগত এঠাইলৈ যাব। আনবোৰৰ অইন কাকো এই বিষয়ে ঘুণাক্ষৰেও জানিবলৈ নিদিবলৈ সিহঁত প্ৰতিজ্ঞাবদ্ধ হ'ল।

অম্বিকৰ সমস্যা হ'ল টিকিৰাকেইটা লৈ। সি যে ধপাত খায় গিৰীশে নাজানে আৰু কথাটো ককায়েকে জনাটোও সি বিচৰা নাছিল। চিৰন্তাদাৰৰ পৰাই তাৰ এই ধপাত খোৱা অভ্যাস হ'ল। চিৰন্তাদাৰৰ কপৰ গুৰগুৰিটোত পুৰণি পানীখিনি পেলাই নতুন পানী ভৰাই চিলিমটোত মলা ধপাত দি টিকিৰাকেইটা জ্বলাবলৈ চিৰন্তাদাৰণীয়েই অম্বিকক মাজে-সময়ে দিছিল। মলা ধপাতত টিকিৰা দুটামান জ্বলাই দি ওপৰত আৰু দুটামান নজ্বলা টিকিৰা দি ফুঁৱাওতে যিটো গোন্ধ ওলাই বতাহত লাহে লাহে বিয়পি পৰে সেই গোন্ধটোৱে অম্বিকক লাহে লাহে চিলিমটোত দুই-এহোপা মাৰিবলৈ শিকালে। সেইটো লাহে লাহে অম্বিকৰ এটা অভ্যাসত পৰিণত হৈছিল। সেই কাৰণে অম্বিকে পাছলৈ নিজৰ কাৰণে এটা চিলিম আৰু টিকিৰা কেইটামান যোগাৰ কৰি থোৱাটো এটা নিয়ম কৰি লৈছিল। কিন্তু গিৰীশ অহাৰ পাছত অম্বিকে সি থকা ঘৰটোৰ পিছফালৰ বেৰখনত বাঁহৰ কাঠী এডাল খুচি থৈ তাতে চিলিমটো ওলোমাই থৈছিল। টিকিৰাখিনি ৰখা টোপোলাটো সি থকা খাটখনৰ তলৰ ফালে বেৰৰ কামি এডালত খুচি থৈছিল। টিকিৰাবোৰ সম্ভৱ এতিয়া মাহে সেমেকি গৈছে। শুকুৱাব লাগিব। কিন্তু ঘৰত সেইটো কৰিব নোৱাৰি। গতিকে গিৰীশ কলেজলৈ যোৱাৰ পাছত অম্বিকে টোপোলাটো উলিয়াই স্কুলৰ চকীদাৰজনৰ হাতত দি আহিলগৈ শুকুৱাই থবলৈ।

দুদিন ৰ'দ খোৱাৰ পাছত চকীদাৰৰ লগতে তাৰ নিজৰ চিলিমটো লৈ গৈ দুহোপামান মাৰি চালে। শুকাইছে, জ্বলোৱাত অসুবিধা নহ'ব। আঁউসীৰ দিনা আবেলি গৈ অম্বিকে চকীদাৰৰ পৰা টিকিৰাৰ টোপোলাটো আনি পীতাম্বৰক চমজাই দি আহিল। দুদিনমান আগৰে পৰা অলপ অলপ ধুলি-বতাহ মাৰি থকা বাবে চিৰন্তাদাৰে গিৰীশক তেওঁৰ অফিচঘৰতে দুৱাৰ-খিৰিকি মাৰি পঢ়ি থাকিবলৈ কৈ গৈছিল। গিৰীশ থকা কোঠাটোৰ বেৰ দুখন মাজে-মাজে ভাগিছে। বতাহ দিলে ধুলি বতাহ হো-হোৱাই সোমায়। গিৰীশে 'একো নহয়, অসুবিধা নহয়' বুলি কৈছিল, কিন্তু চিৰন্তাদাৰে নামানিলে। পিয়াৰীও ঘৰত থাকিব, গতিকে গিৰীশে বৈঠকখানাতে পঢ়া ভাল হ'ব।

পিয়াৰী আৰু গিৰীশে ঘৰত দুৱাৰ-খিৰিকি মাৰি সোমাই থকা বাবে অম্বিক ·ꣳ সাৰে ভৰিত সাৰে ওলাই যোৱাত অসুবিধা নহ'ল। নিশাও গিৰীশ আৰু

চিৰন্তাদাৰহঁত চাৰে-দহ বজাৰ পাছতে ভৰ টোপনিত পৰে। গিৰীশৰ নিশা জাগি পঢ়াৰ অভ্যাস নাই। ৰাতিপুৱা চাৰে-চাৰি বজাতে উঠি পঢ়ে।

সকলো সঁজুলি গোটাই লৈ পাঁচোটা গৈ নিশা বাৰমান বজাত দীঘলী পুখুৰীৰ ভিতৰৰ পাৰত তলৰ ফালে লগ লাগিল। চাৰি আলিবোৰত লেম্প একোটা টিমটিমকৈ জ্বলি আছে। ৰাতিপুৱাৰে পৰা বতাহ বলি আছে, গধূলিৰ পৰা বতাহৰ জোৰ বেছি হৈছে— ধূলি বতাহ। দিনটোৰ ধূলি বতাহত আলিবাট, মানুহৰ ঘৰৰ টিনৰ চাল, চোতাল-বাৰাণ্ডা আটাইবোৰ বগা হৈ পৰিছে। ধূলি-বতাহৰ প্ৰকোপ সহিব নোৱাৰি চহৰখনৰ সকলো মানুহ ঘৰৰ ভিতৰত সোমাই আছে। বাহিৰ ওলাবলৈ সাহ কৰা নাই।

অম্বিকহঁতে কম্বলেৰে গা-মূৰ ভালদৰে ঢাকি চকু-মুখত ধূলি নোসোমাবলৈ সাৱধান হৈ আহিছিল। এনেয়ে অমাবস্যা নিশা, তাতে ধূলিয়ৰি। আনকি পৌৰসভাই দিয়া চাৰিআলিত কাঁচৰ সজাৰ ভিতৰত থকা চাকিৰ পোহৰখিনিও বতাহে ক্ষীণ কৰি তুলিছে। একেবাৰে গাৰ কাষত থকা মানুহজনৰো মুখ নেদেখা অৱস্থা। অম্বিকহঁতৰ আটাইকেইটাই গাৰ কম্বলবোৰেৰে ঘূৰণীয়াকৈ বহি বতাহ সোমাব নোৱৰাকৈ ঘেৰি ৰাখিলে। তাতে জুইশলা মাৰি টিকিৰাকেইটামান জ্বলাই পীতাম্বৰে তৈয়াৰ কৰি অনা কলৰ দোনাৰে সজা চুঙাটোত ইতিমধ্যে ডোখৰ ডোখৰকৈ ভাঙি সুমুৱাই থোৱা টিকিৰাবোৰৰ মাজত সাৱধানে সুমুৱাই দিয়া হ'ল। পীতাম্বৰ কেন্দু গছজোপাৰ তলত আৰু ত্ৰিগুণাই আলিবাটৰ পূবফালে থকা চাৰি আলিটোৰ ওচৰত থকা আঁহত গছজোপাৰ তলত ৰৈ আছিল কোনোবা আহিলে অম্বিকহঁতক সতৰ্ক কৰি দিবলৈ। দূৰৈত কোনোবা অহা যেন দেখিলেই সি তিনিবাৰ হুদূৰ দৰে মাতিব আৰু ত্ৰিগুণাই চৰাইৰ দৰে দীঘলীয়া আৰু তীক্ষ্ণ সুহুৰি এটা বজাব। কলৰ দোনাটো ইতিমধ্যে শুকাইছেই, মাজৰ ফাঁকেৰে আগতে ভৰাই থোৱা-টিকিৰাৰ টুকুৰাবোৰ মাজত দিয়া জ্বলা টিকিৰাকেইটাৰ অঙঠা পাই অলপ অলপকৈ জ্বলি আহিছে। আৰু পলম কৰা ঠিক নহ'ব। বাটত মানুহ ওলোৱাৰ কোনো ইংগিত পীতাম্বৰ আৰু ত্ৰিগুণাৰ পৰা পোৱা নাই। অম্বিকে লৰালৰিকৈ বালেকৰ লাঠীডাল লৈ বঙ্কিম আৰু বালেকক হাতত সাৰে ভৰিত সাৰে ক্লাবঘৰটোৰ ওচৰলৈ মাতি নিলে। অম্বিক আছিল চুটি-চাপৰ। বালেক আৰু বঙ্কিম দুয়ো আছিল ওখ। বালেকৰ কান্ধত বঙ্কিম উঠিব আৰু অম্বিকে কলৰ দোনাৰ চুঙাটো লাঠীডালৰ জোঙা আগটোত খুচি দি বঙ্কিমৰ হাতত দিব যাতে চালখনৰ মাজ ডোখৰতে পানীপচাৰ কিছু ওপৰত দোনাটো জ্বলি থকা টিকিৰাকেইটাৰে খোঁচ মাৰি সুমুৱাই দিব পাৰে।

আলচা মতেই কামখিনি কৰি উঠি লাঠীডাল দীঘলীপুখুৰীত দলিয়াই দি আটাইকেইটা আহি কেন্দু গছজোপাৰ তলত পীতাম্বৰৰ লগ লাগিল। তাতে কিছুপৰ ঠিয় দি থাকি কি হয় নহয় উৎকণ্ঠিত হৈ চাই আছিল। বতাহ তেতিয়াও সোঁ সোঁকৈ বৈয়েই আছে। লাহে-লাহে জুই জ্বলি উঠা দেখা গ'ল। জাপ জাপ শুকান খেৰ্খেৰিয়া হৈ থকা খেৰ আৰু বাঁহ। বতাহো বলিছিল পশ্চিমৰ পৰা। জুই ক্ৰমে এফালৰ পৰা বাগৰি চাৰিওফালে সিঁচৰিত হৈ পৰিল। বতাহৰ বা লাগি তীব্ৰ গতিত জুই দাউ দাউকৈ ওপৰলৈ উঠি আহিল। অম্বিকহঁতে আন্ধাৰতে গা-ঢাকি উভতি ৰেল ষ্টেছনলৈ বেগাই খোজ ললে। কাচাৰীৰ চন্তৰীয়ে দূৰৰ পৰা জুইৰ শিখা দেখি বৰকাঁহত বিপদসূচক বাজনা বজাবলৈ ধৰিলে। চন্তৰীটো অলপ আগতে আহি নিশা দুই বজাৰ সংকেত দি উঠিছিলহে। ক্ৰমে দপ্দপ্কৈ জ্বলি উঠা জুইৰ পোহৰত কেউপিন আলোকিত হৈ উঠিল। জুইবোৰ বতাহৰ কোবত চাৰিওফালে চিটিকি যাবলৈ ধৰিলে কিন্তু বৰ বৰ গছবোৰৰ বাধাত বেছিদূৰ যাব নোৱাৰিলে। ওচৰৰ গছবোৰৰ বহু কেইজোপাৰে পাত গা-গছ কিছু কিছু পুৰিল। আনকি চকীদাৰৰ অকলশৰীয়া পঁজাটোৱেও জুইৰ প্ৰকোপৰ হাত সাৰিব নোৱাৰিলে। নিমিষতে ইংৰাজৰ ঘাটি এটা সম্পূৰ্ণ ধ্বংস কৰিলে বুলি ভাবি অম্বিকহঁত উল্লসিত হ'ল। সিহঁতৰ কেঁচা মগজুৱে বুজি নাপালে যে এটা ক্লাবঘৰ বস্তু-বাহানিৰে সৈতে নষ্ট কৰি বা ধ্বংস কৰি ইংৰাজ ৰাজত্ব দেশৰ পৰা নাইকিয়া কৰিব নোৱাৰি।

ৰেল ষ্টেছনৰ পৰা ৰেলৰ আলিয়ে আলিয়ে গৈ আটাইকেইটা নিজ নিজ ঘৰত শুই থাকিলগৈ। ৰাতিপুৱাৰ লগে-লগে আণ্ডাবাংলা পুৰি ভস্ম হোৱা ঘটনাটো গোটেই গুৱাহাটীতে প্ৰচাৰ হৈ গ'ল। কাৰোবাৰ কূটাঘাতমূলক কাম নেকি অনুসন্ধান কৰিবলৈ প্ৰশাসন ব্যস্ত হৈ পৰিল। অম্বিকহঁতে জানে যে পুলিছে প্ৰথমতে সিহঁতকে সন্দেহ কৰিব। গতিকে সিহঁতে সিহঁতৰ দৈনন্দিন কৰ্মসূচী ঠিক ৰাখিলে। ৰাতিপুৱা আগৰ সময়তে উঠি সিহঁত আগৰ দৰেই ব্যায়ামাগাৰলৈ গ'ল। তাত গৈ পোৱাৰ লগে-লগে কেশৱ আৰু নিধিৰাম অম্বিকৰ ফালে আগুৱাই আহিল।

নিধিৰামেই প্ৰথমতে সুধিলে,— "ঐ অম্বিক, শুন্ছাহ না! আণ্ডা বাংলাটু বুলে পুৰি গেল।"

অম্বিক যেন পানীতহে পৰিল, এনে অবাক ভাবত সুধিলে,—"হৈ নাকি? কেন্‌কে পুৰিল? চাহাব-মেম সপা? তাহুনো মৰিল নেকি পুৰি"?

কেশৱে চকু পকাই অম্বিকক সুধিলে,—“এই, যেনেকে-তেনেকে কথা নক'বা। তোমাকে ধৰিব প্ৰথমে”।

“ধৰিলে কি হ'ব? মই পুৰিছোঁনে কিবা”।

“কবা নকু দে। কালি ৰাতি তই ক'ক্ গৈছিলি”?

“মই? কিয়, ঘুমে আছিলু। যিহে বাতাহ কালি, বাহিৰোক অলবাই নল্লু।”

“সঁচা কিন্তু, কালি দিনটো যি বালিৰ ধুমুহা বলিছিল তেনে ধুলি-বতাহ দেখা মোৰ মনতেই নপৰে”।—কেশৱে ক'লে।

পীতাম্বৰে মাত লগালে,—“কবহেনে? মই এবাৰ চোতাললৈ ওলাইছিলোঁহে, উৰুৱাই নি মোৰ বিছনাতে হামকুৰি খুৱাই পেলাই দিলে। চকীদাৰৰ চৌকাৰ জুই উৰি গৈ ছালত পৰানো কি টান কথা?”

ত্ৰিগুণাই পীতাম্বৰক ধমক দি কৈ উঠিল,—“বাজে কথা নকবি। ধেমালিৰো এটা সীমা আছে। ইমান দূৰৰ পৰা গছ-গছনি পাৰ হৈ চৌকাৰ চুই ক্লাবঘৰৰ চাললৈ কেনেকৈ যাব”?

পীতাম্বৰে ফোৰণ মাৰিলে,—“ক্লাবঘৰৰ জুয়ে তেনেহ'লে চকীদাৰৰ ঘৰ কেনেকৈ পুৰিলে”?

“আগুবাংলাৰ চালৰ জুই উৰি গৈ চকীদাৰৰ ঘৰত পৰা অসম্ভব নহয় ৰহ্। যিহে বতাহ আছিল, আৰু আগু-বাংলাটো ইমান প্ৰকাণ্ড ঘৰ। জুই নিশ্চয় প্ৰকাণ্ড হৈছিল” অম্বিকে চিন্তান্বিত সুৰত নিধিৰামক সুধিলে,—“তই জুই দেখ্ছাহ নেকি নিধিৰাম? এঃ মইহে নাজ্নিলু। জাননি আমাৰ সেৱাসংঘৰ ছলিকেটা জুই নুমোৱা যাবাই পাল্লু হে। গটেটু পুৰছে নেকি? চকীদাৰটু তিৰি-ছলি লৈ কোত আছ্বো”।

নিধিৰামে উত্তৰ দিলে,—“মই জুই দেখা নাই, কিন্তু কেশৱে কৈছে বহু দূৰৰ পৰা জুই দেখা গৈছিল”।

“কাচাৰীৰ চন্তৰীয়ে আঁতৰৰ পৰা জুই দেখি পগলা ঘণ্টা বজোৱাত থানাৰ পুলিছবোৰে সাৰ পাইছিল। বাবা আৰু ডি.ছিয়ে পগলা ঘণ্টা শুনিয়েই বন্দুক-চিপাহী লৈ ঘোঁৰাত উঠি কাচাৰী পায়েই আগু বাংলাৰ জুইৰ উৰি থকা শিখাবোৰ দেখিছিল। জুইৰ পোহৰত দীঘলীপুখুৰীৰ পাৰটো বোলে দিনৰ দৰে পোহৰ হৈ পৰিছিল। বাবাইঁত জুইৰ ওচৰ চাপিবই নোৱাৰিলে। বহুত মানুহ গোট খাইছিল। আটায়ে দীঘলীপুখুৰীৰ পানী আনি জুইত দিছিল কিন্তু একো নাপাচিল হেনো”।

"কেনেকৈ লাগিল বাৰু? কালি ইমান বতাহ। আগুা বাংলাত কালি খেলা-ধূলা নাচ-গান হৈছিল নে নাই—চাহাব-মেম কোনোবা যাব পাৰিছিল নে?"—ত্ৰিগুণাই সুধিলে।

"বাবাহঁতে এইবোৰ খা-খবৰ ইতিমধ্যে কৰিছেই। দুজনমান বিয়া নকৰোৱা চাহাব হেনো গৈছিল, ধূলিৰ তাপত সৰহ সময় থাকিব নোৱাৰি গুচি গৈছিল।"—কেশৱেই উত্তৰ দিলে।

বালেকে ইমান সময় মতা নাছিল। ৰন্তিমেও মনে-মনে ইহঁতৰ কথা বতৰা শুনি আছিল। সিহঁত দুটাই এনেয়েও কম কথা কয়। এইবাৰ বালেকে চিন্তান্বিত সুৰত লাহে-লাহে মত প্ৰকাশ কৰিলে,—"কোনোৱে যদি লগাই দিয়া নাই, সেই চাহাবকেইটাৰ পোৰা ছিগাৰেটৰ টুকুৰাৰ কাগুও হ'ব পাৰে। সিহঁতে বৰকৈ পাইপ আৰু চুৰট খায় নহয়"।

"অসম্ভৱ নহয়। আমাৰ সেৱা সংঘই কিবা কৰিব পৰা কাম তাত আছে জানো? গা-ধোৱাৰ আগতে আমি আটাইকেইটা গৈ চাই আহিম দে। চকীদাৰটোৰ কাৰণে বেয়াই লাগিছে।"—অম্বিকে ক'লে। "আজি আৰু কুস্তি খেলা নকৰোঁ আহ্ মনটো বৰ বেয়া লাগি আছে।"

ব্যায়াম অনুশীলন সিদিনাৰ বাবে বাদ দি আটাইকেইটা দীঘলীপুখুৰীৰ পাৰ পালেগৈ। গৈ দেখে আগুা বাংলাটো পুৰি থেকেচা খাই মাটিত পৰি আছে। আধাপোৰা কাঠৰ খুঁটা, কেন্সি, বাটাম আৰু চকী-মেজবোৰৰ পৰা জুই তেতিয়াও নুমোৱা নাই। ছাই, অঙঠা, ধোঁৱা, জুই, ভগা চীনামাটিৰ সাজ-বাচনবোৰেৰে ঠাইখনে এক নিঃস্ব মূৰ্তি ধৰি পৰি আছে। চকীদাৰৰ জুপুৰিটোৰ ওচৰলৈ গৈ তেওঁলোকে দেখিলে,—ওচৰৰ কলগছ কাটি পেলাই দিয়াৰ ফলত ঘৰটোৰ গোটেইটো পুৰিব পৰা নাই। থাকিব পৰা কৰি দিবলৈ অলপ মেৰামতি কৰিলেই হ'ব।

অম্বিকহঁতে চকীদাৰক লগ নাপালে। পুলিছে তাৰ অসাৱধানতাতেই ঘটনাটো সংঘটিত হ'ল বুলি সন্দেহ কৰিছে। সেয়ে তাক সোধা-পোছা কৰিবলৈ মাতি নিছে। চকীদাৰৰ ঘৈণীয়েক আৰু সৰু ল'ৰা-ছোৱালী দুটা মাকৰ ওচৰতে মাটিত বহি বাটি-ঘটিবোৰ লৈ খেলাত মগ্ন হৈ আছে। কেঁচুৱাটোৱে মাকৰ কোলাত বহি পিয়াহ খাই আছে। দুটা ১০/১২ বছৰীয়া ল'ৰা-ছোৱালীয়ে ঘৰৰ ওপৰত পেলোৱা কলগছ কেইজোপা আঁতৰাবলৈ যত্ন কৰি টনা-টনি কৰি আছে।

অম্বিকহঁতে ধৰা ধৰিকৈ কলগছ কেইজোপা আঁতৰাই পেলাই বাগৰি পৰা আধাপোৰা ঘৰটো পোন কৰি কোনোমতে থিয় কৰি সোমাই থাকিব পৰা কৰি

দিয়াত ব্যস্ত হৈ পৰিল। ঘৰটোৰ চালখনৰ একাংশৰ খেৰ পুৰি গৈছিল যদিও ৰুৱা-কামিবোৰ আধা পোৰা হৈ আছিল। চালৰ সৰহভাগ খেৰ নোপোৰাকৈ আছিল। ঘৰটো পৰি যোৱা বাবে বেৰকেইখন আধা ভগা হৈছিল। ঘৰটো বাঁহৰ খুটাবোৰ পুতি দি থিয় কৰাই চালৰ যিবোৰ ঠাইৰ খেৰ পুৰিছিল তাত কলগছৰ কেঁচা পাত কিছুমান বান্ধি ঠিক কৰি দিলে। কলগছৰ গা-গছৰ পৰা চোঁচ টানি আনি বেৰবোৰৰ ভগা অংশবোৰত দোনা কেইটামান দীঘলীয়াকৈ বান্ধি দি ঘৰটো কোনোমতে মানুহ থাকিব পৰা কৰি দিলে। আবেলি চাউল-দাইল কেইসেৰমান আলু-নিমখ-তেলৰে সৈতে দি যাব বুলি কৈ সিহঁতে বালিয়ে বালিয়ে কাচাৰী ঘাটত গা ধুবলৈ খোজ ললে।

ঘৰলৈ অহাত অম্বিকৰ আবেলিয়েই হ'ল। গিৰীশ কলেজৰ পৰা আহি পিয়াৰীৰ লগত বহি আণ্ডা বাংলা পোৰাৰ কথাটোকে আলোচনা কৰি আছিল। অম্বিকক দেখি পিয়াৰী ডাক্তৰে মাত লগালে,—"কুন্‌ফাল গেইছ্‌লা পন্তাপ খুৰা, আজি দিপ্‌ৰা ভাতো খাবা নাই হবো"।

অম্বিকে সপ্ৰতিতভাৱে উত্তৰ দিলে,—"আণ্ডাবাংলাটো কেন্‌বাকে পুৰিল। চকীদাৰ বেচেৰাটুৰ ঘৰটুতো জুই লাগছিল। আমাৰ ছলিগিলান গেইছ্‌লু চকীদাৰৰ ঘৰটু ভাল কৰি দিবা। তাতে দেৰী হ'ল। গা-পা ধুই আইছু একেলগে। ভাত খাবা যাউঁ"।

পিয়াৰীয়ে ল'ৰা-লৰিকৈ ক'লে,—"অঁ অঁ, যাবা যাবা। ভাতকেইটা কৰ্কইৰা মাৰ্‌ছে, কেন্‌বাকে গিলি থবা যাই"।

গিৰীশে মুখেৰে একো মতা নাছিল। অম্বিক পাগঘৰ সোমোৱাৰ পাছত পিয়াৰীয়ে অৰ্থপূৰ্ণভাৱে গিৰীশলৈ চাই ক'লে,—"সেই ৰাস্তাই ৰাস্তাই গান গাই ফুৰা কলিকাতাৰ ছলিকেটাৰে কাণ্ড। বুজ্‌ছো সনা খুৰা, চিন্তা কৰ্‌বা নাল্‌গে"।

গিৰীশে মনে মনে ভাবিলে পিয়াৰীৰ কথা সঁচা হ'লেই হয়। এক অবুজ অনিশ্চয়তাত গিৰীশৰ বুকুখন গধুৰ হৈ থাকিল।

অম্বিকে বুজিলে, পুলিছে তাক সোধপোছ কৰিবই। গতিকে সি ঘনাই গোবিন্দ লাহিড়ীৰ তালে যোৱা আৰম্ভ কৰিলে। গোবিন্দ লাহিড়ীকো পুলিছে নিশ্চয় ৰেহাই নিদিয়ে। গতিকে তেওঁৰ তাতেই অম্বিককো একেলগে সোধা-পোছা কৰিলে সি ডাঙৰ সমস্যা এটাৰ পৰা হাত সাৰে। পুলিছে যে সিহঁতক দুই-চাৰিটা প্ৰশ্ন সুধিয়েই এৰি দিব সেই সম্পৰ্কে অম্বিক নিশ্চিত। কেশৱৰ পিতাক এছ. পি. বীৰেশ্বৰ সেন নিজে চৰকাৰী চাকৰিয়াল হ'লেও মনে-মনে স্বদেশী

আন্দোলনৰ সমৰ্থক। তেওঁৰ ল'ৰা কেশৱো গোবিন্দ লাহিড়ী আৰু অম্বিকহঁতৰ সেৱা সংঘৰ সক্ৰিয় কৰ্মী। গতিকে, এছ, পিয়েই সিহঁতক বচাব বুলি অম্বিকে ভাবে।

অকল অম্বিকেই নহয়, সেৱা সংঘৰ আটাইবোৰ ল'ৰাকে পুলিছে এটা এটাকৈ থানালৈ মাতি নিলে। গোবিন্দ লাহিড়ী আৰু অম্বিককো নিধিৰামৰ হতুৱাই মাতি নি থানাত দাৰোগাই উৰাই-ঘূৰাই বহু প্ৰশ্ন কৰিলে। আটাইবোৰে কাৰো লগত কাৰো অমিল নথকাকৈ দিনটোৰ কৰ্মসূচী বৰ্ণনা কৰিলে। পুলিছে সন্দেহ কৰা কোনো থল নাপালে। "বন্দিনী ভাৰত"খন অভিনয় কৰা কথাটোৰ পৰাই অম্বিকহঁতৰ সেৱা সংঘৰ ল'ৰাকেইটাৰ ওপৰত হকে-বিহকে পুলিছৰ সদায় সন্দেহ। সন্দেহ কৰাৰ কোনো বাট নাপাই পুলিছে গোবিন্দ লাহিড়ীকে আদি কৰি সেৱা সংঘৰ সদস্য সকলকো বিনাচৰ্তে ৰেহাই দিলে। অম্বিক আৰু লগৰকেইটাই কোনোমতে উশাহ লৈ বাচিল।

শেষত পুলিছে বিহাৰী চকীদাৰটোকেই দোষী বুলি ঠাৱৰ কৰিলে। আগুণ বাংলাৰ চকীদাৰ হিচাপে সি ইচ্ছা কৰি তাত জুই লগোৱাৰ কথা নুঠে; কিন্তু সি আগুণ বাংলালৈ খেলিবলৈ যোৱা চাহাবহঁতে পেলাই দিয়া পোৰা ছিগাৰেটবোৰ ভালদৰে বিচাৰি খোচাৰি নুমুৱাই নেপেলোৱাৰ ফলতে শুকান বতৰৰ ধূলি বতাহত এই কাণ্ডটো হ'ব পাৰিলে বুলি অসাৱধান আৰু নিষ্ঠাহীন বুলি কামৰ পৰা খেদা খালে। কিছুদিন পিছত ল'ৰা-ছোৱালী-তিৰোতাসহ টালি-টোপোলা বান্ধি সি বিহাৰলৈ গুচি গ'ল।

ঘটনাটো ঘটি যোৱাৰ পাছত অম্বিকহঁতৰ সাহস আৰু আত্মবিশ্বাস বাঢ়িল। সিহঁত পতিয়ন গ'ল যে আগুণ বাংলা পোৰাৰ পৰা ইংৰাজৰ সম্পত্তিৰ এক নগণ্য অংশৰহে মাত্ৰ ক্ষতি হ'ল যদিও বৃটিছ শাসনৰ ই তিলমাত্ৰ শক্তিও হ্ৰাস কৰিব নোৱাৰিলে। কিন্তু সিহঁতে এইটোও বুজি পালে যে উপযুক্ত সাৱধানতা আৰু নিপুণতাৰে বৃটিছৰ দৰে শক্তিশালী জাতি এটাৰ কঢ়া শাসনৰ মাজতো সুৰুঙা বিচাৰি উলিয়াব পাৰি। সিহঁতৰ চকুতো ধূলি দিব পাৰি। যত্ন কৰিলে, যদি স্বাধীনতাকামী সমূহ ৰাইজক একগোট কৰিব পাৰি আৰু ৰাইজ যদি দৃঢ়ভাৱে একমুঠ হৈ একানপতীয়াকৈ লাগে; তেন্তে বৃটিছৰ শাসন দেশৰ পৰা ওফৰাই পেলাব পৰা যাব। দলৰ কাম-কাজ বহলাবৰ বাবে উপযুক্ত সদস্যৰ সন্ধান কৰিবলৈ আৰু বৃটিছৰ লগত চেগ চাই যুঁজ কৰিবলৈ অস্ত্ৰ-শস্ত্ৰ, বোমা-বাৰুদ

গোটোৱাৰ কথাও সিহঁতে ভাবিলে। এইবোৰ কামৰ বাবে টকাৰ দৰকাৰ। ৰেল ষ্টেছন আৰু জাহাজঘাটত মুটিয়াৰ কাম কৰি পোৱা টকাৰ পৰা আছুতীয়াকৈ থোৱা টকাখিনি অতি সামান্য। দলৰ দলপতি হিচাপে পুঁজি গোটোৱাৰ মুখ্য দায়িত্বও অম্বিকৰ। গতিকে সেই কাম অম্বিকেই আৰম্ভ কৰিব লাগিব। উকীলখানাতে স্বদেশী আন্দোলনৰ সমৰ্থক বেছি। সিহঁতে কোনো এজন উকীলকে প্ৰথমে ধৰাৰ সিদ্ধান্ত ললে।

গুৱাহাটীৰ আদালতত তেতিয়া বাঙালী উকীলৰ সংখ্যাই সৰহ আছিল। তেওঁলোকৰ মাজত উকীল হিচাপে বিখ্যাত আছিল উপেন সেন। উপেন সেনৰ ঘৰ আছিল শুক্ৰেশ্বৰ মন্দিৰৰ দক্ষিণ ফালে থকা টিলাটোত। কেশৱহঁতৰ ঘৰৰ লগত তেওঁৰ বেচ ঘনিষ্ঠতা—এছ. পি. বীৰেশ্বৰ সেনৰ বন্ধু। স্বদেশী মিলৰ কাপোৰ বিক্ৰী কৰি ফুৰোঁতে আৰু কেশৱ সেনৰ লগতো অম্বিক বহুদিন উপেন সেনৰ ঘৰলৈ গৈছিল। স্বদেশী আন্দোলনৰ সমৰ্থক বুলি উপেন সেনক বহুতে জানে। গোবিন্দ লাহিড়ীক 'আণ্ডা বাংলা' পোৱাৰ সংক্ৰান্তত পুলিছে ধৰি নিয়াৰ সময়ত উপেন সেনেই লাহিড়ীক মোকলাই আনিছিল। উকীল হিচাপে উপেন সেনৰ উপাৰ্জনো বৰ ভাল। অম্বিকে জানে উপেন সেন বহু নিশালৈকে তেওঁৰ উকীলখানাত কেচৰ কাগজপত্ৰ চাই ব্যস্ত থাকে।

অম্বিকহঁতৰ দলৰ ভিতৰত পীতাম্বৰ অকল কৌতুক অভিনেতাই নহয়, কুশলী হস্তশিল্পীও আছিল। পীতাম্বৰে কাঠৰ তক্তাৰ টুকুৰা এডোখৰৰ পৰা ৰিভলভাৰ এটা সাজি বহুদিন আগতে অম্বিকক দিছিল। অম্বিকে কেৰাহীৰ তলৰ ছাইৰ লগত তেল মিহলাই ক'লা ৰং তৈয়াৰ কৰি সেইটোত সানি সাইলাখ ৰিভলভাৰৰ দৰে কৰি মুখত টিনৰ চুঙা এটা লগাই থৈছিল। আঁতৰৰ পৰা হঠাৎ দেখিলে সেইটো আচল ৰিভলভাৰ বুলিয়েই ভ্ৰম হয়।

অম্বিকে এদিন আন্ধাৰ ৰাতি গাত ক'লা কম্বল লৈ মুখত ক'লা ছাই সানি তাৰ ওপৰত চূণৰ ৰেখা কেইডালমান আঁকি ৰাতি খোলা খিৰিকিখনেৰে উপেন সেনৰ উকীলখানাত সোমাই গলগলীয়া মাত এটা উলিয়াই উপেন সেনৰ কপালৰ পিনে হাতৰ ৰিভলভাৰটো টোঁৱাই ক'বলৈ ধৰিলে,—"উকীল বাবু, আউৰ কিট্‌না ৰূপায়া কামায়েগা? আজ তুঝকো ছোড়ুংগা নহী। হমে পঞ্চাছ হাজাৰ ৰুপেয়া চাহিয়ে। অভি, ইচ বখ্‌ত। নহীতো খতম কৰ দুংগা।"

উপেন সেন কেচ এটাৰ সাক্ষীৰ জবানবন্দী পঢ়াত মগ্ন আছিল। সমুখত কিম্ভূত-কিমাকাৰ মূৰ্তি এটা আৰু গলগলীয়া মাত শুনি চক খাই উঠিল। হাতত

কপাললৈ লক্ষ্য কৰি টোঁৱাই থকা ৰিভলভাৰ এটা আৰু পইচাৰ দাবী শুনি তেওঁ ভয় খাই কৈ উঠিল,—"কে তুমি? কেমন করে এলে?"

তেওঁ চিঞৰি ঘৰ কাৰোবাক মাতিবলৈ যত্ন কৰিলে। কিন্তু ভয়তে মাতটো ভালকৈ নোলাল। ডিঙিত সোপা লগাৰ দৰে মাতটো লাগি ধৰিল। হাতৰ পৰা কাগজবোৰ মেজত সৰি পৰিল। চছমাযোৰৰ নাল এডাল কাণৰ পৰা এৰা খাই ওলমি পৰিল। সম্ভৱ চছমাযোৰ আগৰে পৰা ঢিলা হৈ আছিল। উপেন সেনৰ অৱস্থা দেখি অম্বিকৰ হাঁহি উঠি গ'ল। গাৰ ক'লা কাপোৰখনেৰে মুখখন মচি কৈ উঠিল,—"ভয় নাখাব কাকাবাবু, মই অম্বিকহে। হাতৰ এইটোও আচল নহয়, কাঠৰহে। আপুনি মই কোৱা কথাখিনি শুনক। বহোঁনে?"

উপেন সেনে যেন টোপনিৰ পৰাহে সাৰ পালে। লৰালৰিকৈ চছমাযোৰ ঠিক কৰি লৈ কৈ উঠিল, "হা, হা, বস বস! বহা, ইতিয়া কৱা কি কাৰণে এই ভেচ ধৰচা, ইমান ৰাতি।"

অম্বিকে চকীখনত ভালদৰে বহি লৈ ক'লে, "দিনততো আপনি মক্কেল, পুলিছ, কেছ লৈয়ে ব্যস্ত থাকে। একলায় পাৱাই নাযায়। সেইখুন্তিতে ৰাতি আইহ্বা লাগা হৈছে। অন্যৰ আগত কবা পাৰা কথা নহয়।"

"কৈ যোৱা। মই শুনি আছু।"

"একলা শুন্‌লেই নহবো। কোৰবাও লাগবো। আপনি স্বদেশী আন্দোলনৰ সমৰ্থক বুলি চবেই জানে। বংগদেশত এনাৰ্কিষ্ট পাৰ্টিৰ কাম কাজ চলি আছে বুলি আপ্‌নি জানেই। সুৰমা উপত্যকাতো দয়ানন্দ স্বামীৰ দলে কাম আস্ত কৰাৰ কথাওতো নিশ্চয় শুন্‌ছে। নহয় না? গোবিন্দ লাহিড়ীৰ বুদ্ধিমতে গুৱাহাটীত আমিও এটা জংগী পাৰ্টি খুল্‌বা খুজ্‌ছু। ইংৰাজক দেশৰ পৰা খেদি পঠাবা লাগে। দৰকাৰ হলি যুঁজবা লাগ্‌বো। আমি ডেকামখাই যুদ্ধ কৰিম তাঁহাৰ লগোত। আমাক অস্ত্ৰ-শস্ত্ৰ লাগে। বহুত অস্ত্ৰ, বহুত বন্দুক-বাৰুদ লাগে। সিগ্‌লা কিনবা লাগ্‌বো। সেই খুন্তি আমাক টাকা লাগে—বহুত টাকা। বৰদলৈকো কৈ থৈছু, আপনাকো কবা আইহ্‌ছু। আজিয়েই আপ্‌নি টাকা দিবা লাগে যিমান পাৰে। কুনো যাতে কথাটোৰ গম নাপায়। ঘৰৰ কুন্‌বায়ো যদি জানা বুলি আমি খবৰ পাওঁ, আপ্‌নাৰ কিন্তু নিস্তাৰ নাই। আমাৰ দলৰ মানুহে আপনাক খতম কৰি দিবো।"

উপেন সেনে অসমীয়া ভালদৰে ক'ব নোৱাৰে, কামৰূপী মিহলি কৰি কয়। অম্বিকেও সেয়ে তেওঁৰ লগত ভঙা ভঙা কামৰূপীকে কয়।

অম্বিকৰ কথা শুনি উপেন সেনে কিছু সময় অম্বিকৰ মুখৰ পিনে চাই থাকিল। পাছত লাহে-লাহে ক'লে,—"অম্বিক, আসামত কি কৰ্‌বা পাৰ্‌বা? এই চাবা, কোলকাতাত ধৰা পৰিল।"

সেই সময়ত পাঞ্জাব, বংগ আৰু মহাৰাষ্ট্ৰত এনাৰ্কিষ্ট পাৰ্টিৰ কৰ্মী কিছুমানৰ ধৰপাকৰ চলি আছিল।

অম্বিকে সাহসেৰে ক'লে,—"আসামত বহুত হাবি-জংঘল আছে। এই গুৱাহাটীতে চাইৰোফালে কিমান পাহাৰ, পৰ্বত, জংঘল, দিনতে বাঘ অলয়! আমি পাৰিম। বৰ্তমান ৫-৬ টা ৰিভলভাৰ কিন্‌বা পাৰা পইচা দিয়ক। তাৰ পাছত লাগ্‌লি আৰো নিবা আহিম। কিন্তু অন্য কুনো যাতে ঘুণাক্ষৰেও নাজ্‌নে। আমি গটে মাথাই শপত খাই থৈছু, কুন্‌বাই বিশ্বাসঘাতকতা যদি কৰে, তাৰ এটাই শাস্তি—মৃত্যুদণ্ড।"

উপেন সেনে অম্বিকক ভালদৰেই জানে। সি যে দুৰ্দম সাহসী তাকো জানে। কিছু সময় মনে-মনে থাকি তেওঁ আলমাৰিটো খুলি এটা হাত পেৰা উলিয়াই আনিলে। অম্বিকক ক'লে,—"শুনা, কুন্‌বাই জানলে কিন্তু মই লগে-লগে থানাত চুৰি কেছ দি দিম।"

"কৈছু নহয়, কায়ো নাজ্‌নে। আমাৰ পাৰ্টিৰ প্ৰতিজ্ঞাই হৈছে মুখ বন্ধ ৰাখা। কাকো কুনো কাৰো কথা কবা মানা।"

"ঠিক আছে তেনাহলি। এইটু লৈ নিয়া। যিখিনি আছে চব দিলু। ধৰা পোৰ্‌লে কিন্তু মই কিছু কৰ্‌বা নাপাৰিম। খুব সাবধান কিন্তু।" হাতপেৰা খুলি টকাৰ টোপোলা এটা অম্বিকক দি উপেন সেনে ক'লে।

"নাই, নাই। আপ্‌নি ভয় খাবা নাল্‌গে। মই অন্ততঃ সহজে ধৰা নপৰু।"

গুৱাহাটীতে বন্দুকৰ দোকান এখন আছে। তেওঁলোকে লাইছেন্সত পোৱা বন্দুক, ৰিভলভাৰ, পিষ্টলৰ বাহিৰেও চোৰাং মালো ৰাখে। তাৰ বাবে তেওঁলোকৰ গোপন এজেণ্ট আছে। চোৰাং অস্ত্ৰ লেন-দেন কৰা গোপন সূত্ৰৰ যোগেদি তেওঁলোকে চোৰাং অস্ত্ৰৰ বেপাৰ চলায়। পীতাম্বৰে পুলিছৰ পৰা এই সূত্ৰটোৰ সন্ধেদ পাইছিল। অম্বিকে ঠিক কৰিলে পীতাম্বৰকে ৰিভলভাৰ-পিষ্টল কিনাৰ দায়িত্ব দিব লাগিব। কথাটো সি পীতাম্বৰক ক'লে আৰু টকাৰ টোপোলাটো তাৰ হাতত দিলে। পীতাম্বৰ সিহঁতৰ গোপন শাখাৰ ধনভঁৰালীও আছিল। কিন্তু বস্তুবোৰ কিনাৰ আগতে সি গুৰুতৰ সিদ্ধান্ত লব লাগিব।

দলৰ জংগী শাখাটোৰ লগত তাৰ সম্পৰ্কৰ কথা ককায়েক গিৰীশক নজনোৱা বাবে অম্বিক এক গোপন পাপবোধত ভুগিছিল। অম্বিকে গিৰীশৰ পৰা কোনো কথা নুলুকুৱায়। গিৰীশেও তাৰ পৰা কোনো কথাকে গোপন নকৰে। কিবা বেয়া কাম যদি কৰেও, অম্বিকে গিৰীশৰ আগতেই সৈ কাঢ়ে। এতিয়া ইমান জটিল কাম এটা কৰিবলৈ আগবাঢ়িছে অথচ গিৰীশক তাৰ কোনো শুংসূত্ৰই দিয়া নাই, এই কথাটোৱে তাৰ মনত বৰকৈ পীড়া কৰি আছিল। এতিয়া ৰিভলভাৰ-পিষ্টল কিনাৰ পাছত চানমাৰিৰ বাবে প্ৰায়ে নিশা ওলাই যাব লাগিব। কেতিয়াবা কাৰোবাৰ হাতত ধৰাও পৰিব পাৰে। কলিকতাত ইমান অভীজ্ঞ কৰ্মীও ধৰা পৰিল। অম্বিকে এইবোৰ কাম কৰিছে বুলি যদি পুলিছ বা আন তৃতীয় ব্যক্তিৰ পৰা শুনিব লগা হয়, গিৰীশে মৰ্মান্তিক আঘাত পাব। সি নিজে যদি কয়, গিৰীশে তাক বেয়া পাব পাৰে, কিন্তু সকলো কথা বুজাই ক'লে বৰ বেছি হুকা-বধা নিশ্চয় নকৰে। কাৰণ অম্বিকৰ স্বভাৱ গিৰীশে জানে। অম্বিক এটা বিষয়ত নিশ্চিত, গিৰীশৰ মুখৰ পৰা কোনো কথা কেতিয়াও নোলায় আৰু বিপদত পৰিলে গিৰীশেই অম্বিকক ৰক্ষা কৰিব। অম্বিকে জনা আৰু গিৰীশে জনা একে কথা।

সিদ্ধান্তটো লৈ উঠি অম্বিকৰ বুকুখন পাতল পাতল লাগিল।

সিদিনা ৰাতিৰ ভাতসাঁজ অম্বিকেই ৰান্ধিলে। ভাতপানী খাই সাজ-বাচনবোৰ ধুই পাগঘৰটো চিজিল লগাই তলা মাৰি থৈ অম্বিক গিৰীশৰ কোঠাত সোমালহি। গিৰীশে তেতিয়া কিতাপ মেলি লৈ পঢ়িবলৈ বহিছিল। নিশা সিহঁতৰ খোৱা-বোৱা চাৰে ন বজাৰ ভিতৰত শেষ হয়। অম্বিক ব্যায়ামাগাৰলৈ যায় বাবে ৰাতিপুৱাৰ সাঁজ গিৰীশেই ৰান্ধে। অম্বিক সেৱা-সংঘৰ মিটিং আছে বুলি আবেলি ওলাই গ'লে নিশাৰ সাঁজো গিৰীশে ৰান্ধি চাৰে-সাতমান বজাতে আজৰি হৈ পঢ়িবলৈ বহে। চাৰে আঠ বজাৰ আগতে পিয়াৰী আৰু চিৰন্তাদাৱে ৰাতি ভাত নাখায়, গতিকে গিৰীশে সেইখিনি সময়তে পঢ়ি লয়। অম্বিক সোমাই আহি মেজৰ ওচৰত থিয় হোৱাত গিৰীশ আচৰিত হ'ল যদিও মুখেৰে একো নামাতি লণ্ঠনটোৰ ফিটাডাল অলপ বঢ়াই দি অম্বিকৰ মুখলৈ চালে। অম্বিকে যে কিবা গুৰুতৰ কথা ক'বলৈ আহিছে সেইটো বুজা গিৰীশৰ অসুবিধা নহ'ল।

অম্বিকে তলমূৰ কৰি থাকিয়ে লাহে-লাহে আৰম্ভ কৰিলে,—"দাদা, কথা এটা...।"

"কিবা ক'বা নেকি? বিছনাতে বহা।" চকীখন ঘূৰাই লৈ অম্বিকৰ পিনে, ঘূৰি গিৰীশে ক'লে,—"কৱা, কি কবা খুজ্‌ছা।"

বিছনাখনত কোনোমতে বহি অম্বিকে ক'বলৈ ধৰিলে,—"দাদা, মই এটা বৰ ডাঙৰ দোষ কৰ্‌ছু। আপোনাক নককে থাকি বেয়া পাইছু সেইখুন্তি কবা আইছু।"

গিৰীশে আন একো নকৈ মুখেৰে মাত্ৰ "উঁ" শব্দ এটা কৰিলে।

অম্বিকে কৈ গ'ল,—"দাদা, দেশখনত গতে জুই লাগ্‌ছে। ইংৰাজৰ তাপত আমাৰ মানুহৰ পেটৰ ভাত, মুখৰ মাত নহ হবা ধৰ্‌ছে। দেশৰ মানুহৰ জীৱিকা বজাই ৰাখ্‌বাক লগি 'স্বদেশী গ্ৰহণ বিদেশী বৰ্জন'ৰ আমাৰ মানুহে যত্ন কৰা হতিও একো কৰ্‌বা পাৰা নাই, সঁচাই মিছাই মানুহক জুলুমহে কৰি আছে ইংৰাজে। ইংৰাজে আমাৰ চাধা-চিধা মানুহ গিলানক খাটিৰে নকৰে। আমাৰ মানুহগিলানো বৰ ভয়-পাদ্‌ৰা, সাহ-পিত একো নাই। ধমকি এটা মাৰ্‌লিয়েই লেউ-সেউ হৈ যায়। আমাৰ সেৱা সংঘৰ ছলি গিলানে সেই খুন্তি লাঠি-খেলা, ডেগাৰ খেলাও শিখ্‌ছিল ব্যায়ামৰ লগতে। বংগদেশতো এই কাম চলি আছে। তাত জংগী দল এটাও আছে, সুৰমা ভেলিতো হৈছে। আমাৰ অসমীয়া ছলি গিলানো পিছ পৰি থাক্‌বা খুজা নাই। আমাৰ বেয়া লাগে। আমি কেটায়ো ইয়াত জংগী দল এটা খুলাৰ ঠিক কৰছু। বন্দুক-পিষ্টলো শিখিম। ৰাতি মনে-মনে জংঘলত শিখ্‌বা লাগ্‌বো। আপ্‌নাক জানে থলু। আপ্‌নাৰ গাত একো দোষ নপ্‌ৰে। এইটু মোৰ নিজা কথা। কুন্‌বাই যদি কিবা কিস্তেবা সুধে বা কয়; আপ্‌নি যি ভাল বুজে কৰো। দলটুই মোকে দলপতি পাত্‌ছে।"

গিৰীশে স্থিৰ দৃষ্টিৰে অম্বিকলৈ চাই থাকি সুধিলে,—"আগুা বাংলা পুৰা কামটুও তুহঁাৰ দলটুৰে কাম নেকি?"

মূৰ তল কৰি অম্বিকে উত্তৰ দিলে, "হৈ।"

"এই গিলান কামেদি ইংৰাজক খেদ্‌বা পাৰা যাবো বুলি তুহঁন ভাবা নেকি?"— গহীন সুৰত গিৰীশে সুধিলে।

'বৃটিছৰ যি কোনো খতি কৰ্‌বা পাল্লিয়ে আমাৰ গাটু ঠাণ্ডা হয়।" —অম্বিকে উত্তৰ দিলে।

অলপ সময় মনে মনে থাকি গিৰীশে সুধিলে,—"এনকে সৰু-সুৰা ক্ষতিত ইংৰাজৰ কি লোকচান হবো?" অলপ ৰৈ থাকি আকৌ সুধিলে,—"তুহঁাৰ দলত কিমান ছলি আছে?"

"এথেন বেছি নাই, কিন্তু বাঢ়বো।"

"বৃটিছৰ কিমান সৈন্য, অস্ত্ৰ-পাতি আছে কবা পাৰা না?"

"বহুত আছে তাহাঁৰ। কিন্তু আমিতো এথেনে যুঁজবা নাযাউঁ। বৃটিছে খালী জান্‌বা লাগে, আমাৰ আসামতো দেশৰ স্বাধীনতা বিচ্‌ৰা, অস্ত্ৰ চলবা পাৰা মানুহ আছে। আমি ভয় খুৱবা খুজুঁ। ভয় নাখালি তাহঁন আমাৰ দেশ এৰি যাবো কিয়?"

"অস্ত্ৰ-শস্ত্ৰই শক্তি বলি মই কিন্তু নাভাবু। মনৰ বলহে আচল বল। হাতোত বন্দুক ললিও মনত যদি সাহ্ নাথ্‌কে মানুহে যুদ্ধ কৰবা নৰে। আৰো যুদ্ধ কৰি, মানুহ মাৰি মানুহে স্বাধীন হবা নৰে—শত্ৰুহে বাঢ়ই। তথাপি তুহঁন যদি ঠিকেই কোৰ্‌ছা, মই আৰ কি কম? কিন্তু চাই-চিন্তি, সাৱধানে চলা-ফিৰা কাম-কাজ্জ কৰ্‌লি ভাল পাম। এথেন যাবা, ঘুমে থাকা যাই। মঁয়ো ঘুমউঁ।"

গিৰীশে একেৰাহে ইমান কথা ৰৰকৈ নকয়। অম্বিকে বুজিলে ককায়েকে অম্বিকহঁতৰ কামটো সমৰ্থন কৰা নাই যদিও বাধাও নিদিয়ে। অম্বিকৰ আঁকোৰগোঁজ স্বভাৱটো গিৰীশে ভালদৰে জানে।

ককায়েকক কথাখিনি জনাই অম্বিকৰ মনটো মুকলি মুকলি লাগিল। সি আৰু কাকো ভয় নকৰে। দেশমাতৃকাৰ সেৱাত যি বিপদ আহে আহিব। মৰিব লাগে যদি মৰিব। কোনো চিন্তা নাই।

দুদিনমান পাছত এদিন নিশা পীতাম্বৰৰ লগত গৈ অম্বিকে দুটা ৰিভলভাৰ আৰু দুটা পিষ্টল কিনি আনিলে। ক'লা কাপোৰেৰে গা-মূৰ ঢাকি যোৱা বাবে বেচোঁতা আৰু ক্ৰেতা কোনেও কাকো চিনি নাপালে। অম্বিকহঁতে গৈ ভৰলু নৈৰ গৰা এটাৰ তলত আগতে নিৰ্দিষ্ট কৰা ঠাই এখনত বস্তু চাৰিটাৰ মূল্যখিনি বগা কাগজ এখনেৰে মেৰিয়াই থৈ অহাৰ ঠিক পাছতে ক'লা কাপোৰেৰে গা-মূৰ ঢাকি অহা মানুহ এটাই বগা কাগজেৰে টোপোলা বান্ধি অস্ত্ৰ চাৰিটা থৈ গ'ল। অম্বিকহঁতে লগে লগে গছৰ আঁৰৰ পৰা ওলাই গৈ সেইকেইটা লৈ আহিল। পাছত সেই নিশাতেই দুয়ো আন্ধাৰে আন্ধাৰে গৈ ছত্ৰকাৰ দেৱালয়ৰ খট্‌খটিৰ তলত আগতে ঠিক কৰি থোৱা গাঁত এটাত গছৰ ডাল-পাতেৰে মানুহে গম ধৰিব নোৱৰাকৈ ঢাকি থৈ আহিল।

পাছদিনা দলৰ মূল ছয়োজন উজানবজাৰৰ ব্ৰহ্মপুত্ৰৰ পাৰত গোট খাই সিহঁতৰ পাছৰ কাৰ্যসূচীৰ কথা আলোচনা কৰিলে। পীতাম্বৰ আৰু অম্বিকে

ৰিভলভাৰ দুটা যোগাৰ কৰাৰ কথা বাকীবোৰক ক'লে আৰু ক'ত লুকুৱাই থৈছে তাকো জনালে। আটায়ে একমত হ'ল যে বস্তুকেইটা তাৰ পৰা আঁতৰাই যিমান সোনকালে পৰা যায় মানুহ সতকাই চলাচল নকৰা নিৰাপদ ঠাই এডোখৰত থব লাগিব। চেৰা গুলী চল্লিছ-পঞ্চাছ জাঁইমান সংগ্ৰহ কৰাৰ ভাৰ বিনন্দই ললে। বিনন্দৰ ভিনিহীয়েক এজন ভাল চিকাৰী। বিনন্দ কেতিয়াবা ভিনিহীয়েকৰ লগত চিকাৰলৈ যায়। তাৰ বন্দুক মৰাৰ অভ্যাস আছে। ভিনিহীয়েকক লাগে বুলি বন্দুকৰ দোকানৰ পৰা গুলীখিনি সিয়ে সংগ্ৰহ কৰি আনিব। গুলী কিছুমান আৰু এটা ৰিভলভাৰ ৰখাৰ দায়িত্ব পীতাম্বৰে ললে। পিষ্টল এটা আৰু ৰিভলভাৰ এটা গুলী বাকীখিনিৰ সৈতে অভ্যাস কৰা ঠাই এডোখৰত হাবিৰ মাজৰ নিৰাপদ ঠাই এটুকুৰা চাই লুকুৱাই থব লাগিব। অভ্যাসৰ বাবে খাৰঘুলি আৰু বশিষ্ঠ পাহাৰৰ ভিতৰুৱা অঞ্চল একোটা বিচাৰি উলিয়াবলৈ ঠিক কৰিলে। নৱগ্ৰহ পাহাৰৰ মাজেৰে বাট পোনাই খাৰঘুলিৰ ভিতৰৰ ফালে ব্ৰহ্মপুত্ৰৰ পাৰৰ নিজান ঠাই এডোখৰ সোনকালে পায়। কেউফালে ঘন জোপোহাৰে ভৰা ঠাইখন ডাঙৰ ডাঙৰ গছেৰে ভৰা। সেইপিনেৰে বাঘ আৰু বনৰীয়া হাতীৰ জাক অহা-যোৱা কৰা বুলি মানুহ কোনো সতকাই তালৈ নাযায়। নৈৰ ফালে শিলৰ মাজত বন্দুক আৰু খাৰবাৰুদ লুকুৱাই থব পৰা ঠায়ো আছে। আহোম ৰজাই সেইবোৰতে বৰটোপৰ খাৰ-বাৰুদ জমা কৰি থৈছিল বাবেই ঠাইখনৰ নাম খাৰঘুলি। প্ৰথমে হাত পোনোৱাৰ অভ্যাসটো তাতে কৰাই ভাল হ'ব বুলি সিহঁত আটাইকেইটা একমত হ'ল। মাত্ৰ গছে-গছে বগোৱা আৰু বাঘ সাপৰ অৱস্থিতি নিৰ্ণয় কৰিব পাৰিলেই হ'ল। হাবিৰ মাজে-মাজে বাট পোনোৱাৰ অভ্যাস অধিকৰ আছে। সাপৰ পৰা হাত সৰা বিদ্যাও জনা আছে। বৰপেটাত সাপৰ মাজতে ডাঙৰ হৈছে বুলিব পাৰি। বাকীখিনি বিনন্দৰ পৰাই আয়ত্ত কৰি লব পাৰিব আটাইকেইটাই। সদায় খাৰঘুলিত ঠিক নহ'ব বুলি বশিষ্ঠ পাহাৰৰ গহীন জঁয়াল ঠাই এডোখৰো বাচি ললে।

বশিষ্ঠ পাহাৰৰ সৰহভাগ ঠাই পাহাৰীয়া বাঁহৰ জাৰণিৰে ভৰা। তাৰে ভিতৰুৱা জনসমাগমৰ ভয় নথকা ঠাই এডোখৰ বাছি বাঁহ কেইজোপামান কাটি মুকলি কৰি ললে। নল বাঁহৰ দৰে মিহি পূৰঠ আৰু দীঘল এই বাঁহবোৰ চাঁচি দলটোৰ প্ৰত্যেকৰে বাবে একোযোৰ দীঘল আৰু একোযোৰ মধ্যম পেং সাজি ললে। পেঙত খোপনি পুতি বৰ পৰাকৈ জেং কাটি গাতে খাপ সাজি লোৱাত চলা-ফুৰা কৰাৰ সুবিধা হ'ল। পেং কেইযোৰমান ৰাজগড়ৰ পিতনিত আৰু আন কেইযোৰমান জাপৰিগোগ হাবিত থোৱাৰ ঠিক হ'ল। অধিক চাপৰ বাবে তাৰ

নিজৰ ব্যৱহাৰৰ বাবে সৰু পেং এযোৰ নিজে থকা ঘৰটোৰ ভিতৰৰ বেৰৰ চুক এটাত থৈ দিলে। দৰকাৰৰ সময়ত সেই দুডাল সি লাঠী হিচাপেও ব্যৱহাৰ কৰিব পাৰিব।

গুৱাহাটীত সেই সময়ত নিশা দহ বজাৰ পাছত মাজনিশাৰ দৰে নিজম পৰি যায়। অম্বিকে সৰু পেং ডালত উঠি নিশা এঘাৰমান বজাত গৈ আমবাৰী নহ'লে ৰাজগড় পায়গৈ। তাৰে পৰা পেং সলাই জাপৰিগোগ আৰু তাৰ পাছত পোনে পোনে বশিষ্ঠ। সৰু পেং ডালেৰে ২-৩ খোজ, মজলীয়া পেং যোৰেৰে ৪-৫ খোজ আৰু দীঘল পেং যোৰেৰে ৭-৮ খোজ এবাৰতে যাব পাৰি। বশিষ্ঠ পাওঁতে প্ৰায়ে নিশা একমান বাজে। তাত এক ডেৰ ঘণ্টা চানমাৰি অভ্যাস কৰি আঢ়ৈমান বজাৰ লগে-লগে উভতি আহি ৰাতিপুৱা চাৰি বজাৰ আগতে আহি ঘৰ পাই শুই পৰে। ইয়াৰ বাবে প্ৰয়োজনীয় ক্ষীপ্ৰতা, তৎপৰতা আৰু কুশলতা সিহঁতে ২-৪ দিনতে আয়ত্ত কৰি ললে। ৰিভলভাৰ আৰু পিষ্টল দুটামান জাপৰিগোগ পাহাৰৰ শিলৰ মাজত শুকান কলপাত, তামোলৰ ঢকুৱা, কলৰ দোনাৰ মোনা আদিত ভৰাই শুকান খেৰ-ঘাঁহ আদিৰে ঢাকি মানুহ নহা ঠাইত লুকুৱাই থৈছিল। জাপৰিগোগৰ পৰা ৰেল লাইনৰ ওচৰলৈ তেতিয়া অটব্য হাবি আৰু মাজে মাজে পাহাৰীয়া লুংলুঙীয়া বাট। তাৰ সিফালে মানুহৰ বসতি নাই বুলিলেই হয়। জাপৰিগোগৰ দক্ষিণে ট্ৰাংক ৰ'ডটোৰ কাষত গণেশগুৰিত দুই-চাৰিখন চাহ-ভাতৰ বিহাৰী, বাঙালী আৰু মাৰোৱাৰীৰ দোকান। তাৰ পৰা বশিষ্ঠলৈ হাবিতলীয়া লুংলুঙীয়া বাট। অম্বিকহঁতে সততে এই বাটকে ব্যৱহাৰ কৰিছিল।

এইদৰে ৰাতিপুৱা ব্যায়াম, লাঠী-ডেগাৰ আৰু যুযুৎসুৰ অনুশীলন, তাৰ পাছত ব্ৰহ্মপুত্ৰত সাঁতোৰ আৰু স্নান, দুপৰীয়া আৰু আবেলি কেতিয়াবা আৰ-তাৰ ঘৰত আড্ডা লগতে গান আৰু গধূলি সোনকালে খাই বৈ বিছনাত পৰি নিশা ১০ মান বজাৰ লগে-লগে হয় বশিষ্ঠ নহ'লে নৱগ্ৰহ পাহাৰ অভিমুখে অভিযান। এয়েই আছিল সিহঁতৰ নিত্য-নৈমিত্তিক কৰ্মসূচী। দেশৰ ক'ত কি হৈছে তাৰ বিতং খবৰ অম্বিক আৰু ত্ৰিগুণাই গোবিন্দ লাহিড়ীৰ পৰাই পাইছিল আৰু গুৱাহাটীৰ বাতৰি সংগ্ৰহ কৰিছিল বিনন্দ আৰু বালেকে। প্ৰশাসনৰ ভিতৰুৱা খা-খবৰ বুধি কৰি যিখিনি পাৰি কেশৱ সেনৰ পৰাই পাইছিল আৰু পীতাম্বৰতো আছেই। অসমীয়া জাতীয়ভাৱৰ ধাৰণাৰ ধাৰণা ইংৰাজী শিক্ষাৰে শিক্ষিত অসমীয়া মধ্যবিত্ত অভিজাত লোকসকলৰ মনত ইতিমধ্যে ভালকৈয়েই শিপাইছে।

অম্বিকইঁতৰো দলটোৰ মুখ্য শত্ৰুতা আছিল অসমৰ আৰ্থ-সামাজিক জীৱন বিধ্বস্ত কৰিবলৈ উদ্যত বৃটিছৰ বিৰুদ্ধে। গতিকে বৃটিছক খেদি অসমক স্বকীয় মৰ্যাদাৰে প্ৰতিষ্ঠা কৰা আৰু অসমীয়াৰ স্বাধীন সত্তা উদ্ধাৰেই সিহঁতৰ একমাত্ৰ উদ্দেশ্য আছিল। যাতে শৌৰ্যে-বীৰ্যে বৃটিছক পৰাভূত কৰাৰ শক্তি অৰ্জন কৰিব পাৰে— তাৰ বাবেই সিহঁতৰ শাৰীৰিক শক্তি আৰু আধুনিক অস্ত্ৰ শক্তিৰ ব্যৱহাৰত নিপুণতা অৰ্জন কৰাৰ প্ৰচেষ্টা। এইবোৰ কৰা সত্বেও সিহঁতে কিন্তু সেৱা-সংঘৰ কামত অৱহেলা কৰা নাছিল। বিশেষকৈ অম্বিক এই বিষয়ত সদায় আগৰণুৱা আছিল।

অম্বিকৰ জীৱনত প্ৰেমে এক প্ৰবল চালিকা শক্তিৰূপে কাম কৰিছিল। শিশুকালত ভ্ৰাতৃপ্ৰেম আছিল মুখ্য, কৈশোৰত নাৰীপ্ৰেম এক হৃদয়-দাহিকা শক্তিত পৰিণত হ'ল। সকলোৰে মূলত আছিল বৰপেটা আৰু সুন্দৰীদিয়াৰ সত্ৰীয়া সংস্কৃতি আৰু আধ্যাত্মিক পৰিবেশে লালিত কৰা গভীৰ মানব-প্ৰেম। বৈষয়িক প্ৰেমৰ ভোগবাদী পংকিলতাৰ ঠাইত সেয়ে তাৰ হৃদয় আছিল আত্মদানৰ স্বৰ্গীয় উপলব্ধিৰে উদ্ভাসিত। জীৱনৰ প্ৰতিটো ক্ষণ তাৰ আছিল উৎসৰ্গিত। এই কথা যে অত্যুক্তি নহয় তাক তাৰ জীৱনৰ প্ৰতিটো ঘটনায়েই স্পষ্ট কৰি দিয়ে। প্ৰেমত তীব্ৰ প্ৰবলতা নাথাকিলে অম্বিকে তাৰ প্ৰেমৰ প্ৰমাণ হিচাপে ইন্দুমতীক হাতৰ আঙুলিৰ পাব এটা কাটি দিব নোৱাৰিলেহেঁতেন। দেশ আৰু মানব প্ৰেমৰ ক্ষেত্ৰতো তাৰ একেই তীব্ৰতা আছিল।

এদিন সদায় যোৱাৰ দৰে ব্যায়ামাগাৰৰ অনুশীলন শেষ কৰি অম্বিকইঁত নৈৰ পাৰলৈ অলপ জিৰাওঁ বুলি বালিত বহিছিলহে, এনেতে দেখিলে,—এজন খেৰ-খাগৰিৰ বোজা কঢ়িয়াই নিয়া নাৱৰীয়া আতুৰ হৈ সিহঁতৰ ফালে দৌৰি আহিছে। গভীৰ উদ্বিগ্নতাত তাৰ সমগ্ৰ অৱয়ব থৰ্‌থৰ্‌কৈ কঁপিছে। ফোঁপাই জোপাই সি অস্থিৰ হৈ অম্বিকইঁতক ক'বলৈ ধৰিলে,—"বাপাইঁত, চাচুন হেৰে। এনাওনু ৰাইজোঁত নহাঁ কথা আছে না? উজানোৰ পৰা ভাইঠে আহা নাও এখেনে মান্নাত পৰা দপ্‌দইপা চেঙ্‌ৰা ছলি এটাক আন্ধোৰ বালাত ফেলে থৈ গেল। পানী জেইলাত দৈলে ফেলে গেল বাপাহেৰে। জীয়াই জীয়াই দৈলে থৈ গেল। ছলিটুক মোৰ্‌বা এৰি থৈ নাওঁ খেন দপ্‌দপে ভাইঠে গুছি গেল বাপাঐ-- এনাহেনে মানুহ! অচ্‌ৰোতে মই ঝাউৰ মাজোত ফুৰা হৈ আছিলু— ছলিটুই ভোৰি-হাত আচ্‌ৰি কান্দি আটাহ পাৰি নাওঁৰ মানুহ কিটাক মাতা শুনি কি হৈছে বুলি অচ্‌ৰোক

যাই দেখি মইও নাউৰ মানুহ কেটাক গৈইৰলু হে গৈইৰলু, মানুহ কেটাই ফিৰিএ নাচালাক দেচুন। ধম্-ধম্কে চোৰি বইঠা মাৰি ভাইঠেহে গেল। বাপাহেৰে, এনা ৰাইজোত নহ কথা কুনি ক'ত দেখছাহ। পানী পানী বুলি ছলিটুই কাট্ৰে কাট্ৰে মোক পানী খুজলাক বাছাটু। মোৰ হাততো সাজ বাচন একো নাই! হাতৰ চোলুইদি দুই চলু মান পানী নদীৰ পেৰা আনি মুখত দিএ মই গুচি আইহচু। মোৰো ই সপা একলা একলি নাওতে এৰি ফুৰা হবা গেইচ্লু নহে। ছলিটুক এখেন জীয়াই জীয়াই শোগুনে খাবো। চাচুন শোগুন গিল্খানে উপ্ৰোত কেন্কে ভৰমিবা ধোৰছে!"

মানুহজনে আঙ্গাক বালিৰ পানী যুঁৰলিৰ আকাশৰ ওপৰলৈ আঙুলিয়াই দেখুৱালে। অম্বিকহঁতে চাই দেখিলে সঁচাকৈয়ে সেইফালে আকাশখন ক্ৰমে শগুনে ক'লা কৰি তুলিছে।

অম্বিক অস্থিৰ হৈ উঠিল। "আহচোন ভাইহঁত, কি হৈছে চাওঁগৈ" বুলি লগৰীয়াহঁতক মাত দিয়েই এক মুহূৰ্তও নোৰোৱাকৈ সেইফালে লৰ ধৰিলে।

অম্বিকে স্কুললৈ যাবলৈ প্ৰায় এৰিছিল যদিও স্কুলৰ পৰা নাম তেতিয়াও কটা নাছিল। লগৰ কেইজন কিন্তু স্কুলত বৰ নিয়মীয়া আছিল। জঙ্গাল এৰাই ফুৰাৰ যত্ন নিধিৰামৰে বেছি। সিয়েই মাত দিলে,--"কোত ইতা শগুন খেদ্বা যাবি ঐ। গা ধুই, খাই-বৈ স্কুলোক যাবা লাগে।"

অম্বিকৰ কোনো হাক শুনিবলৈ ধৈৰ্য নাই। গা ধুই সলাবলৈ অনা চুৰিয়াখন ডিঙিত মেৰিয়াই, গামোচাখন কঁকালত বান্ধি বান্ধি উৰ্ধ্বশ্বাসে বালিৰ ওপৰে ওপৰে শগুন উৰা ঠাইলৈ লৰ ধৰিলে। "জীয়া ছলি এটাক শগুনে খাবা এৰি দিবা পাৰিনা? বাছাটু, বহ্ মই যাই আছু ভয় নকৰ্বি, ভয় নকৰ্বি।" অম্বিকে যেন উৰিয়েই যাব ল'ৰাজনৰ ওচৰলৈ। মনটো ভীষণ অস্থিৰ। "হে ভগবান, ৰক্ষা কৰা, ৰক্ষা কৰা ছলিটুক।" কিন্তু সি যিমানে আগুৱাব খোজে সিমানে যেন পিছুৱাইহে যায়! খৰালি বতৰ। ৰৰষুণ নাই। বালিবোৰ শুকাই জুৰজুৰীয়া হৈ আছে। জোৰেৰে খোজ পেলালেই ভৰি বালিত সোমাই যায়। এখোজ আগুৱালে এখোজ পিছুৱাই যাব লাগে। সন্মুখৰ ফালে দৌৰি যোৱাৰ বাবে দুবাৰমান অম্বিক বালিত হামখুৰি খাই পৰিও গ'ল। প্ৰায় ডেৰ-দুই ফাৰ্লং যোৱাৰ পাছত সি ল'ৰাজন পৰি থকা ঠাইখিনি পালেগৈ।

ঠাইখিনি আওহতীয়া। মানুহ সাধাৰণতে সেইফালে নাযায়। ল'ৰাজন পৰি থকা ঠাইখিনিৰ ওচৰ পাই অম্বিকে দেখিলে যে ল'ৰাটোৰ ন-দহ হাত আঁতৰে

আঁতৰে শগুন কেইটামানে আধা মেলা পাখিকেইখন জোকাৰি জোকাৰি ঘূৰি ফুৰিছে। ওপৰত এজাক শগুন উৰি আছে, আন কেইটামান অলপ আঁতৰত থিৰ হৈ বহি আছে। ল'ৰাটোৱে শৌচ বমিৰে তিতা বালিত লেটি পেটি হৈ হাত দুখনত ভৰ দি বগাই পানী যুঁৰলিৰ পিনে আহিবলৈ আপ্ৰাণ যত্ন কৰিছে যাতে পানীত মুখ দি খাব পাৰে।

"ইচ্ বাছাটু!" অম্বিকে আৰ্তনাদ কৰি উঠিল। পানী যুঁৰলিৰ পৰা বোকা-বালি দুমুঠিমান হাতেৰে খামুচি লৈ শগুনবোৰৰ গালে দলিয়াই দি সিহঁতক আঁতৰলৈ খেদি পঠিয়ালে। ল'ৰাটোৰ গাত মাত্ৰ দুডোখৰ কাপোৰ। এডোখৰ কঁকালত আন ডোখৰ ডিঙিত। শৌচে বমিয়ে ল'ৰাটোৰ চেহেৰাই এক বিভৎস ৰূপ ধাৰণ কৰিছে।

অম্বিকক দেখি ল'ৰাজনে সাক্ষাতে ঈশ্বৰক দেখা পোৱা যেন পালে। সেহাই সেহাই ক'বলৈ ধৰিলে,— "অ' মোৰ পিতা ঐ, মোৰ ঈশ্বৰটু ঐ। মোক বাচ মোৰ বাপাহেৰে। তাহঁত মোক এতে একলাই ফেলে থৈ গুচি গেইছে। মোৰ মুখত একটপা পানী দি ঈশ্বৰ ঐ, মোক ৰক্ষা কৰ মোৰ পিতা।"

অম্বিকৰ সমগ্ৰ শৰীৰটোত এক তীব্ৰ আবেগ বিজুলীৰ দৰে বিয়পি গ'ল। সমস্ত শৰীৰ-মন তাৰ এক অবুজ বেদনাত উদ্বেলিত হৈ উঠিল।

"বাছাটু, ক'ৰ ছলি ক'ত কেনেকে মৰ্বা আইহ্‌ছে চা ঐ। মোৰ সনাটুক কি কৰ্ব এখেন?"

বজ্ৰপাত পৰা মানুহৰ দৰে এক পলকৰ বাবে সি হতভম্ব হৈ পৰিল। লগৰ কোনো এটাই অহা নাই, অকলে সি কি কৰে? কিন্তু ল'ৰাজনকতো ভাত এনেদৰে থাকিবলৈ দিব নোৱাৰি! হঠাতে তাৰ মনত পৰিল কলেৰা হস্পিটেললৈ।

তেতিয়া কলেৰা হস্পিটেলখন ভৰলুমুখত আজিকালি সোণাৰাম স্কুল থকা ঠাইখনতে আছিল। হস্পিটেলৰ নামত দুটা দীঘলীয়া খেৰী ঘৰ। কেউপিনে হাবি-বেতনিয়ে ঠাইডোখৰ অগম্য কৰি ৰাখিছিল। ভৰলু নৈৰ ওপৰৰ কাঠৰ দলংখনৰ পৰা কামাখ্যা পাহাৰৰ কাষেৰে পল্টনবাজীলৈকে ঘোঁৰাগাড়ী যাব পৰা কেঁচা আলি। আলিৰ দুয়োকাষে বেতনি, জাবৰি আৰু হাবি। আলিটোৰ উত্তৰফালে কলেৰা হস্পিটেল আৰু পশ্চিমে কিছু আঁতৰত থকা শ্মশানখনৰ বাহিৰে তাত কোনো জনবসতি নাছিল। আমিনগাওঁ গুৱাহাটীৰ মাজৰ ৰেললাইনটো তেতিয়া

হোৱা নাছিল। গুৱাহাটী ৰেল ষ্টেছনতে চাহৰ পেটি কঢ়িওৱা ৰেল লাইনটো শেষ হৈছিল।

ভৰলু নৈৰ কাষে কাষে জাৰ্বণি এৰি দক্ষিণৰ পাহাৰ আৰু কামাখ্যা মন্দিৰৰ সিফাললৈ গোটেইখন অটব্য হাবি। কেতিয়াবা দিনতে বাঘ ওলায়। আন্ধৰু বালি বোলা চাপৰিটো কলেৰা হস্পিটেল থকা ঠাইখনৰ উত্তৰৰ পৰা পশ্চিমে কামাখ্যা পাহাৰৰ ওচৰলৈকে আছিল। চাহ বাগানত কাম কৰিবলৈ ভাটিৰ পৰা জাহাজেৰে অনা বনুৱাবোৰৰ প্ৰায়ে কেতিয়াবা বৰ হাগনি আৰু মাজে-সময়ে কলেৰাও হয়। ভাটিৰ লগত ৰেল গাড়ীৰ সংযোগ তেতিয়াও হোৱা নাছিল বাবে জাহাজেৰেই বনুৱা আনিছিল। কলেৰা বা বৰ বেছি হাগনি হোৱা মানুহবোৰক আন্ধৰু বালিৰ ওচৰত জাহাজ থমাই নমাই দিয়া হৈছিল আৰু বনুৱা দুজনমানৰ হতুৱাই কঢ়িয়াই নি কলেৰা হস্পিটেলৰ মজিয়াত চিকিৎসাৰ বাবে এৰি থৈ অহা হৈছিল। তেনে ৰোগীৰ কোনোবাটো কথমপিহে বাচিছিল। প্ৰায়ে মৰিছিল আৰু মৰাশটো চোঁচৰাই নি ব্ৰহ্মপুত্ৰৰ পানীত পেলাই দিয়া হৈছিল।

আন্ধৰু বালি নামটো চাপৰিটোৱে পাইছিল আন্ধোৰু নামৰ মানুহ এজনে তাত পাম পাতি খেতি কৰি বাস কৰা বাবে। কোনো কোনোৱে কয়, আন্ধৰু বালিত থকা বাবেই মানুহজনে আন্ধৰু নাম পাইছিল। চাপৰিটোৰ এটা অংশ ওখ আছিল আৰু তাত খেতি বৰ ভাল হৈছিল। তৰহে তৰহে পাচলি আৰু শস্যৰ খেতি কৰি আন্ধোৰুৱে চাপৰিটো চকুৰোৱা কৰি ৰাখিছিল। স্কুলীয়া ল'ৰাবোৰে বালিয়ে বালিয়ে চাপৰিটোলৈ গৈ আন্ধোৰুক খুজি যি পায় তিয়হ, চিৰাল, তৰমুজ, বুট-মটৰ মাহ, মাকৈ আদি নি খাই বৰ তৃপ্তি পাইছিল। অম্বিকইতেও তাৰ সোৱাদ নোপোৱাকৈ নাছিল। ল'ৰাটো পৰি থকা ঠাইখিনি ঠিক আন্ধৰু বালি নাছিল, তাৰ পূব ফালৰ বালিচৰটোহে আছিল।

অম্বিকে ল'ৰাটো সম্পৰ্কে নিজৰ কৰ্তব্য স্থিৰ কৰি পেলালে। ডিঙিত মেৰিয়াই লোৱা চুৰিয়াখন ল'ৰাজনৰ গাত মেৰিয়াই দি কান্ধত তুলি পানীৰ ওচৰলৈ আনি তাৰ মুখত দুচলুমান পানী দি হাতেৰে পানী আনি বমি লগা মুখখন ধুই দিলে। তাৰ পাছত তাক দাংকোলা কৰি কলেৰা হস্পিটেলৰ পিনে লৰ ধৰিলে। ল'ৰাজনৰ বয়স যদিও ১৪/১৫ বছৰৰ বেছি নাছিল, ওখই-পাখই গা গাৰিয়ে বেচ দেখনিযাৰ আছিল। বাটত গৈ থাকোঁতে অম্বিকৰ প্ৰশ্নৰ উত্তৰত সি যিখিনি কথা সেহাই সেহাই ক'লে, তাৰ পৰা বুজাগ'ল যে সি ঘাট মাউৰা ল'ৰা। তেনেই সৰুতে মাক-বাপেক মৰিল। ঘৰ বৰপেটাত। বৰপেটীয়া বেপাৰীবোৰে তেতিয়া বৰ নাৱত ধান সৰিয়হ আদি বিভিন্ন বস্তু নি উজনি-নামনি

দুই অঞ্চলতে বেপাৰ কৰি ফুৰে। তেনে এখন বেপাৰী নাৱত সি পোনতে লগুৱা আৰু পাছলৈ ৰান্ধনিৰ কাম কৰি পেট প্ৰবৰ্তাই আছিল।

কলেৰা হস্পিটেলৰ নৈৰ কাষত গৰাটোৰে কোনোমতে উঠি যোঁপাই-জোপাই অম্বিক হস্পিটেলৰ কাষ পালেগৈ। তাৰ পৰা বেতনিৰ স্তাৰণি ঠেলি হস্পিটেল ওলাল। হস্পিটেলৰ বিছনা বুলিবলৈ ভিতৰত কেইখনমান বাঁহৰ চাং পতা আছে। আটাইকেইটা ঘৰৰ দুৱাৰ খোলা, কিন্তু ওচৰে-পাজৰে জনপ্ৰাণী এটাও নাই। কোনো ৰোগীও নাই। মাত্ৰ গৰুকেইটামান সোমাই আছে। ঘৰটো গোবৰেৰে লেতেৰা হৈ আছে। অম্বিকে তাৰে এখন বাঁহৰ চাঙত ল'ৰাজনক শুৱাই দি কঁকালত বান্ধি লোৱা গামোচাখন খুলি ভাঁজ কৰি ৰোগীৰ মূৰৰ তলত গাৰুৰ নিচিনা কৰি দিলে আৰু গাত মেৰিয়াই দিয়া চুৰয়াখন খুলি এডোখৰ চিপ্তি কাষত থৈ দিলে। ইতিমধ্যে ল'ৰাটোৱে দুবাৰমান বমি কৰিছেই। অম্বিকৰ গাতো তাৰ ছিটিকনি পৰিছে; কিন্তু তালৈ চকু দিবলৈ অম্বিকৰ আজৰি নাই। অতি প্ৰয়োজন এতিয়া পানী আৰু দৰবৰ। ডাক্তৰক লগ নোপোৱালৈকে দৰব পোৱাৰ আশা নাই—ইফালে পানীও ওচৰত ক'তো নাই। পানী অনা পাত্ৰও নাই।

অম্বিকৰ মনত পৰিল, অলপ দূৰৈত সিহঁতৰ স্কুলৰ শিক্ষক ৰতিকান্ত দাস থাকে। ভৰলু নৈৰ সিটো পাৰতে তেখেতৰ ঘৰ। ৰোগীক শুৱাই থৈ অম্বিক ৰতিকান্ত দাসৰ ঘৰলৈ দৌৰ মাৰি গ'ল পানী বিচাৰি। শিক্ষক গিৰিহঁত তেতিয়া ঘৰত নাছিল। স্কুললৈ গৈছিল। দাসৰ পত্নীক অম্বিকে গোটেই ঘটনাটো কোৱাত তেখেতে তেখেতৰ সৰু ছোৱালীজনীৰ* হতুৱাই মাটিৰ টেকেলি এটাত পানী এটেকেলি অনাই অম্বিকক দিলে। পানী পাই অম্বিকে অথাই সাগৰত পাৰ পোৱাদি পালে। "বৰ ৰক্ষা কৰিলে" বুলি কৈয়েই পানী টেকেলি লৈ সি হস্পিটেলৰ পিনে লৰ ধৰিলে।

পানীৰ টেকেলিটোৰ দুচলুমান পানী ল'ৰাজনক খুৱাই টেকেলিটো ল'ৰাজনে হাতেৰে চুকি পোৱাকৈ মাটিতে থৈ দি তাক ক'লে, "ভয় নকৰিবি দে, মই ডাক্তৰ লৈ আহোঁ যাই। তই পিয়াহ লাগিলে এই টেকেলিটোৰ পানী খাবি। মই দেৰি নকৰোঁ। চিন্তা নকৰিবি।"

ল'ৰাজনক তাতে এৰি ডাক্তৰ বিচাৰি অম্বিকে ভৰলুৰ কাঠৰ দলং পাৰ হৈ নৈৰ পাৰৰ বাটটোৰে পাণবজাৰৰ ছিভিল হস্পিটেললৈ উদং গা লৈয়েই

* এই সৰু ছোৱালীজনীয়ে স্বৰ্গীয় নীলকান্ত হাজৰিকাৰ পত্নী আৰু দাদা চাহেব বটা বিজয়ী বিখ্যাত শিল্পী ভূপেন হাজৰিকাৰ মাক।

লৰ ধৰিলে। ছিভিল হস্পিটেলৰ এছিষ্টেণ্ট ছাৰ্জন হিচাপে তেতিয়া আছিল ডাঃ হৰেকৃষ্ণ দাস। তেখেত অম্বিকইঁতৰ সেৱা সংঘৰো মেডিকেল অফিছাৰ আছিল। ডাঃ দাসে অম্বিকৰ উদ্বিগ্নতা ভৰা অস্থিৰতা, উদং শৰীৰ, গাত অজস্ৰ আচোঁৰ দেখি আৰু ফোঁপনি দেখি চক খাই উঠিল।

"কি অম্বিক। কি হৈছে?"

অম্বিকে যিমান পাৰে চমুকৈ ল'ৰাজনৰ ঘটনা বৰ্ণাই ডাক্তৰ দাসক তেতিয়াই কলেৰা হস্পিটেললৈ যাবলৈ আৰু ল'ৰাজনক বচাবলৈ কাকুতি কৰিলে।

"ইমান অস্থিৰ হবা নালগে যাবা, হেক্‌নি এখন মাতি লৈ আহা, মই এতিয়া যাম।"

ডাক্তৰ দাসে তৎক্ষণাৎ উঠি কাম-কাজখিনি সামৰি থোৱাত ব্যস্ত হৈ পৰিল।

ছিভিল হস্পিটেলৰ ওচৰতে পাণবজাৰত বীৰমল দৰ্জীৰ এখন ঘোঁৰাই টনা হেক্‌নি গাড়ী আছিল। অম্বিকে লৰি গৈ সেইখনকে মাতি লৈ আহিল। গাড়ীখন লৈ আহি দেখিলে এটা ছুটকেছত দৰব-পাতি ইনজেকশ্যন আদি লৈ ডাক্তৰ দাস সাজু হৈ আছে। অম্বিক আহি পোৱাত তাৰ চেহেৰাৰ ওপৰত এবাৰ চকু ফুৰাই তেওঁ গহীন সুৰত ক'লে,—"এনেকৈই যাবা না? যাবা, গাটো ধুই কাপুৰ সলে আহা।"

অম্বিকৰ তেতিয়াহে সম্বিত ঘূৰি আহিল। উদা গা, গায়ে মুখে বেতৰ আচোঁৰ আৰু পিন্ধি থকা কাপোৰখন যেন এইমাত্ৰহে চকুত পৰিল। গাটোও ঘামে ধূলিয়ে একাকাৰ হৈ আছে। লৰ মাৰি নৈলৈ গৈ জোৰোৰা কেইটামান মাৰিয়েই বৰপেটীয়াপাৰাত থকা ঘৰলৈ কাপোৰ সলাবলৈ দৌৰ মাৰিলে। কাপোৰকানি পিন্ধি বাটলৈ ওলাই দেখে হেক্‌নি গাড়ীখন পদূলি মুখত ৰৈ আছে। ভিতৰত ডাঃ দাস বহি আছিল। তেওঁ অম্বিকক সুধিলে, "কিবা খাইছা না নাই?"

জাঁপ মাৰি গাড়ীত উঠি অম্বিকে অধীৰ সুৰত উত্তৰ দিলে,—"খাবা-বৰা পাছতো কৰ্‌বা পাৰিম দাদা, বেমাৰীটো একলাই আছে। ইমানপৰে অৱস্থা বা কেনে হৈছে! গাড়ীখন যিমান পাৰা জোৰত চলোৱা কোচবান।"

ডাক্তৰ দাসে স্বাভাৱিকতে বৰপেটীয়া কথাকে কয়। অম্বিক তেওঁৰ নিজৰ ভায়েকৰ দৰে। অম্বিকৰ স্বভাৱ তেওঁ ভালদৰে জানে। অম্বিকৰ কথাত তেওঁ

সেইকাৰণে একো নামাতিলে। গাড়ী বিজুলী বেগে আগবাঢ়িল। কলেৰা হস্পিটেল পাবলৈ তেওঁলোকৰ সৰহ সময় নালাগিল। ল'ৰাটো তেতিয়া বাঁহৰ চাংখনত পৰি ধৰফৰাই আছে।

ডাক্তৰ দাসে গৈ পায়েই ল'ৰাজনৰ দুয়ো হাতত দুটা ইনজেকশ্যন দি এটা দৰব মুখত ঢালি দিলে। ৰোগীৰ দুয়ো হাতৰ নাড়ী পৰীক্ষা কৰি উঠি ডাক্তৰ দাসে অম্বিকক ক'লে,—"যদি আৰো তিনি চাৰি ঘণ্টা একে অৱস্থাত থাকে, তেনেহলি চিন্তা নাই। ছলিটু ভাল হ'ব।" তাৰ পাছত ৰোগীৰ মূৰত হাত বুলাই ক'লে,—"অলপ ভাল লাগ্‌ছেনো? ভয় নাই দে, ভাল হৈ যাবি।"

ৰোগীৰ শুশ্ৰূষাৰ বাবে ডাক্তৰ দাসে অম্বিকৰ হাতত গাত মালিছ কৰিবলৈ এটা তেল দিলে আৰু বালি ভাজি ৰোগীৰ হাত-ভৰিবোৰত সেক দিবলৈ ক'লে। তেতিয়া দিন দুপৰ হৈছে, ঘড়ী মতে বাৰ বাজিছে। আবেলি এবাৰ আহিব বুলি কৈ ডাক্তৰ দাস গুচি গ'ল।

অম্বিকে ৰোগীৰ মালিচ আৰু সেকৰ ব্যৱস্থা কৰি ৪/৫ ঘণ্টা তাতেই অপেক্ষা কৰিবলৈ স্থিৰ কৰিলে। কিন্তু সেকিবলৈ হ'লে আন এজন মানুহে বালি ভাজি থাকিব লাগিব। সেই মানুহটোক বিচাৰি আনিব লাগিব।

বাহিৰলৈ ওলাই আহি ভৰলুৰ পাৰত ইফালে-সিফালে চাই দেখিলে, জাবৰিৰ মাজৰ মুকলি ঠাই এডোখৰত এটা সৰু আধা ভগা পঁজাৰ বাহিৰত এজন বুঢ়া মানুহ বহি আছে। মানুহজনৰ ওচৰ চাপি অম্বিকে দেখিলে মানুহজন বুঢ়া নহয় কিন্তু হাড়-ছাল ওলোৱা। নিশকতীয়া শৰীৰটোৰ কঁকালত মাত্র লেতেৰা গামোচা এখন ওলমি আছে। কথা পাতি গম পালে মানুহজন কানীয়া। কানি খাবলৈ নাপাই জুপুকা মাৰি বহি আছে। অম্বিকে মানুহজনক ক'লে যে সি যদি তাৰ লগত কলেৰা হস্পিটেললৈ গৈ কলেৰা ৰোগীজনৰ শুশ্ৰূষাৰ বাবে বালি ভাজি দিয়ে তেন্তে তাক তাৰ বাবে পুৰস্কাৰ দিব। ল'ৰাজনৰ গোটেই ঘটনাটো তাক ভালদৰে বুজাই কোৱাত মানুহজনে এটা চৰ্তত সহায় কৰি দিবলৈ সন্মত হ'ল। চৰ্তটো হ'ল- তাক 'দেৱাই' আনি দিব লাগিব। 'দেৱাই' মানে কানি বুলি সি বুজাই দিলে আৰু ক'ত পোৱা যাব তাকো কৈ দিলে। অম্বিকে 'বাৰু দিম তোমাৰ দেৱাই' বুলি কথা দিয়াত মানুহজন সন্তুষ্ট হৈ অম্বিকৰ পিছে-পিছে হস্পিটেললৈ আহিল। মানুহজনক কিছু শুকান খেৰ আৰু খৰি গোটাই আনি মজিয়াত জুই একুৰা জ্বলাবলৈ কৈ অম্বিক বালি আনিবলৈ নৈৰ পাৰলৈ গ'ল। চুৰিয়াখনৰ আঁচলটোত বালি কিছুমান বান্ধি আনি হস্পিটেল

পাই দেখিলে, মানুহজনে কৰবাৰ পৰা ভগা কেৰাহীৰ খোলা এছটাও গোটাই আনিছে। মজিয়াত ঢালি দিয়া বালিখিনি দুভাগ কৰি তাৰে এভাগ কেৰাহীখনত দি অম্বিকে মানুহজনক বালিখিনি ভাজিবলৈ লগাই দিলে। পিন্ধি থকা চুৰিয়াখনৰ বালি তুলি অনা মূৰটোৰ এডোখৰ ফালি লৈ দুটুকুৰা কৰিলে। মানুহজনক বুজাই দিলে যাতে বালিখিনি ভালদৰে ভজা হ'লে ফালি দিয়া কাপোৰ দুটুকুৰা এডোখৰত ভজা বালিখিনি ভাজি অম্বিকক দিয়ে আৰু মাটিত থকা বালিখিনি ভাজিবলৈ লয়। ইটোৰ পিছত সিটো টোপোলাৰে ল'ৰাজনক সেকি থাকিব লাগিব কিছু পৰ।

মানুহজনে বালি ভাজিবলৈ ললে আৰু অম্বিকে ল'ৰাজনৰ গাত ডাক্তৰ দাসে দি থৈ যোৱা তেলখিনি মালিচ কৰাত লাগিল গ'ল। কিছু সময় মালিচ আৰু সেকা কাম কৰি সি মানুহজনক ক'লে,-- "ককাই, এয়া মালিচ আৰু সেক কেনেকৈ দিছোঁ দেখিছা নহয়, তুমি কামটো কৰিব পাৰিবানে? যদি পাৰা, মই গৈ তোমাৰ দেৱাই আনিব পাৰোঁ।"

মানুহজন চাহবাগানৰ বনুৱা আছিল। নাম আছিল পিন্নাই। তাৰো এবাৰ এনেকৈ হাগনি হৈছিল, তেতিয়াই তাৰ কানি খোৱা অভ্যাস হয়। এই হস্পিটেলতে ভাল হৈ ভৰলুপাৰত পঁজাটো সাজি তেতিয়াৰে পৰা তাতে আছে। অম্বিকৰ কথা শুনি তাৰ চকু দুটা উজ্জ্বল হৈ উঠিল। ব্যগ্ৰ হৈ কৈ উঠিল— "পাৰুম।"

অম্বিকে সকাহ্ পালে। ল'ৰাজনৰ গাৰ কাষত ভাঁজ কৰি থোৱা চুৰিয়াৰ টুকুৰাটো তাক দেখুৱাই দি ক'লে যে বেমাৰীয়ে যদি আৰু শৌচ কৰি পিন্ধি থকা টুকুৰাটো একেবাৰে নষ্ট কৰি পেলায়, তেন্তে সেই ডোখৰ সলাই ভাল ডোখৰ যেন পিন্ধাই দি পাৰিলে ভৰলুত লেতেৰা কাপোৰ টুকুৰা ধুই শুকুৱাবৰ ব্যৱস্থা কৰে। মানুহজনক ৰোগীৰ শুশ্ৰূষাত লগাই থৈ অম্বিক ওলাই গ'ল। ব্ৰহ্মপুত্ৰত গাটো ভালদৰে ধুই পথালি ঘৰলৈ গৈ দুটামান ভাত খাব লাগিব। তাৰ পাছত পইচা দুটামান লৈ কানি অলপ কিনি আনিবলৈ যাব।

নৈত গা ধুই তিতা চুৰিয়া চোলাৰেই সি ঘৰ ওলালগৈ। ঘৰত তেতিয়া কাচৰীৰ মক্কেল এজনে নতুনকৈ আনি দিয়া চিৰস্তাদাৰৰ কাম কৰা ল'ৰাটোৰ বাহিৰে কোনো নাছিল। পিয়াৰী বৰপেটালৈ গৈছে মাকক আনিবলৈ। চিৰস্তাদাৰ কাচাৰীত আৰু গিৰীশ কলেজত। অম্বিকৰ ভাত সাঁজ গিৰীশে বাঢ়ি-বাঢ়ি বান্ধনিঘৰৰ মজিয়াতে ঢাকি থৈ গৈছিল। চেঁচা ভাত কেইটা কোনোমতে নাকে-

কাণে গুঁজি সেৱা সংঘৰ নামত তাৰ হাতত জমা থকা পইচাৰে কেইটামান লৈ কুঞ্জ ঠাকুৰৰ দোকানৰ পৰা কানি আধা তোলা আনোঁগে বুলি ঘৰৰ পৰা ওলায়েই কলেজৰ পৰা উভতি অহা গিৰীশৰ লগত ভেটাভেটি হ'ল। গিৰীশক দেখিয়ে অম্বিকে ক'লে,— "এটা ছলি কলেৰা হৈ হস্পিটেলত পৰি আছে, তাকে যাওঁ।" গিৰীশে একো নামাতিলে।

কথাখিনি লৈ হস্পিটেলত উপস্থিত হৈ অম্বিকে দেখিলে পিন্নায়ে একান্ত মনে মালিচ কৰি ৰোগীক সেক দি আছে। কানিখিনি পাই তাৰ উৎসাহ বাঢ়িল। অম্বিক নিশ্চিন্ত হ'ল।

আবেলি ডাক্তৰ দাস আকৌ আহিল। ৰোগীৰ অৱস্থাৰ অৱনতি নোহোৱা দেখি তেওঁ বৰ আনন্দ পালে।

"ছুলিটু বাচ্‌বো হে অম্বিক, আৰ ভয় নাই।"

ৰোগীৰ দুয়ো হাতত তেওঁ আৰু দুটা ইনজেকশ্যন দিলে আৰু আকৌ এপালি দৰব খুৱাই দি তাৰ প্ৰস্ৰাব হৈছে নে নাই সুধিলে। হোৱা নাই বুলি জানি নাভিত বটি ভৰ্কণ দিবলৈ পাতকেইটামান দিলে। পিন্নায়েই পাতকেইটা কেৰাহীৰ খোলাটোতে খুন্দি নাভিৰ কেউফালে ভৰ্কণ লগাই দিলে। ৰাতি নিশ্চয় প্ৰস্ৰাব হ'ব বুলি আশ্বাস দি 'আৰ্ ভয় নাই' বুলি পুনৰ কৈ ডাক্তৰ দাস আশ্বস্ত হৈ উভতি গ'ল। ৰাতিটো যে ৰোগীৰ লগত কোনোবা থকা উচিত হ'ব, তাকো দঢ়াই দঢ়াই কৈ গ'ল।

ডাক্তৰ যেতিয়া গ'ল, তেতিয়া পাঁচ বাজি গৈছে। আহিন মাহৰ দিন। দিন ক্ৰমে চুটি হৈ আহিছে। কামাখ্যা পাহাৰৰ পিছফালে বেলিটো বুৰোঁ বুৰোঁ। আন্ধাৰ হৈ অহাৰ লগে লগে জাবৰিৰ পৰা শিয়ালবোৰ ওলাই হোৱা দিবলৈ আৰম্ভ কৰিছে। চৰাইবোৰ চিচিয়াই নিজৰ নিজৰ বাহত সোমাই পৰিছে। আন্ধাৰ গহীন হোৱাৰ আগতে উভতি ঘৰ নাপালে বৰ অসুবিধা হ'ব। দিনটো বৰ পৰিশ্ৰম গৈছে। গধূলিতে ভালদৰে এঘুমটি মাৰি নললে নিশা নৱগ্ৰহৰ কামটো কৰিব পৰা নাযাব। বাকীবোৰ বৈ বৈ উভতি যাব।

পিন্নাইক ৰাতিটো হস্পিটেলতে ৰোগীৰ ওচৰত থকাৰ ব্যৱস্থা কৰি দি অম্বিক যাবলৈ ওলাল। দুৱাৰ মেলিয়েই দেখিলে শিয়াল কেইটামানে বাহিৰত খাপ পাতি বৈ আছে। ইতিমধ্যে পিন্নাই তাৰ পঁজাটোলৈ গৈ খাই বৈ হাতত লণ্ঠন আৰু লাঠী এডাল লৈ তাত থাকিবলৈ সাজু হৈ আহিছিল। অম্বিকে দুৱাৰ মেলাৰ লগে-লগে শিয়ালকেইটাই বিভংস সুৰত হোৱা দিবলৈ আৰম্ভ

কৰিলে। বাহিৰৰ জাৱণিৰ মাজত থকা শিয়ালবোৰেও কৰ্কশ সুৰত বিচিত্ৰ হোৱা হোৱা মাতেৰে ঐক্যতান আৰম্ভ কৰি দিলে। সিহঁতে সম্ভৱ ভিতৰত ৰোগী থকা গম পাইছিল আৰু ভিতৰ সোমাই মৰণমুখী ৰোগীজনক ফালি-চাৰি খাবলৈ উন্মুখ হৈ আছিল।

অম্বিকে দুৱাৰখন জপাই ভিতৰ সোমাই অহা দেখি পিন্নায়ে ক'লে,– "বাবু, না দৰিবি। মই আছু। দুৱাৰখিনি ভাল্‌কে বান্ধি থৈ তুক লণ্ঠনটো নি দলংটু পাৰ কৰি দিয়া আইম।"

দুৱাৰখনত ওপৰে-তলে কেইটামান গাঁঠি দি লণ্ঠন আৰু লাঠি লৈ সি অম্বিকক ভৰলু নৈৰ কাঠৰ দলংখন পাৰ কৰি সিপাৰে থৈ আহিল।

অম্বিকে ঘৰ পাই ঘৰত সোমোৱাৰ আগতে ডাক্তৰ হৰেকৃষ্ণ দাসৰ তালৈ গ'ল। ডাক্তৰ দাসৰো ঘৰ বৰপেটীয়াপাৰাত অম্বিকহঁতৰ ঘৰৰ ওচৰতে। ল'ৰাটো আঁৰোগ্যৰ বাটলৈ আহিছে বুলি শুনি তেওঁ বৰ আনন্দ পালে আৰু ৰাতিপুৱাই গৈ বেমাৰীক এবাৰ চাই আহি দৰকাৰী দৰব-পাতি দি আহিব বুলি ক'লে। অম্বিকো আশ্বস্ত হ'ল।

ল'ৰাজন প্ৰায় আঠদিন এইদৰে হস্পিটেলত থাকিব লগা হ'ল। সেই কেইদিন দিনটো অম্বিকে ল'ৰাজনৰ লগত কলেৰা হস্পিটেলতে কটাব লাগে। ডাক্তৰ দাসে ৰাতিপুৱা, দুপৰীয়া আৰু আবেলি দিনটোত তিনি বাৰকৈ আহি ৰোগীক চাই যায়, দৰব-পাতি দিয়ে আৰু পথ্য-পাতি সকলো দি থৈ যায়হি, নহ'লে অম্বিকক পইচা দি যায় কিনি আনি দিবলৈ। দুপৰীয়া ডাক্তৰ অহাৰ পাছত পিন্নাইক ৰোগীৰ ওচৰত থৈ ডাক্তৰ দাসৰ লগতে হেক্‌নিত উঠি অম্বিকে ঘৰলৈ গৈ গা-পা ধুই ভাত এমুঠি খাই আহে আৰু ৰোগীৰো পথ্য লৈ আহে। লেবেলা-চেবেলা এই অশিক্ষিত দৰিদ্ৰ কানীয়াজনে যি নিষ্ঠা আৰু ঐকান্তিকতাৰে কলেৰাত পৰা অনাত্মীয় ল'ৰাটোক শুশ্ৰূষা কৰি বচাই তুলিলে, তাক দেখি অম্বিক অভিভূত হ'ল। পিন্নাইৰ বিশাল হৃদয়ৰ মহানুভৱতাত সি আপ্লুত হৈ গ'ল। তাৰ প্ৰতি অম্বিকে এক গভীৰ কৃতজ্ঞতা আৰু সম্ভ্ৰম অনুভৱ কৰিলে।

আঠদিন পাছত ডাক্তৰ দাসে নতুন কাপোৰ এসাজ কিনি অম্বিকক দি ক'লে,— "ছলিটুক ভালকে গা-পা ধুৱে এইজৰা পিন্ধে লৈ আহা যাই। চাকন টুকৰাও লৈ যাৱা।"

যোৱাৰ আগতে অম্বিকে নিজৰ হাতত থকা টকা দুটা আৰু তাৰেই পইচাৰে আধা ভোলা কানি কিনি লৈ হস্পিটেললৈ গ'ল। ভৰলুৰ পৰা পানী

আনি ল'ৰাজনক পিন্নাইৰ সহায়ত চাবোনেৰে গা-মূৰ ধুৱাই নতুন কাপোৰ সাজ পিন্ধাই ডাক্তৰ দাস হেক্‌নি লৈ অহালৈ বৈ থাকিল। ল'ৰাটোক পিন্ধাই থোৱা অম্বিকৰ চুৰিয়া আৰু গামোচাখন জমাদাৰক দিবলৈ বুলি একাষৰীয়াকৈ থোৱাত পিন্নায়ে ক'লে বোলে কাপোৰ দুখন ধুই-ধাই সিয়েই পিন্ধিব। অম্বিকে ভালেই পালে। চাবোন টুকুৰাও পিন্নাইক দি দিলে। সেইকেইদিন হস্পিটেলত ল'ৰাজনক চাই-চিতি শুশ্ৰূষা কৰি দিয়া বাবে অম্বিকে তাক টকা দুটা আৰু কানি আধা তোলা দি ক'লে,— "ককাই। তুমি যিখিনি কৰিলা তাৰ ধাৰ শুজা অসম্ভৱ। এনে কাম বহুতে কৰিব নোৱাৰে। মাত্ৰ কানিখিনি আৰু টকা দুটাই তোমাক দিলো। ই তোমাৰ ওচৰত সদায় ধৰুৱা হৈ থাকিব। ভগৱানে তোমাক সহায় কৰিব।"

তেনেতে ডাক্তৰ দাসে পঠিয়াই দিয়া হেক্‌নিখন আহি পোৱাত ল'ৰাজনক গাড়ীত তুলি দি অম্বিক নিজেও উঠি বহিল। গাড়ীৰ ওচৰলৈ আগবাঢ়ি অহা পিন্নাইৰ দুই হাতত ধৰি অম্বিকে ক'লে,— "তোমাৰ কথা মই জীৱনত নাপাহৰো ককাই, সদায় মনত থাকিব। এতিয়া যাওঁ।"

পিন্নাইৰো চকু চলচলীয়া হ'ল— "ভগবানৰ দয়া বাবু, মানুহে কিচচু কৰ্‌বা নাপাৰে। দাৱাই দি তুইও মোৰ জীৱন বাচাইছ্ছ বাবু।"

অম্বিকহঁতৰ হেক্‌নিখন চকুৰ আঁতৰ নোহোৱা পৰ্যন্ত পিন্নায়ে সেইফালে একেৰাহে চাই ৰ'ল।

অম্বিকে ডাক্তৰ দাসৰ কথা মতে ল'ৰাজনক অম্বিকৰ ঘৰলৈকে নিলে আৰু অম্বিকৰ শোৱা কোঠাটোতে একাষে তক্তা দুচলামান পাৰি ঢাৰি এখনত তাক থকাৰ ব্যৱস্থা কৰি দিলে। ল'ৰাজনৰ বাবে টনিক আৰু পথ্য ডাক্তৰ দাসেই দিছিল। অম্বিকৰ লগতে চাৰিদিন থকাৰ পাছত ল'ৰাজন সম্পূৰ্ণ আৰোগ্য হ'ল বুলি পিয়াৰীয়ে সকলোকে নিশ্চিন্ত কৰিলে। চিৰস্তাদাৰে ল'ৰাজনক ৰবপেটাৰ ঘৰতে ৰাখিব বুলি কোৱাত অম্বিকে তাক ডাক্তৰ দাসৰ তালৈ নি সকলো কথা জনালে। ল'ৰাজনক ক'লে,— "তুমি ডাক্তৰ দাদাক তুমাৰ ধৰ্মপিতা বুলি মানি লবা। দাদা নহলি তুমি আৰ পৃথিৱীৰ মুখ নেদেখ্‌লা হৈ। গটে কথা মনত ৰাখ্‌বা কথাটু।"

অম্বিকে দিয়া নতুন গামোচা এখন আৰু তামোল-পাণ এযোৰ ডাক্তৰ দাসৰ সন্মুখত কলপাত এডোখৰত সজাই দি আঁঠুকাঢ়ি গলবস্ত্ৰে সেৱা কৰি ল'ৰাজনে ক'লে,— "আপনিয়ে মোৰ জীৱনদাতা পিতা।"

ডাক্তৰ দাসে অভিভূত হৈ ল'ৰাজনক বুকুত সাবটি ধৰি আশীৰ্বাদ দিলে,— "যা বাপা, তোৰ মংগল হ'ক।"

ল'ৰাজন কলেৰা হস্পিটেলত থাকোঁতে, কলেজ সোনকালে ছুটী হ'লে গিৰীশো হস্পিটেললৈ গৈছিল। টেকেলিত পানী আনি ফটা কাপোৰৰ টুকুৰা এডোখৰ তিয়াই তাৰ গা-মুখ ভালদৰে মচি দি আহিছিল। ৰোগীক দিবলৈ যি পোৱা যায় খাব পৰা বস্তুও লৈ গৈছিল। ল'ৰাজনক পিয়াৰীয়ে বৰপেটালৈ নিয়াৰ সময়ত গিৰীশ নাছিল, পূজাৰ বন্ধ পাই তেজপুৰলৈ গৈছিল। গিৰীশক মাত লগাই যাব নোৱাৰাত ল'ৰাজনে বৰ বেজাৰ কৰি ক'লে,— "আপুনাআহাৰ দুয়োটা দাদাৰে মৰম মই নমৰাক লগি নাপাহৰু। ডাঙৰ দাদাক কৰো সেৱা এটা কৰি যাবা পাৰলি শান্তি পালু হৈ।"

ল'ৰাজনৰ এটা গতি লগাত অম্বিক এটা নিজে মূৰ পাতি লোৱা দায়িত্বৰ পৰা মুক্ত হ'ল। এতিয়া কাম কৰা ল'ৰা এটাও আহিছে। গিৰীশ থকা কোঠাটোৰ মূধৰ ফালে ছালি এখন দি চিৰস্তাদাৰে কাম কৰা ল'ৰাজনক থকাৰ ব্যৱস্থা কৰি দিছে। ককায়েকক সকলো কথা খুলি কোৱাৰ পাছত অম্বিকৰ আৰু লুক-ঢাক কৰাৰ প্ৰয়োজন নোহোৱা হৈছে। গতিকে তাৰ আগৰ কাৰ্যসূচী আকৌ পূৰ্ণোদ্যমে আৰম্ভ হ'ল।

ইতিমধ্যে ভাৰতত থকা বৃটিছ চৰকাৰৰ গৃহ সচিব এইচ ৰিছলিয়ে আসাম এছ'ছিয়েশ্যানৰ তদৰ্থ সমিতিৰ সভাপতি ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱালৈ অসমৰ লগত চট্টগ্ৰাম সংমণ্ডল, ঢাকা আৰু মৈমনসিং জিলা যুক্ত কৰি নতুন প্ৰদেশ এখন গঠন কৰা সন্দৰ্ভত অসম এছ'ছিয়েশ্যনৰ মতামত বিচাৰি দিয়া চিঠিখন ১৯০৪ চনৰ ফেব্ৰুৱাৰিত গৌৰীপুৰত বহা তদৰ্থ সমিতিৰ সভাত তুলি ধৰি প্ৰতি জিলাৰ পৰা অহা মতামতবোৰ আলোচনা কৰি আসাম এছেছিয়েশ্যনে তাৰ এটা টোকা গৃহ সচিবলৈ পঠিয়াইছিল। এই মতামতসমূহৰ ভিত্তিতে বৰদলৈয়ে প্ৰতি জিলাৰ সচেতন ব্যক্তি, শিক্ষিত সমাজ আৰু চাহ খেতিয়কসকলৰ লগত চিঠি-পত্ৰৰ আদান-প্ৰদান কৰি জনমত গঠন কৰাত ব্যস্ত আছিল। এই সন্দৰ্ভত গুৱাহাটীৰ বাহিৰেও অসমৰ অন্যান্য ঠাইলৈ বৰদলৈয়ে আহ-যাহ কৰি থাকিব লাগিছিল।

বংগদেশ আৰু বাঙালী অধ্যুষিত সুৰমা উপত্যকাত বংগ ভংগৰ বিৰুদ্ধে প্ৰবল জনসংগঠন আৰম্ভ হৈছিল আৰু বংগ-ভংগ বিৰোধী বংগদেশ আৰু সুৰমা উপত্যকাৰ পৰা ভাৰতীয় জাতীয় কংগ্ৰেছত বিভিন্ন সংগঠনৰ প্ৰতিনিধিসকলৰ হেঁচাত আৰু বংগ-ভংগই ভাৰতৰ স্বাধীনতা-যুঁজ দুৰ্বল কৰিব বুলি পতিয়ন গৈ ১৯০৩ আৰু ১৯৪০ চনৰ কংগ্ৰেছৰ অধিবেশনেও বংগ-ভংগৰ বিৰুদ্ধে শক্তিশালী প্ৰস্তাৱ গ্ৰহণ কৰিছিল। কেউপিনৰ পৰা দুৰ্বল অসমৰ কাৰণে এই পৰিস্থিতি এক আশীৰ্বাদস্বৰূপ হৈছিল। অসমৰ থলুৱা অৰ্থনৈতিক, ৰাজনৈতিক আৰু সামাজিক স্বাৰ্থতে বংগদেশৰ জিলাকেইখন অসমৰ লগ লগাব নালাগে বুলি বংগ-ভংগ বিৰোধী আন্দোলনত সেয়ে অসমৰ বাঙালী ভদ্ৰলোকো জড়িত হৈ পৰিছিল।

কেউফালৰ পৰা প্ৰতিবাদ আপত্তিৰ ঢলে তোলপাৰ লগালেও বৃটিছ চৰকাৰে কোনো কাণসাৰ নকৰা বাবে আসাম এছ'ছিয়েশ্যনৰ জন্মদাতা আৰু সক্ৰিয় কৰ্মকৰ্তাকলে শক্তিশালী সংগঠন হিচাপে আসাম এছ'ছিয়েশ্যনৰ প্ৰথম বাৰ্ষিক অধিবেশন বৃহৎ আকাৰত অনুষ্ঠিত কৰিলে। এই অধিবেশনত উপস্থিত থকা অসমৰ গোৱালপাৰাকে ধৰি শদিয়ালৈকে আগুৰা বিভিন্ন ঠাইৰ প্ৰতিনিধিসকলে অসমৰ লগত বংগদেশৰ জিলাকেইখন লগ লগোৱাৰ প্ৰবল বিৰোধিতা কৰিলে আৰু এই সম্পৰ্কে বৰলাট আৰু গৃহ সচিবৰ ওচৰত স্মাৰকপত্ৰ দিয়া কামত মাণিক চন্দ্ৰ বৰুৱা আৰু জগন্নাথ বৰুৱাক সহায় কৰাৰ দায়িত্ব নবীন বৰদলৈ আৰু তৰুণ ৰাম ফুকনক দিলে; কাৰণ আইন সম্পৰ্কীয় খুঁটিনাটিবোৰ তেওঁলোকেহে জানিব। বহু যত্ন কৰি স্মাৰকপত্ৰখন এছ'ছিয়েশ্যনৰ সদস্যসকলে যথাস্থানত দি লগতে মুখেৰেও সকলো সম্ভাব্য সমস্যাৰ কথা বিতংভাবে জনাই অহাৰ পাছতো দেখা গ'ল ১৯০৫ চনৰ ১৬ অক্টোবৰ তাৰিখে এক বিজ্ঞপ্তিৰ দ্বাৰা ১৯০৩ চনৰ বংগ-ভংগ আৰু সংযুক্ত পূববংগ-অসম গঠনৰ সিদ্ধান্ত কাৰ্যকৰী কৰি অসমৰ চীফ কমিছনাৰ বমফিল ফুলাৰে সংযুক্ত অসম-বংগৰ বৃটীয়া প্ৰদেশৰ গৱৰ্নৰ হিচাপে ঢাকাত যোগদান কৰিলে। অসমৰ সুৰমা উপত্যকা আৰু বংগদেশত প্ৰতিবাদৰ জোৱাৰ উঠিল। বৃটিছ চৰকাৰৰ এই কাৰ্য এক 'গভীৰ জাতীয় বিপৰ্যয়' বুলি অভিহিত কৰি ১৬ অক্টোবৰৰ দিনটো 'জাতীয় শোক দিবস' হিচাপে সমগ্ৰ বংগদেশতে পালন কৰা হ'ল। লগতে সেই একে দিনাই ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰাক্তন সভাপতি আনন্দ মোহন বোসে কলিকতাত পূব আৰু পশ্চিমবংগৰ মাজৰ 'অভংগুৰ ঐক্য' আৰু 'মিলন সভা

গৃহ' হিচাপে 'সম্মিলিত গৃহ'ৰ আধাৰশিলা স্থাপন কৰিলে। বংগদেশৰ নেতাসকলৰ উদ্দাত্ত আহ্বানৰ সঁহাৰিত এনেকি ধুবুৰী, গৌৰীপুৰ, গোৱালপাৰা আৰু ডিব্ৰুগড় চহৰতো বাঙালী উকীল আৰু অন্যান্য বাসিন্দাৰ উদ্যোগত প্ৰতিবাদ সভা অনুষ্ঠিত হ'ল। অসমীয়াসকলেও তাত পূৰ্ণ সহযোগ কৰিলে। সুৰমা উপত্যকাৰ সমগ্ৰ অঞ্চল বিশেষকৈ ছিলেট জিলা আৰু শিলচৰ বংগভংগৰ প্ৰতিবাদত উত্তাল হৈ উঠিল। অসমীয়াৰ স্বাৰ্থৰক্ষাৰ বাবে সংগঠিত হোৱা আসাম এছ'ছিয়েশ্যনো ক্ষুব্ধ হৈ উঠিল। বন জুইৰ দৰে ছাত্ৰসমাজৰ মাজত বিয়পি পৰা বংগ-ভংগ কাৰ্যকৰী কৰা খবৰে সেৱা সংঘৰ সদস্যসকলক বিশেষভাৱে ক্ৰুদ্ধ কৰি তুলিলে।

অম্বিক, ত্ৰিগুণা আৰু বঙ্কিম দুদিন গৈয়ো বৰদলৈক লগ নাপালত তৃতীয় দিনা দেওবাৰে অম্বিক অকলেই বৰদলৈৰ তালৈ গ'ল লগ নধৰাকৈ উভতি নাহে বুলি। প্ৰায় ডেৰ ঘণ্টা সময় বাহিৰৰ মুকলি ঠাইখনৰ পশ্চিমে যোৰপুখুৰী পাৰত বহি থকাৰ পাছত অম্বিকে বৰদলৈক দুজনমান মক্কেলৰ লগত ঘৰৰ পিনে আহি থকা দেখিলে। অম্বিকে বহাৰ পৰা উঠি ঘৰ সোমোৱাৰ আগতে বৰদলৈৰ ওচৰ চাপি পিছফালৰ পৰা মাত দিলে,— "ককাইদেউক আজিকালি লগ পোৱা টানেই হৈছে। কেছ বৰকৈ বাঢ়িছে হ'বলা।"

অম্বিকৰ মাত শুনি বৰদলৈয়ে উভতি চাই অম্বিকক দেখি হাঁহি এটা মাৰিলে।

"এৰা কাম বৰকৈ বাঢ়িছেহে। ঘৰত থাকিবলৈ সময়কে নোপোৱা হৈছোঁ।"

"আজি কিন্তু সময় দিব লাগিব।" অম্বিকৰ কথাৰ সুৰ শুনি বৰদলৈ সচকিত হ'ল। মক্কেল কেইজনলৈ চাই ক'লে,— "তোমালোকে চিন্তা নকৰিবা। অহা মাহৰ ২১ তাৰিখে কেছৰ দিন পৰিছে। সিদিনা আহি মোক কাচাৰীত লগ ধৰিবা। এই কেইদিন গৱৰ্নৰৰ মিটিঙৰ কামতে আটায়ে ব্যস্ত থাকিব।"

নমস্কাৰ কৰি মক্কেল কেইজন গ'লগৈ। বৰদলৈয়ে অম্বিকক ঘৰৰ ভিতৰলৈ মাতি নি বহা ঘৰতে বহিবলৈ দিলে।

"বহা। চাহ এটোপা খাওঁ। মই হাত-ভৰি ধুই ভিতৰৰ পৰা আহি আছোঁ।"

কাতি মাহৰ ৰ'দ, ৰাতিপুৱা কোমল যদিও বেলা বঢ়াৰ লগে-লগে ৰ'দ টান হৈ আহে। ৰ'দৰ পৰা আহি ঘৰৰ ভিতৰত স্নিগ্ধ পৰিবেশত বহিবলৈ পাই অম্বিকে ভালেই পালে। বৰদলৈয়ো মুখ-হাত ধুই আহি বহিল। লগে লগে অম্বিকে আৰম্ভ কৰিলে,— "দেখিলে নে নাই বুটিছে কি কৰিলে?"

বৰদলৈয়ে বুজি পালে অম্বিকে কিহৰ কথা কৈছে। লাহে লাহে তেওঁ উত্তৰ দিলে,— "কৰিবই। আমি সিহঁতৰ গোলামহে, আমাৰ সুবিধা অসুবিধা সিহঁতে কি চাব? শাসকৰ কামেই সেইটো। নিজৰ শাসন ৰক্ষাৰ স্বাৰ্থতহে সকলো কাম কৰে— প্ৰজাৰ স্বাৰ্থ চাই নকৰে।"

"কিন্তু আমি সিহঁতৰ অন্যায়বোৰ সহি থাকিব লাগিব নে?" —অধৈৰ্য অম্বিকে সুধিলে।

"সহি নাথাকি কি কৰিবা? কি কৰাৰ ক্ষমতা আছে আমাৰ?" —বৰদলৈয়ে অম্বিকৰ পিনে চাই সুধিলে।

"কিবা নহয় কিবা নিশ্চয় কৰিব লাগিব।" —সমান উষ্মাৰে অম্বিকে উত্তৰ দিলে।

"শুনা অম্বিক, খং কৰি লাভ নাই। ক্ষমতা সিহঁতৰ হাতত। যুঁজিব অৱশ্যে লাগিবই; কিন্তু শক্তি চাইহে ভক্তি। আমি এনেয়ে বহি আছোঁ বুলি নাভাবিবা।"

"কি কৰিব আপোনালোকে?"

"ফুলাৰ চাহাব গৱৰ্নৰ হোৱা বাবে গুৱাহাটী মিউনিছিপালিটিয়ে অহা ১ নৱেম্বৰত তেওঁক গুৱাহাটীত সম্বৰ্ধনা জনাব। অহা সপ্তাহত তেওঁ শ্বিলঙলৈ আহিব। অতো কিবা চৰকাৰী অনুষ্ঠান পাতিব। তাৰ পৰা ১ নৱেম্বৰৰ পুৱা গুৱাহাটীলৈ আহি সিদিনাৰ সম্বৰ্ধনা সভাত যোগ দিব। আমি উকীলবোৰ সেই সভালৈ যাম আৰু তাত চৰকাৰৰ সিদ্ধান্তই অসমৰ যথেষ্ট ক্ষতি কৰিব বুলি সমজুৱাৰ ফালৰ পৰা কৈ তাতেই আৰু এখন স্মাৰকপত্ৰ দিম।"

"অকল স্মাৰকপত্ৰ দিয়েই থাকিবনে?"

"শুনা, স্মাৰকপত্ৰ মানে আৰ্জি। পৃথিৱীত এতিয়া ৰাজতন্ত্ৰ গুচি প্ৰজাতন্ত্ৰ আৰম্ভ হৈছে। এই ব্যৱস্থাত শাসকৰ ওচৰত ওজৰ-আপত্তি জনোৱাৰ একমাত্ৰ উপায় হৈছে আৰ্জি। ৰাজতন্ত্ৰতো সম্ৰাটৰ হৈ যেতিয়া সম্ৰাটৰ প্ৰতিনিধিয়ে শাসন চলায়, সম্ৰাটক প্ৰজাৰ নিজৰ সমস্যা জনোৱাৰো এটাই মাত্ৰ বাট, – সভা সমিতি পাতি কাকতে পত্ৰই লিখি আৰু স্মাৰকপত্ৰ আদি দি ৰাজ প্ৰতিনিধিৰ জৰিয়তে সম্ৰাট আৰু তেওঁৰ মন্ত্ৰী-মণ্ডলীৰ মনোযোগ আকৰ্ষণ কৰি ন্যায় বিচৰা। এইদৰেই আমি যত্ন কৰিব লাগিব, প্ৰতিবাদক আন্দোলনৰ ৰূপ দিব লাগিব।"

"সিহঁতে ভদ্ৰলোকৰ আৰ্জি শুনিব বুলি মোৰ কিন্তু বিশ্বাস নহয়। ককাইদেউ। বৃটিছ ৰাজ অসমত চলাৰ পৰা আজিলৈকে আৰ্জি আবেদন গুচি

কাম কৰা আমি দেখা নাই। আপোনাৰ পৰাই জানিছোঁ অসমৰৰ লগত বংগৰ তিনিখন জিলা জাপি দিয়াৰ মূলতে আছে ফুলাৰ চাহাব। তেওঁনো আপোনালোকৰ আৰ্জি শুনি কিবা এটা কৰিবনে? মই কিন্তু বিশ্বাস নকৰোঁ কিবা ফল হ'ব বুলি!"

বৰদলৈয়ে হাঁহি মাৰি ক'লে,— "যিয়ে নহওক আমি যুঁজি থাকিব লাগিবই। অস্থিৰ হ'লে নহ'ব। ইংৰাজীত এষাৰ কথা আছে— শ্ল' এণ্ড ষ্টেডি ৱিন দ্য ৰেছ। লাগি থাকিলে আমাৰ দাবী নিশ্চয় ৰক্ষিব।"

অম্বিক উঠিল— "বাৰু ককাইদেউ, মই এতিয়া যাওঁ। আমি কি কৰোঁ, আলোচনা কৰি চাওঁ।"

অম্বিকে বাটে বাটে চিন্তা কৰি আহিল। এইটো অৱশ্যে সঁচা যে আসাম এছ'ছিয়েশ্যনে সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰে শিক্ষিত সচেতন মানুহখিনিক একগোট কৰিছে। ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা, নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, জগন্নাথ বৰুৱা, মাণিক চন্দ্ৰ বৰুৱা আদিৰ দৰে অসমপ্ৰেমী ব্যক্তি আসাম এছ'ছিয়েশ্যনত আছে। ঘনশ্যাম বৰুৱা, পদ্মনাথ গোহাঁই বৰুৱাৰ দৰে মানুহো তাৰ লগত জড়িত। তেওঁলোক আটাইৰে অসমৰ সমাজত একোটা বিশিষ্ট স্থান আছে বুলি চৰকাৰেও জানে। কিন্তু বৃটিছে জানো কেতিয়াবা অসমৰ কথা ভাবি চাব? অসমীয়াৰ অভাব অভিযোগ দূৰ কৰিবনে? বৃটিছে অসমলৈ অহাৰ পাছৰ পৰাই অসমীয়া মানুহখিনিক সমূলঞ্চে উপেক্ষা কৰি আহিছে। অসমক বংগদেশৰ উপপ্ৰদেশ কৰিয়েই ৰাখিছে। অসমীয়া মানুহে বাংলাভাষা অসমৰ স্কুল কাচাৰীৰ ভাষা কৰাত আপত্তি কৰা সত্বেও অসমীয়া ভাষাক স্কুল-কাচাৰী আদিৰ ভাষা কৰিবলৈ বৃটিছ চৰকাৰে চল্লিছতকৈ বেছি বছৰ লগালে। অৱশ্যে এই ক্ষেত্ৰত অসমত কাম কৰি থকা ছিলেট, ঢাকা, মৈমনসিং, ৰংপুৰ আদিৰ বাঙালী মানুহখিনিৰ কেৰামতালিয়েই আছিল প্ৰধান। বাঙালীৰ আপত্তি যে শুনিছিল, অসমীয়াৰনো শুনা নাছিল কিয়? আগতে কলিকতাৰ পৰা শাসন কৰিছিল, এতিয়া ঢাকাৰ পৰা শাসন কৰিবলৈ লৈছে। এনেকি খেতিৰ মাটিও যাতে অসমীয়া মানুহে সৰহকৈ পট্টা কৰি লব নোৱাৰে, তেনে নিয়মহে কৰিলে। মণিৰাম দেৱানৰ দৰে প্ৰতিপত্তিশালী মানুহকো এনেকি পাঁচশ একৰ মাটিত চাহখেতি কৰিব পৰাকৈ আচাৰন্ত নহয় বুলি নিয়মৰ দোহাই দি জেনকিনে চাহবাগিচা পাতিবলৈ মাটিও নিদিলেই, বৃটিছৰ বিৰুদ্ধে গৈছে বুলি তেওঁক ফাঁচিহে দিলে। মণিৰামেই কম আৰ্জি দিছিলনে? জগন্নাথ বৰুৱাই চোন ১৯০০

চনতে কৰ বঢ়োৱাত আপত্তি কৰিছিল, কিবা ফল জানো হৈছিল? অসমৰ জাতীয় অস্তিত্ব শেষ কৰিবলৈ বৃটিছে কেতিয়াবা এৰিছেনে? বংগৰ মুছলমান প্ৰধান জিলা কেইখন অসমৰ লগ লগোৱাৰ স্থিৰ কৰাৰ লগে লগেই দেখোন মাণিক চন্দ্ৰ বৰুৱাই দলে-বলে বৰলাটৰ কাউন্সিলাৰৰ ওচৰত আপত্তি জনাইছিল। অসম এছ'ছিয়েশ্যনৰ প্ৰস্তাৱো পঠিয়াইছে, স্মাৰকপত্ৰও দিছে দেখোন। কিবা ফল হ'ল নে? এতিয়া আকৌ ফুলাৰ আহিছে গৱৰ্ণৰ হৈ। এইজন ফুলাৰ চাহাবে জানি-শুনিয়েই অসমীয়াক নিঃশেষ কৰিব খুজিছে। বোজাই বোজাই আৰ্জি দিলেও একো নহয়। অন্য দৰবহে লাগিব।

সেইদিনা গধূলি অম্বিকহঁতৰ দলটো নৱগ্ৰহ মন্দিৰৰ তলত লগ লাগিলগৈ। ৰক্তিম, বিনন্দ, ত্ৰিগুণাহঁতে অম্বিক কলেৰা ৰোগীজনৰ লগত ব্যস্ত থকাৰ সময়তে কি কৰোঁ কি নকৰোঁ বুলি কেইবাৰো আলোচনাত বহিছিল। এতিয়া বমফিল ফুলাৰে ঢাকাৰ পৰা অসম শাসন কৰিব বুলি শুনি একেবাৰে জ্বলি উঠিল। অম্বিকে কথাটো উলিওৱাৰ লগে লগে ত্ৰিগুণাই কৈ উঠিল,— "শুন অম্বিক। আমি কোনোপধ্যে বাঙালী সোপাৰ গোলাম হৈ থাকিব নোৱাৰোঁ। স্কুলে-কাচাৰীয়ে যেনিয়ে চাওঁ বাঙালী। বৃটিছেও বংগৰ বহতীয়া কৰিয়েই আমাক ৰাখিব খোজে। আমাৰ এনাৰ্কিষ্ট পাৰ্টিটোও আমি অসমৰ কাৰণে যুঁজিম বুলিয়েই খুলিছোঁ। গতিকে কিবা এটা নকৰাকৈ বহি থকাটো উচিত নহ'ব।"

"কি কৰা যাব আলোচনা কৰিবলৈকেইতো আমি আজি বহিছোঁ।" —অম্বিকে ক'বলৈ ধৰিলে,— "বৃটিছ আমাৰ শত্ৰু আৰু বাঙালী মানুহখিনিৰো উদ্দেশ্য যে বংগদেশৰ স্বাৰ্থৰক্ষাহে, ই ঠিক। বাঙালী নেতাসকলে বংগৰ সমস্যাটো গোটেই ভাৰতবৰ্ষৰে সমস্যা কৰি তুলিছে। অৱশ্যে মিছাও নহয়। হিন্দু আৰু মুছলমান এই ভাগত ভাৰতৰ মানুহখিনি বৃটিছে ভাগ কৰি পেলাব খুজিছে। বংগ-ভংগ তাৰ আৰম্ভণিহে। এই বিষ আমাৰ অসমতো সিহঁতে ঢালিব খুজিছে। অসমত আমি হিন্দু-মুছলমানৰ মাজততো কোনো ভিন-পৰ নাই। আমি আটায়ে একেলগে সৰস্বতী পূজা, মহৰম, ফাকুৱা— সকলো কৰোঁ। বংগদেশ বহুদিন মোগলৰ তলত থকা কাৰণে তাত হিন্দু মুছলমানৰ মাজত আগৰে পৰা বেলেগ বেলেগ ভাব। কিন্তু আমাৰতো তেনে নহয়। ইংৰাজ চাহাবহঁতে এতিয়া আমাৰ মাজলৈও কাজিয়াখন আনিব খুজিছে বংগদেশৰ মুছলমান জিলা কেইখন লগ লগাই। এইবোৰ বিশেষকৈ জন বমফিল ফুলাৰৰ বদ মতলব। সিয়ে আজি

অসমত বৃটিছৰ স্বাৰ্থ আৰু শাসনৰ প্ৰতিনিধি। তাক যদি আমি কিবা কৰি দেখুৱাব পাৰোঁ, ইংৰাজ চৰকাৰে নিশ্চয় অসমতো বংগদেশৰ দৰে মানুহ আছে বুলি ভাবিব। অসমীয়াক ভয়ো কৰিব।"

বিনন্দই হাঁহিলে। "কি কৰি দেখুৱাবি। আণ্ডা বাংলা পুৰিলি নহয়, কিবা এটা হ'লনে?"

বিনন্দৰ কথা শুনি অম্বিকৰ বৰ খং উঠিল। ৰঙা চকু কৰি বিনন্দৰ পিনে চাই ক'লে,— "তইতো নাছিলি সিদিনা। আমি কেইটাই কি সাহসত, কিমান বুদ্ধি কৰি চাহাবহঁতে দপ্দপাই থকা আণ্ডা বাংলাটো পুৰিলোঁ— আমিহে জানো!" অলপ ঠাণ্ডা হৈ সি আকৌ ক'লে, "শুন বিনন্দ, আমি কেইটামান ল'ৰাই দেশখনৰ কাৰণে কিবা এটা কৰিব খুজিছোঁ। আমাৰ কাম সকলো সময়তে শুদ্ধ নহ'ব পাৰে, কিন্তু চব কাম ভুল বুলিও নাভাবিবি। বৃটিছক খেদিব লাগিব। তাৰ বাবে উপযুক্ত হ'ব নোৱাৰিলে কেনেকৈ খেদিবি। আণ্ডা বাংলা পুৰি বৃটিছ চৰকাৰৰ আমি নোম এডালো লৰাব নোৱাৰিলো সঁচা; কিন্তু কামটোৰ পৰা আমি বহু কথা নিশিকিলোনে? ধৰা নপৰাকৈ কামটো কৰিব পৰাৰ পৰা আমাৰ সাহসতো বাঢ়িল। ধৰা নপৰাকৈ কৰিব পৰা তাতকৈ জটিল কামো কৰিব পাৰিম বুলি আমাৰ বিশ্বাস হোৱা নাইনে? আৰু কৰিওতো আছোঁ। টকা গোটাইছোঁ, বন্দুক—বাৰুদ গোটাইছোঁ, পেণ্ডত উঠি কম সময়তে বহু-দূৰ যাব পৰা হৈছোঁ। কেনেকৈ এইবোৰ সাজিব লাগে, ব্যৱহাৰ কৰিব লাগে— এইবোৰ শিকিছোঁও। আটাইতকৈ ডাঙৰ কথা হৈছে আমি নিজক বচাবলৈ শিকিছোঁ, দলৰ কথা তৃতীয় ব্যক্তিৰ পৰা গোপনে ৰাখিবলৈ সফল হৈছোঁ। প্ৰতিজ্ঞা ৰক্ষা কৰি চলিব পাৰিছোঁ। এইবোৰৰ মূল্য নাইনে?"

ত্ৰিগুণা আৰু ৰক্তিমে অম্বিকৰ কথাত পূৰ্ণ সমৰ্থন জনালে আৰু বিনন্দক তাৰ কথাৰ বাবে ভৎসনা কৰিলে।

লাজ পাই বিনন্দই অম্বিকৰ হাত দুখনত ধৰি ক'লে,- "মোৰ ভুল হৈছিল ভাই, মাফ কৰি দে। আৰু কেতিয়াও তেনে কথা নকওঁ।"

বহুত সময় আলোচনা কৰাৰ পাছত সিহঁত সিদ্ধান্তলৈ আহিল যে বৃটিছ চৰকাৰৰ প্ৰতিনিধি হিচাপে ফুলাৰেই অসমৰ বৰ্তমান হৰ্তাকৰ্তা। পূব বংগক অসমৰ লগত সাঙুৰি দিয়াৰ মূলতো এই ফুলাৰেই। গতিকে ফুলাৰক যদি মাৰিব পাৰে তেন্তে বৃটিছ চৰকাৰে নিশ্চয় ভয় খাব। ঠিক হ'ল যে ফুলাৰ শ্বিলঙৰ পৰা [illegible] শ্বিলং গুৱাহাটী ৰাস্তাৰেই আহিব যেতিয়া, ৰাস্তাত যদি বোমা

পুতিব পৰা যায়, গাড়ী আৰু ঘোঁৰাৰ হেঁচাত বোমা নিশ্চয় ফুটিব। বোমা যদি শক্তিশালী আৰু সংখ্যাত বেছি হয় তেন্তে জন বম্‌ফিল ফুলাৰ নিশ্চয় মৰিব। নমৰিলেও আধা মৰা নিশ্চয় হ'ব। সেইটো কৰিব পাৰিলে সিহঁতৰ মনটোলৈ অন্ততঃ কিছু শান্তি আহিব। ৩১ অক্টোবৰৰ নিশাই কামটো কৰিব লাগিব বুলি সিহঁত একমত হ'ল। বোমাৰ বাবে বাৰুদ সংগ্ৰহৰ ভাৰ অম্বিকৰ ওপৰত আৰু অন্য মাল-মচলা গোটোৱাৰ ভাৰ পীতাম্বৰকে দিয়াৰ সিদ্ধান্ত হ'ল। কিছুদিন আগতে দীপান্বিতা হৈ গৈছে। সেই সময়তে প্ৰত্যেকে সৰহকৈ বাৰুদ সংগ্ৰহ কৰি থৈছিল।

মাজত মাত্ৰ পাঁচ দিন আছে। সময় নাই। কিবা কৰিব লাগিলে এতিয়াই আৰম্ভ কৰিব লাগিব।

"এটা কাম কৰোঁ দে," —অম্বিকে বালেকক ক'লে,— "তই আৰু মই আমি দুজনে কালিলৈ হাজিৰা কাম কৰা মানুহৰ বেশত ছয়মাইলৰ ফালে গৈ ক'ত কামটো কৰা সুবিধা হ'ব চাই আহোঁগৈ। স্কুললৈ নাযাওঁ কালি। দহ চাৰে দহমান বজাত মই গৈ গণেশগুৰিৰ চাহৰ দোকান এখনত বহি থাকিম। তই আহি মোক তাতে লগ ধৰিবি। তাৰ পৰা দুয়ো একেলগে শ্বিলঙৰ পিনে খোজ লম। ছয়ৰ পৰা ন মাইলৰ ভিতৰতে চাব লাগিব। এই ফালৰ গাঁৱৰ মানুহকেইজনমানক মই অলপ চিনি পাওঁ। দৰকাৰ হ'লে সিহঁতৰ কাৰোবাৰ পৰা কোৰ এখন লব লাগিব।"

কথাবাৰ শুনাৰ লগে-লগে পীতাম্বৰ জাঁপ মাৰি উঠিল,— "কি কৰিব খুজিছ? এইবোৰ আন মানুহৰ পৰা বস্তু গোটোৱা-চোটোৱা নকৰিবি। চব ফাদিল হৈ যাব।"

লগে লগে ত্ৰিগুণায়ো মাত লগালে,— "পীতাম্বৰে ঠিক কথাই কৈছে। এইটো বৰ ডাঙৰ ভুল হ'ব।"

অম্বিকেও ভাবি চালে কথাটো ঠিকেই। "বৰ ভুল এটাৰ পৰা বচালি দে। সেই কাৰণেতো কিবা কৰিব লাগিলে আটায়ে আলোচনা কৰি কৰিব লাগে।"

ত্ৰিগুণাই সুধিলে,— "আমি কোনোবাও যাব লাগিব নেকি? যাব পাৰোঁ, যদি যাব লাগে।"

অম্বিকে ক'লে,— "নালাগে। গোটেই-কেইটা একেলগে স্কুললৈ নোযোৱাকৈ থাকিলে কাৰোবাৰ চকু পৰিব পাৰে।"

চিৰস্তাদাৰ দুদিন আগতে দুমাহৰ ছুটী লৈ বৰপেটালৈ গৈছে। পিয়াৰীও কলিকতালৈ গৈছে কিছু দৰব কিনি আনিবলৈ। কিছুমান দৰব গুৱাহাটীত পোৱা নাযায়। গৰমৰ দিনত বহুকেইটা দৰব সৰহ দিনলৈ ৰাখিব নোৱাৰি। গতিকে ঠাণ্ডা পৰাৰ সময়তে আনি থব লাগে। পিয়াৰীও আহোঁতে দুদিনমান লাগিব। পিয়াৰী অহাৰ পাছত গিৰীশ তেজপুৰলৈ যাব মাকক চাই আহিবলৈ।

গিৰীশ কলেজলৈ যোৱাৰ পাছতে অম্বিকে ভাত পানী খাই খানাপাৰাৰ পিনে ওলাই যাব লাগিব। কিন্তু তাৰ আগতে দৰকাৰী বস্তুবোৰ নিৰাপদ ঠাইত থৈ আহিব লাগিব।

সিদিনা নবগ্ৰহৰ পৰা আহি অম্বিকে গিৰীশ কলেজৰ পৰা আহি পোৱাৰ আগতেই বাৰুদ আৰু তাৰ লগৰ সা সঁজুলিখিনি চুকৰ খেলাখনৰ পৰা উলিয়াই ডাঠ ফটা কাপোৰ এখনেৰে মেৰিয়াই থলে। ... ৰ পুৰণি ফটা বনিয়ন এটা আৰু লেতেৰা গামোচা এখন বিচাৰি ... মোনা এটাত সুমুৱাই থৈ কাপোৰখিনি ওপৰত বাৰুদৰ টোপোলাটোৰ ওপৰত এনেদৰে থলে যাতে কোনেও টোপোলাটো দেখা নাপায়। চিৰস্তাদাৰৰ ঈত কোনো নথকা বাবে অম্বিকে গধূলিতে আলু ভাতত দি ৰান্ধি আজৰি হ'ল। গিৰীশক ক'লে যে ৰাতি অলপ সি ওলাই যাব, গতিকে ভাতকেইটা চেঁচা হোৱাৰ আগতে খাই থোৱা ভাল হ'ব। গিৰীশে পঢ়াত বহিব খুজিছিল কিন্তু অম্বিকৰ কথা শুনি বুজিলে সি সেৱাসংঘৰ কিবা কামতে ওলাই যাব। কোনো আপত্তি নকৰি গিৰীশে অম্বিকৰ লগতে ভাতকেইটা খাই পঢ়িবলৈ বহিল। লগুৱাজনক ভাত-খাই সাজ-বাচনবোৰ ধুই ধাই সামৰি থবলৈ কৈ অম্বিকে আখল মচি বিছনাত পৰিল।

এঘুমতি মাৰি সাৰ পাই সি দেখিলে ওচৰে-পাজৰে সকলো মানুহ শুই নিঃপালি দিছে। গিৰীশৰ কোঠাত লণ্ঠনৰ পোহৰ নেদেখি জানিলে গিৰীশো শুলে। অম্বিক উঠিল। নিশাৰ ভিতৰতে জাপৰিগোগলৈ গৈ বস্তুখিনি নিৰাপদ ঠাইত লুকুৱাই থৈ আহিব লাগিব। ঘৰৰ চুকত আওজাই থোৱা লাঠী দুডাল উলিয়াই লৈ ... খোপ দুটা গাঁঠি পেণ্ডত উঠি টোপোলাটো কান্ধত ওলোমাই লৈ জাপৰিগোগলৈ লৰ ধৰিলে। এজোপা ওখ পুৰণি জোপোহা গছৰ ডালত মোনাটো ওলোমাই থৈ উভতি আহি ঘৰ পাওঁতে অম্বিকৰ আঢ়েমান বাজিল। সিটো কোঠাত গিৰীশ টোপনিত নিঃপালি দি শুই আছে অম্বিক আহি বিছনাত শুই থাকিল।

পাছদিনা ৰাতিপুৱা ব্যায়ামাগাৰত অলপ সময় ডন-বৈঠক কৰি অম্বিক ত্ৰিগুণাইঁতৰ লগতে নৈৰ পাৰলৈ গা ধুবলৈ গ'ল। তাতে সি সিহঁতক জনালে যে তাৰ হাতত থকা বস্তুখিনি সি জাপৰিগোগত থৈ আহিছে। সিহঁতেও নিজৰ নিজৰ বস্তুবোৰ গোটাই এঠাই কৰিব লাগিব।

অম্বিকে ঘৰলৈ আহি ভাত-পানী খাই স্কুললৈ যোৱাৰ সময়তে ওলাই গ'ল। জাপৰিগোগত কাপোৰ সলাই গণেশগুৰি পাওঁতে তাৰ প্ৰায় একমান বাজিল। গৈ দেখিলে বালেকে এখন বিহাৰীৰ দোকানত বহি চাহ খাই আছে।

গণেশগুৰি অঞ্চলৰ মানুহখিনিৰ ভিতৰত বিহাৰী, বাঙালী আৰু মাৰোৱাৰী মানুহেই সৰহ। আটাইকেইজন দোকানী মানুহ। দোকানৰ সংখ্যাও পাঁচ-ছখনহে। তাৰে চাৰিখনমান চাহৰ দোকান— বিহাৰী আৰু মাৰোৱাৰীৰ। দুখনমান মনোহাৰী আৰু পাণ-তামোলৰ দোকান বাঙালী মানুহৰ। আগফালে দোকান আৰু পিছফালে থকা ঘৰ। সেইফালেদি বেলতলা বজাৰলৈ অহা-যোৱা কৰা খাচিয়া আৰু বিহাৰী মানুহৰ বাহিৰে আন মানুহ বেছি অহা-যোৱা নকৰে। শ্বিলং-গুৱাহাটী ৰাস্তাৰে অহা-যোৱা কৰা মানুহবো প্ৰায়বোৰেই অস্থায়ী অচিনাকি মানুহ। চহৰৰ আন আন অংশৰ লগত তেওঁলোকৰ সম্পৰ্ক প্ৰায় নায়েই। গতিকে বালেকহঁতক চিনি পোৱাৰ ভয় নাই। হাজিৰা কাম কৰা মানুহৰ সাজপাৰত সিহঁতৰ চেহেৰা আৰু আচহুৱা হৈ পৰিছে। অম্বিকে দোকানত সোমায়েই বালেকৰ ওচৰলৈ আহি মাত লগালে,— "কি এ ভাই, কামৰ পৰা আইহ্লি নেকি? মোৰ আজি নহ'ল দে একো। ফিৰ্‌বাহে লাগিল।"

বালেক বহি থকা মেজখনৰ তলত দুখন দা পেলাই থোৱা আছিল। দা দুখন অলপ কাষৰ পিনে আঁতৰাই বালেকে ক'লে,— "ময়ো গছৰ ডাল কেইটামানহে কাট্‌লু। অন্য কাম আৰু নহ'ল আগাবেলাটুত। তোৰ দাখনো মিছাতে বৈ মৰলু। তই এমান দেৰি কৰ্‌ছাহ!"

"এক ঠাইত কাম পৰ কথা আছিল। তাকে খবৰ কৰ্‌বা গেইছলু। সেই খুন্তি দেৰী হ'ল। বৰ পিয়াহ লাগ্‌ছে। চাহ এক খুটি খাই লঁউ ৰহ্। একে লগোত ফিৰিম।"

অম্বিকে এগিলাছ চাহ খাই উঠি বালেকৰ পৰা দা এখন হাতত তুলি লৈ দুয়ো একেলগে দোকানৰ পৰা ওলাই গ'ল।

আঠ মাইল পাৰ হৈয়েই এড়োখৰ ঠাই সিহঁতে বাছি ললে। বাটটো সেইখিনি ঠাইত বেছি আঁকোৰা-পঁকোৰা। কোনো মানুহ অহা-যোৱা কৰিলেও

কোনো ফালৰ পৰা সহজে চকুত ন পৰে। কেউপিনে গছ-গছনিৰে ভৰা ডাঠ হাবি। এফালে এঢলিয়াকৈ তলৰ ফালে কিছু অন্তৰে অন্তৰে হাবিৰ লতা জোপোহা কিছুমান কাটি মাটি খুচৰি চিন ৫/৬ টা কৰি থলে। তাৰ পৰা উভতি জাপৰিগোগত কাপোৰ-কানি সলাই ঘৰ পাওঁতে অম্বিকৰ সঁচাকৈয়ে গধূলি হ'ল।

গণেশগুৰিতে আন্ধাৰ হ'ল। জাপৰিগোগত সোমাই কাপোৰ জোৰ সলাই ফটা তিয়নিখন আৰু চোলাটো হাতত লৈ ফটা গামোচাখনেৰে ভিতৰৰ বস্তুখিনি ঢাকি গছত ওলোমাই থৈ বাট ওলাওঁতে আন্ধাৰ বাৰুকৈয়ে হৈছে। বালেক নিজৰ ঘৰলৈ আৰু অম্বিক দীঘলীপুখুৰীৰ কাষৰ বাটটোৰে গৈ বৰপেটীয়া পাৰাৰ ঘৰ পাওঁতে ৰাতি আঠ বাজিবৰ হ'ল। গিৰীশে তেতিয়ালৈকে ভাত-পানী ৰান্ধি আজৰি হৈছে। অম্বিকে হাতত সাৰে ভৰিত সাৰে নিজৰ কোঠাত সোমাই ফটা তিয়নিখনেৰে সৈতে চোলাটো গাৰুৰ তলত থৈ দি হাত-ভৰি ধুবলৈ কুঁৱাৰ পাৰলৈ গ'ল। ৰান্ধনি ঘৰত ভুমুকি মাৰি বিব্ৰত সুৰত গিৰীশক কৈফিয়ৎ দিলে,— "সংঘৰ মিটিঙতে ৰাতি হৈ গেল।"

গিৰীশে মাথোঁ গহীন সুৰত ক'লে,— "পিয়াৰী আহি পাইছে। ভাত দেউ।"

অম্বিকে ইংগিত বুজি কাপোৰ সলাই ৰান্ধনি ঘৰৰ মজিয়াতে তিনিজনৰ বাবে পীৰা পানী যোগাৰ কৰাত লাগিল।

অম্বিকৰ আজি কিছুদিনৰ পৰা গোবিন্দ লাহিড়ীয়ে তেওঁৰ বন্ধু এজনৰ ঘৰত আয়োজন কৰা 'গানৰ আসৰ' এটাত কলিকতাৰ পৰা এটা যুবকদলৰ লগত অহা মণিপুৰী নৃত্যপটিয়সী আৰু সুকণ্ঠী গায়িকা প্ৰভাৱতীয়ে নাচি নাচি গোৱা মুকুন্দ দাসৰ গীতটো বৰকৈ মনত পৰি আছে,—

চল চল ও ভাই
জীবন আবহে চল
পৰে থেকে ভাই
সুখ কি আছে
লাগুক জীবন
দেশেৰ কাজে
জীবন দিলে জীবন পাবে
হবে জীবন সফল
ও ভাই চল চল চল।

মুকুন্দ দাসে ঠিকেই কৈছে, জীৱনৰ আহ্বান মানেই গতি। গতিহীন নিশ্চিন্ত জীৱন, অলস কৰ্মহীন জীৱনকতো জীৱন বুলি ক'বই নোৱাৰি। মানুহে জীৱন লাভ কৰে জননী জন্মভূমিৰ কোলাত। সেই জীৱন যদি জন্মভূমিৰ সেৱাত লগাব নোৱাৰি তেন্তে জন্মৰ ঋণ শোধ হ'ব কেনেকৈ? তেনে ঋণগ্ৰস্ত জীৱন ব্যৰ্থ নহয়নো কি? দেশৰ কাৰণে, জাতিৰ কাৰণে কিবা কৰিবৰ বাবেই এই জংগী অনুষ্ঠানটো খোলা হৈছে; অথচ আজিলৈকে একো এটা কৰিব পৰা নাই। ধিক্ অম্বিক ধিক্। বংগদেশত কিমানবোৰ ডেকা পুলিছৰ হাতত ধৰা পৰিছে, কিমান ডেকা পুলিছৰ মাৰ খাই ঘূণীয় হৈছে; কিন্তু বংগদেশৰ ডেকা ল'ৰাবোৰেতো হাৰ মনা নাই! তেওঁলোকে এনেকি অসমতো সংগঠনৰ যত্ন কৰিছে। সুৰমা উপত্যাকাততো স্বামী দয়ানন্দই মাতৃ-পূজাৰ বেদীত প্ৰাণদানৰ মন্ত্ৰত ডেকাসকলক দীক্ষা দিয়াৰ কামেই কৰিবলৈ লৈছে। ধন্য বাঙালী, ধন্য বংগৰ ডেকা! অসমীয়া ডেকাও পিছপৰি থাকিলে নহ'ব, নাথাকে, পিছপৰি নাথাকে।

ন মাইলৰ পৰা অহাৰ পাছত অম্বিকৰ মনটো অলপ শান্ত হ'ল। এইবাৰৰ আঁচনিখন যদি সফল হয়, তেনেহ'লেও এটা কাম হ'ব। অম্বিকে ঠিক কৰিলে অন্ততঃ নৱেশ্বৰ মাহৰ কেইদিনমান নোযোৱালৈকে মাকক তেজপুৰৰ পৰা গুৱাহাটীলৈ আনিবলৈ হাক দিব। সিদিনা নিশাই সি গিৰীশক সিহঁতে যি বিপদজনক কাম কৰিব খুজিছে সকলো ভাঙি-পাতি ক'বলৈ গিৰীশৰ কোঠাত সোমাল।

গিৰীশে তেতিয়া কিতাপ-পত্ৰ সামৰি থৈ শোৱাৰ যো জা কৰি আছিল। অম্বিক সোমাই অহা দেখি গিৰীশে ঘূৰি চাই দেখিলে অম্বিকে ক'ৰবালৈ ওলাই যোৱাৰ বাবে সাজু হৈ আহিছে। গহীন মাতেৰে গিৰীশে সুধিলে, "কলৈক যাবা নেকি?"

"দাদা, কলিকতা আৰু মহাৰাষ্ট্ৰত ধৰা ধৰি চলছে শুনছে নহয়!" —অম্বিকে সমান গহীন সুৰেৰে ক'লে।

"অ', শুনছু।"

"দাদা, ইংৰাজে আমাক গোলাম কৰিয়ে ৰাখবা খুজছে; কনো কথাতে আমাৰ স্বাধীনতা নাই। তাহাৰ কথাতে উঠা বহা কোৰবা লাগবো সদায়। আমাৰ মানুহোক গোলামী খাটাবো আৰো ভাণ্ডাৰ লুটিবো। আসামৰ লগোত বংগাদেশোৰ জিলা তিনখেন লগ লাগেইছে এই লুটপাৰ কাৰণেই। এই মিলান হোৱা হৈছে

বোম্‌পিল ফুলাৰোৰ মন্ত্ৰণাত। সিয়ে আৰো হৈছে আসামৰ গৰ্ভৰ্ণৰ। ইংৰাজ চৰকাৰৰ চোলকে তো শেষ কোৰ্‌বা নৰি। দুই-এটা ডাঙাৰোতে আমি হাত দিবা খুজছু। এনা গোলাম হৈ থাক্‌বা নৰি। আইক কিন্তু আপ্‌নি চাবা লাগ্‌বো দাদা। মোক লগি আই যাতে দুখ নকৰে, আপনি বুজোবো। মোৰ কি হয় নহয় নাজন্‌। গতিকে আপ্‌নাক গটে কথা কলু। মই কেইদিন মান বাহিৰোতো থাক্‌বা পাৰু, বমা-বাৰুদোৰ কথা। পিয়াৰী, হৰমোহন দাদায়ো কেথেন্‌বা কিবা সুধ্‌বা পাৰে। দিনোত স্বদেশী কাপুৰ বিক্ৰি কৰা, ৰেল-জাহাজৰ মাল আনা-নিয়া কৰা এইগিলাখানকে কোৰিম,— ৰাতিয়ো কোৰ্‌বা পাৰু। মই এথেন যাউঁ। আহাত দেৰি হবো।"

"মোৰ হাক নুশনা, মোক কিয়ো কৰা লাগে?" গিৰীশে শীতল কণ্ঠেৰে কথাকেষাৰ কৈ দুৱাৰখনৰ কাষলৈ আহি এনেকৈ থিয় দিলে যে অম্বিকৰ ককায়েকৰ মুখলৈ চোৱাৰ সাহস নহ'ল। দুৱাৰখন জপাই সি ওলাই গ'ল।

গিৰীশৰ বুকুখন শোকে খুন্দা মাৰি ধৰিলে। অথাই দুখৰ সাগৰত কোনোমতে পাৰ পোৱাৰ স্বপ্ন দেখিছিলহে এথোন, একমাত্ৰ এই দুৰ্দান্ত ভায়েকটোক অপঘাতত হেৰুৱাব লগা হ'লেই নে?

কাহিলীপাৰাত পীতাম্বৰ, ত্ৰিগুণা আৰু বালেক গৈ ইতিমধ্যে উপস্থিত হৈছেই। অম্বিক অহা গম পাই সিহঁত হাবিৰ মাজৰ গছৰ আঁৰত লুকাইছিল। তেওঁলোকে আন কোনোবা মানুহ আহিছে বুলি সন্দেহ কৰিছিল। অম্বিকক দেখি আটাইকেইটা ওলাই আহিল। "উঃ ৰক্ষা।" বালেকে দীঘলকৈ উশাহ এটা ললে।

পীতাম্বৰে অধৈৰ্য সুৰত সুধিলে, "তোৰ মোনাটো ক'ত লৈছ? এই কেইটা লৈ আমাৰ ভয়ত তৎ নাই কোনোবাই দেখে বুলি!" তিনিও তিনিটা টোপোলা চোলাৰ তলৰ পৰা উলিয়াই দিলে।

"অলপ ভিতৰৰ ফালে শিল কেইটামান আছে, তাৰ আঁৰত কৰিব লাগিব কামটো। জুইশলাটো ল আৰু এইডাল শুকান ভোঁট এৰা গুটি শালি লোৱা শলা। ইয়াৰ পোহৰত কামটো কৰিব লাগিব। ৰহ মই মোনাটো সৌ গছজোপাৰ পৰা লৈ আহোঁ।"

বস্তুবোৰ লৈ ভিতৰৰ ফালৰ শিল কেইটামানে যেৰি থকা ঠাইডোখৰলৈ অম্বিকে বাকী তিনিজনক লৈ গ'ল। বিৰাট ওখ শিলবোৰে সিহঁতক যেন গিলিহে ধৰিলে।

"চাবি, বাঘ আৰু সাপ ওলাব পাৰে।" —বালেকে সতৰ্ক কৰি দিলে।

"ৰিভলভাৰ আৰু পিষ্টল কেইটা ঠিক কৰি থ।" —অম্বিকে ক'লে,— "আজিয়েই বিমান পৰা যায় কৰি শেষ কৰিব লাগিব। দিন নায়েই।" ভগা টিন, কাঁচ, লোহা, কাগজ, ৰছী লৈ আটাইকেইটা ব্যস্ত হৈ পৰিল।

কামৰ মাজতে অম্বিকে ক'লে,— "মই দাদাক সকলো কথা কৈ দিলো। দাদাই নজনাকৈ এইবোৰ কাম মই কৰিব নোৱাৰোঁ। দাদাই কাকো নকয় বুলি মই জানো; কিন্তু দাদাই মিছা কথা কেতিয়াও নকয় বুলি তইঁতক আগতে কৈছোঁৱেই। গতিকে পিয়াৰী ডাক্তৰ আৰু চিৰন্তাদাৰক ফাঁকি এটা দিব লাগিব। পীতাম্বৰ, কালিলৈ তই মোৰ তালৈ যাবিচোন। বলদ এহাল ক্ষেত্ৰীৰ বজাৰৰ পৰা কিনি আনিবলৈ মোক লগ ধৰিবি। পিয়াৰী ডাক্তৰ থকাৰ সময়তে যাবি। ৰাতিপুৱা আঠ বজাৰ আগতে যাবি। পুৱা ন বজাত পিয়াৰী ডাক্তৰ ডাক্তৰখানালৈ ওলাই যায়। তাৰ আগে আগে যাব লাগিব।"

পীতাম্বৰে জাঁপ মাৰি উঠিল,— "বৰ ভাল কথাটো মনত পেলাই দিলি দে। ভগৱানেও ভাল কামত সহায় কৰে অ'। গাঁৱৰ পৰা সেইদিনা খুৰা আহিছিল, ভাল বলদ এহাল লাগে হেনো। ঘৰত থকা দুহালৰ এহাল বুঢ়া হৈছে। কাম নচলা হৈছে। মোৰ হাতত টকাও দি থৈ গৈছে। মইহে পাহৰি আছিলো এইবোৰত লাগি। ঠিকেই কৈছ। মই কালিলৈ ৰাতিপুৱাই যাম তোৰ তালৈ।"

পীতাম্বৰ নলবাৰীৰ ল'ৰা। দেউতাকৰ গুৱাহাটীতো মাটি অলপ আছে। তাতে ঘৰ এটা সাজি থৈছে। পীতাম্বৰে লিগিৰা ল'ৰা এটাৰ লগত অকলে থাকি স্কুলত পঢ়ে। দেউতাক, খুৰাকহঁত মাজে-সময়ে গুৱাহাটীলৈ অহা-যোৱা কৰি থাকে। আহিলে সেই ঘৰটোতে থাকে।

আগৰ বন্দবস্ত মতে পীতাম্বৰ গৈ ৰাতিপুৱা সাতমান বজাতে অম্বিকক লগ ধৰিবলৈ গ'ল।

"এই অম্বিক, মই আজি ব্যায়াম কৰিবলৈ নগ'লো। সেই কাৰণে তোক ঘৰতে লগ ধৰিবলৈ আহিলো। চিৰন্তাদাৰ খুৰা আছে নে নাই?"

অম্বিকে তেতিয়া নৈত গা-ধুই ঘৰ সোমাইছেহে। পিয়াৰী ডাক্তৰে কুঁৱাৰ পাৰত গা ধুই আছিল। গিৰীশ ৰান্ধনিঘৰত ব্যস্ত। চিৰন্তাদাৰে ভিতৰৰ বাৰাণ্ডাত

ডাঢ়ি খুৰাই আছিল। পীতাম্বৰৰ মাত শুনি মুৰ তুলি চালে। হঠাতেহে যেন চকু পৰিল, এনে সুৰত পীতাম্বৰে কৈ উঠিল,— "অ'। খুৰা আছেই। ভালেই হ'ল। খুৰা, এটা কথাৰ বাবে আপোনাৰ অনুমতি লবলৈ আহিছোঁ।"

পিয়াৰীয়ে কুঁৱাৰ পাৰৰ পৰাই অম্বিকক চিএঞৰি সুধিলে, "কুনিহে অম্বিক খুৰা, কুন আইহ্ছে?"

"কাইলৈ মই ক্ষেত্ৰীৰ পিনে যাব লাগে। ঘৰত বলদ এহাল লাগে হেনো, খুৰাই কৈ আছে। গাঁৱৰ হাটত খবৰ কৰিছে, পলাশবাৰীৰ ফালেও চাইছে। ক'তো পচন্দৰ বলদ পোৱা নাই। ক্ষেত্ৰী, সোণাপুৰৰ পিনেহে আছে হেনো। খুৰা, অম্বিককো মোৰ লগত যাবলৈ দিব নেকি? অহাই যোৱাই চাৰি-পাঁচ দিন হ'ব। গৱৰ্নৰ চাহাব আহিব কাৰণে আমাৰ স্কুল বন্ধ দিছে চাৰিদিন। বন্ধৰ ভিতৰতে আহোঁগৈ বুলি ভাবিছোঁ। অম্বিক গ'লে আপোনাৰ কিবা অসুবিধা হ'ব নেকি খুৰা?"

"মোৰ? মোৰ কি অসুবিধা হ'ব? অম্বিকক সোধা সি যাব পাৰেনে নে নোৱাৰে। তাৰ নিজৰ যদি অসুবিধা নহয়, মোৰ একো আপত্তি নাই?"

পিয়াৰীয়ে পিতাম্বৰৰ মুৰৰ পৰা ভৰিলৈ ভালকৈ এবাৰ ভালকৈ চাই ললে। মনতে ক'লে, "ইও স্বদেশী গ্ৰহণ আন্দোলনত আছে যেন লাগিছে।"

অম্বিক ইয়াৰ ভিতৰতে কাপোৰ সলাই ঘৰৰ বাহিৰলৈ ওলাই আহিছে। চিৰন্তাদাৱে পীতাম্বৰৰ পিনে চাই ক'লে,— "অম্বিকক সোধা। ৰ'বা এটা কথা। গৰু কিনিবলৈ যাওঁ বুলি আন কামত ঘূৰি নুফুৰাতো?"

পীতাম্বৰ যেন আকাশৰ পৰাহে পৰিল। "কি কয় খুৰা? ক'ত কি কৰি ফুৰিম? মোৰ তেনেকে ঘূৰি ফুৰা অভ্যাস নাই। অম্বিকে বহুত ঠাই ফুৰিছে। সি থাকিলে মোৰ সাহস হ'ব, সেই কাৰণেহে তাক লগ ধৰিছোঁ।"

অম্বিকে চিৰন্তাদাৰক ক'লে, - "আপনি যদি হাক দেই, নাযাউঁ দাদা"

নেদু দে হাক, কিয়ো দিম? তই গেলি মানুহ ঘৰোৰ কাম এটা যদি হয়, ভালহে পাম!"

"কালিলৈ কেতিয়া যাব খুজিছ? ৰাতিপুৱা হ'লে মই নোৱাৰিম। স্কুললৈ যাব লাগিব। পৰহিৰ পৰাহে বন্ধ।" অম্বিকে পীতাম্বৰক ক'লে

"ঠিক আছে। স্কুল কৰিয়েই যাম। কাইলৈতো সোনকালেই ছুটী দিব। ৰাতি কৰবাত থাকিব লাগিব।"

"এনেয়েও আহোঁতে-যাওঁতে বাহিৰত তিনি-চাৰি ৰাতি থাকিবই লাগিব। হ'ব দে। তেনেহ'লে, কালিলৈ স্কুলৰ পৰা আহিয়েই ওলাম।" ---অম্বিকে ক'লে।

"মই তেনেহ'লে এতিয়া যাওঁ। খাই-বৈ স্কুললৈ যাব লাগিব।"

পীতাম্বৰ গুচি গ'ল। ৰান্ধনি ঘৰৰ পৰা গিৰীশে সকলো কথা শুনি আছিল। তাৰ বুকুখন চিৰিংকৈ গ'ল। ইহঁতে কিবা এটা ঘটাব।

পাছদিনা আবেলি স্কুলৰ পৰা আহি পীতাম্বৰ, ত্ৰিগুণা, বালেক আৰু অম্বিকে চাৰিমান বজাত একোটা মোনা লৈ ওলাই গৈ জাপৰিগোগত যেতিয়া লগ লাগিল, তেতিয়া প্ৰায় আন্ধাৰ হৈছে। জাপৰিগোগৰ পৰা গোটাই থোৱা সা-সঁজুলিবোৰ লৈ হাবিয়ে-হাবিয়ে সিহঁতে ন-মাইলৰ পিনে খোজ ললে। ত্ৰিগুণাই সৰু লণ্ঠন এটা যোগাৰ কৰি আনিছিল। প্ৰত্যেকৰ হাতে হাতে একোডাল চুটি যাঠি আৰু দীঘল লাঠী আছিল। মোনাবোৰ কান্ধত ওলোমাই লৈছিল। ক'লা কাপোৰ এখনেৰে গোটেই গা-মূৰ ঢাকি মাত্ৰ চকুকেইটা উলিয়াই থৈছিল। হাতী-বাঘ থাকিব পৰা ঠাই এৰাই অকোঁৱা-পকোঁৱা বাটেৰে গৈ গৈ সিহঁতে যেতিয়া চিন দি থোৱা ঠাইডোখৰ পালেগৈ, নিশা তেতিয়া আন্দাজ দহমান বাজিছে। লেম্পটো ধোঁৱাত ক'লা পৰি গৈছে। কাতি মাহৰ নিয়ৰত গছৰ পাত আৰু ঘাঁহ-বনবোৰ তিতি আছে। দুফালৰ পাহাৰৰ মাজ ঠাইডোখৰ কুঁৱলীয়ে ঢাকি ধৰিছে। চাৰিওজনে কান্ধৰ মোনাকেইটা একাষৰীয়াকৈ থৈ যাঠি কেইডালেৰে বাটৰ দুয়ো কাষে গাঁত কেইটামান খান্দিলে। ইমান ৰাতি সেইফালেদি কোনো মানুহ অহা-যোৱাৰ ভয় নাই। দিনতে সেইফালেই হাতীৰ জাক অহা-যোৱা কৰে আৰু বাঘো ওলায় বুলি মানুহে কয়। অম্বিকে কেউপিনে শিয়ালৰ সমবেত সংগীতৰ বাহিৰে আন মাত নুশুনিলে। গাঁতকেইটাত বোমাবোৰ পুতি শুকান ডালপাতেৰে ঢাকি দি অটাওঁতে মাজনিশাই পাৰ হ'ল। নিয়ৰত তিতা গছৰ পাত আৰু মাটি লাগি হাত-ভৰিবোৰ লেতেৰা হৈ গৈছে। তলৰ নিজৰাৰ চেঁচা পানীত হাত-ভৰি-মুখ ধুই উঠি অলপ পৰিষ্কাৰ হ'ল যদিও ঠাণ্ডাত কেউটা কঁপিবলৈ ধৰিলে। নিজৰাৰ পাৰতে গছৰ পাত দুখিলামানত লগত লৈ অহা চিৰা-গুৰ চাৰিওজনে খাই ললে। আগদিনা বঙ্কিম আৰু বিনন্দই তাতে চাৰিডাল দীঘল পেং কাটি নিজৰাৰ পানীত ডুবাই থৈ গছৰ ডাল পাতেৰে ঢাকি থৈ গৈছিল। সিহঁতে সেইকেইডাল উলিয়াই ললে। তাৰে দুডাল দুডালকৈ অম্বিক আৰু পীতাম্বৰে লৈ স্কেট্ৰীলৈ আগবাঢ়িল। বালেক আৰু ত্ৰিগুণাই

সিহঁতে নিয়া দীঘল লাঠী চাৰিডালকে পেং হিচাপে লৈ নিশা দুই-আঢ়ৈ বজাতে ঘৰলৈ গৈ শুই থাকিল।

অম্বিক আৰু পীতাম্বৰে পেঙত উঠি গৈ প্ৰায় তিনিমান বজাত সোণাপুৰ পাই মানুহ এঘৰৰ চ'ৰাঘৰতে শুই থাকিলগৈ। পেং চাৰিডাল বাটতে বাঁহৰ জোপোহাৰ মাজত সুমুৱাই থৈ আহিল। গোটেই বাটটো কুঁৱলীয়ে ঢাকি নিঃসাৰ কৰি ৰাখিছিল। পথাৰ আৰু বাৰীবোৰৰ মাজে মাজে শিয়ালৰ হোৱা হোৱা চিঞৰৰ বাবে নিজান বাটটোৰ কেউপিনৰ পৰিবেশ আৰু বেছি জঁয়াল হৈ পৰিছিল। খোলা চ'ৰাঘৰটোৰ মজিয়াত পাৰি থোৱা ঢাৰিত লগত নিয়া কাপোৰ এখন গাত লৈ মোনাৰ টোপোলাতে মূৰ থৈ ভাগৰতে লালকাল দি যি শুই পৰিল, ৰাতিপুৱা গিৰিহঁতৰ কোনোবা একজনে আহি গাত জোকাৰি দিয়াতহে পীতাম্বৰে সাৰ পালে।

"মানুহগিলা কোৰ পৰাণ আছাহনু, কোত যাবি?"

"ক্ষেত্ৰীক যাম কাকা। গৰু কিনবা আহইছু।"

পীতাম্বৰৰ মাত শুনি অম্বিকে সাৰ পাই ধৰমৰাই উঠি বহিল।

"ওঃ বৰ দেৰী হ'ল নেকি এ। হাট নাপাম নেকি?" —অম্বিকে সুধিলে।

পীতাম্বৰৰ সলনি গিৰিহঁতেহে উত্তৰ দিলে,– "পাবি দে, পাবি। ভয় খাবা নালগে। ৰাতিখেন কিমান পৰত পালিনু? খাবা দাৱা কিব হুলনা নাই? মাত নলগ'লি কিয়া?"

পীতাম্বৰে ক'লে,– "আমি আহি পাবাতে তহে খাই বৈ টুপ্‌নিত পৰ্‌চাহ। সেই গতিএ নামতিলু। ঘৰতে খাই-বৈ আইহ্‌ছু। ইতা চাহ একটপা যদি দিয়াহ কাকা, দিবা পাৰাহ। আমি সন্‌কালে যাবা লাগে। ক্ষেত্ৰীৰ হাটত আজি যদি ভাল হাউলা এক যৰা নাপাউঁ, কালি সনাপুৰ নহ'লি ডিগাৰুৰ হাটতো চাবা লাগ্‌বো নহেএও।"

"ৰহ তেনাহলি, মুখ হাত ধুই লো। চাহ পঠে দিবা কঁউ যাই।"

দুবাতি গৰম চাহৰ লগত দুখন বৰ বৰ টেকেলিমুণ্ডত দিয়া নিমখীয়া পিঠা খাই গিৰিহঁতৰ লগত সৌহাৰ্দপূৰ্ণ সম্পৰ্ক এটা স্থাপন কৰি অম্বিকহঁতে ক্ষেত্ৰী অভিমুখে খোজ ল'লে।

"কাকা, কাহ্‌নিবা আৰো অঙইনা পাম, ইফালে, মাত দিবি কিন্তু দেখ্‌লি। পাহ্‌ৰিবি নেকি?" অম্বিকে হাঁহি এটা মাৰি ক'লে।

"কিয়ানু পাহৰিম এ, কালিয়ে সুমবি, ভাত একসাজ খাই যাবি। ময়ো ভাল বলদ পাওঁ নেকি খবৰ এটা কৰিম।"

"দে দে কাকা, পাউৰা-চাউৰা আছে যদি মাৰি থবি। দক্‌ৰি খাম দে কালি। ৰাতি হলি কিজানি থাকিয়ে যাওঁ তোৰ তাত আৰো একৰাতি।" —পীতাম্বৰে ধেমালি কৰি ক'লে।

অম্বিকে মাত লগালে,— "নহয় কাকা, নহয়। ভাত-তাতৰ যোগাৰ নকৰ্‌বি, ক্ষেত্ৰীতে আমি খাই আহিম।"

গিৰিহঁতে দিলখোলা হাঁহি মাৰি ক'লে,— "চিন্তা নাই দে, মোৰ ঘৰোত আঠ-দহ বাকচ পাউৰা আছে।"

হাঁহি-স্ফূৰ্তিৰে গিৰিহঁতৰ পৰা বিদায় লৈ অম্বিক আৰু পীতাম্বৰ দুয়ো বেগাই খোজ ললে। আলিবাট আৰু দুয়োকাষৰ পথাৰ তেতিয়াও ডাঠ কুঁৱলীৰে ঢাক খাই আছে। গাৰ কাপোৰখন কাণ-মূৰ ঢাকি ভালদৰে মেৰিয়াই অম্বিকহঁতে ঠাণ্ডাৰ পৰা নিজক ৰক্ষা কৰিবলৈ যত্ন কৰিলে।

ক্ষেত্ৰীৰ হাটত পচন্দৰ বলদ নাপাই অম্বিক আৰু পীতাম্বৰ পাংদিনা সোণাপুৰ হাটলৈ ৰব লগা হ'ল। কোনো গৃহস্থক আমনি নকৰি ক্ষেত্ৰীৰ পৰা আহি সোণাপুৰ হাটত চালি এখনৰ তলতে নিশাটো কুঁচি-মুচি শুই থাকিল। কপাল ভাল, সোণাপুৰ হাটতে এহাল তজবজীয়া ডেকা বলদ পোৱা গ'ল। হাটতে কোমল চাউল আৰু মাটিৰ মলা দুটা কিনি তাতে তিয়াই কল আৰু গুড়েৰে খাই বলদ হাল লৈ সিহঁত গুৱাহাটী অভিমুখে উভতিল। বাটত বলদ হাল গছত বান্ধি ঘাঁহ খাবলৈ দি গছৰ ছাঁতে জিৰাই-সঁতাই লাহে লাহে আহি ন মাইল পাওঁতে আবেলি বেলি পশ্চিমে ঢলি পৰিছে।

ন মাইল পাৰ হোৱাৰ লগে লগে অম্বিকৰ বুকুখন ধান বনাদি বানিবলৈ ধৰিলে। কিবা হ'লনে? ফুলাৰ চাহাব গৈ গুৱাহাটী পাব পাৰিলেনে? শত্ৰুৰ নিপাত হ'ল নে? পীতাম্বৰৰ মুখতো মাত নাই। সিও নিশ্চয় একে কথাকে ভাবিছে। আঠ মাইলৰ ওচৰ চপাৰ লগে লগে দুয়ো দুয়োৰে পিনে চোৱাচুই কৰিবলৈ ধৰিলে। "কোনো হৰণ-ভগনৰ একো চিন দেখোন নাই! আজি ৩ তাৰিখ? ১ তাৰিখে কিবা অঘটন ঘটা হ'লে আজি ঠাইখন ইমান নিমাও মাও হৈ থাকিব পাৰেনে? নে আৰু আগলৈ, সাত মাইল নেকি?" অম্বিকৰ মনৰ কথা পীতাম্বৰৰ মুখেৰে ওলাই পৰিল,— "ঐ অম্বিক। ইয়াতেই নহয় জানো?"

অম্বিকে কোনোমতে ক'লে,— "হয়, এইডোখৰ ঠায়েই।"

একো নহ'ল। সিহঁত ব্যৰ্থ হ'ল। ইমান আয়োজন অথলে গ'ল।

"বস্তুবোৰ বোধকৰোঁ সেমেকি গৈছিল!"

"সম্ভৱ!"

বাটত আৰু কোনো মাতবোল নকৰি আধা মৰা মন লৈ নিশা আঠ মান বজাত অম্বিকে ঘৰ পাই কোনোমতে কুঁৱাৰ পানীৰে গাটো তিয়াই বিছনাত পৰিলগৈ। বিছনাৰ পৰাই ককায়েক গিৰীশক চিঞৰি ক'লে,— "দাদা, বৰ ভাগাৰ লাগছে। মোক ভাত দিবা নালাগে, ভুখ্ নাই। ঘুমউঁহে।" গিৰীশে বুজিলে অম্বিক আশাভংগৰ দুখত ভুগিছে। নাখাওঁ বুলিছে যেতিয়া তাক কাবৌ-কোকালি কৰি কোনো লাভ নাই। গতিকে গিৰীশে অম্বিকৰ কথাত নামাতিলে।

গিৰীশে চিন্তা কৰি আছিল, —অম্বিকৰ মনটোৰ পৰা তাক খুলি খুলি খাই থকা দুখটো আঁতৰাব পাৰি কেনেকৈ। পাছদিনা কলেজৰ পৰা আহি গিৰীশে দেখিলে অম্বিকৰ কোঠাত পীতাম্বৰ, ত্ৰিগুণা আৰু বালেকৰ লগত অম্বিক বহি আছে। আটাইৰে মুখ বিমৰ্ষ। গিৰীশে সিহঁতৰ ভাব মন নাই কৰা যেন দেখুৱাই নিজৰ কোঠাত কিতাপ-বহী লৈ অম্বিকৰ কোঠাৰ দুৱাৰমুখলৈ আহি ক'লে,— "আমাৰ পৰীক্ষাৰ তাৰিখ দিছে। মই তেজপুৰক যাবা নৰিম যেন লাগছে। তুমিয়ে যাবা লাগবো সনা। আইক ইতা আইহ্বা হাক দিবা লাগ্বো। বৰপেটাৰ ঘৰটু ভাল নকৰাক লগি তাতে থাকক। পৰীক্ষাৰ পাছত ময়ে লৈ আহি বৰপেটাত থৈ আহিম।"

ত্ৰিগুণা, পীতাম্বৰহঁতে গিৰীশক ভয় আৰু সম্ভ্ৰম দুয়োটা কৰে। গিৰীশ অম্বিকৰ কোঠাৰ দুৱাৰমুখত থিয় হোৱাৰ লগে-লগে অম্বিকৰ লগতে সিহঁত তিনিওটা থিয় হ'ল। অম্বিকে গিৰীশৰ কথাখিনি শুনাৰ পাছত ককায়েকক ক'লে,— "মই কেইদিনমানতে ফাঁচিবাজাৰৰ ধানকলটুৰ কামত যোগ দিবা লাগ্বো। তেজপুৰক যাবা লাগ্লি কালিতে যাই পৰ্হি দিনা নহলি চৈথা দিনা ঘূৰি আইহ্বা লাগ্বো।"

"তাকে কৰা ভাল হবো" বুলি কৈ গিৰীশ নিজৰ কোঠাত সোমালগৈ।

গিৰীশ যোৱাৰ পাছত অম্বিকে 'অলপ ওলাই যাওঁ আহ" বুলি ত্ৰিগুণাহঁতক বাহিৰলৈ মাতি নিলে। নৈৰ পাৰৰ পিনে গৈ থাকোঁতে অম্বিকে কৈ গ'ল,— "আমি বৰ কেঁচা কাম কৰিলো। ভৱিষ্যতে আৰু এনে ভুল কৰিব নালাগিব। এতিয়া এইবোৰ বন্ধ কৰি ল'ৰাৰ সংখ্যা দলত আগতে বঢ়াই লব লাগিব। মই তেজপুৰৰ পৰা আহোঁগৈ।"

ত্ৰিগুণাই ক'লে,— "নিজকে বৰ অপদাৰ্থ যেন ভাব হৈছে অ' মোৰ! বৰ বেয়া লাগিছে।"

"বেয়া লগা ভাল লগাটো ডাঙৰ কথা নহয়। কথাটো হৈছে, যি কামকে কৰা যায় খুঁত নোহোৱাকৈ কৰিব লাগে। আমি সেইটো পৰা হোৱা নাই। আমাৰ কামত বহুত খুঁত আছিল।" নিজকে কোৱাদি অম্বিকে ক'লে।

"এইবোৰ কথা বাদ দে এতিয়া। কিছুদিন ব্যায়াম আৰু পঢ়াশুনাতে মনপুতি লগা ভাল হ'ব। পৰীক্ষাও আহিছে।" —পীতাম্বৰে ক'লে।

ইমানপৰ বালেক মনে-মনে আছিল। এইবাৰ সি লাহেকৈ মাত দিলে,— "কিন্তু জাপৰিগোগত থকা মোনাটো?"

"ভাল কথাটো মনত কৰাই দিলি। ঠাণ্ডাত গছৰপাতবোৰ সৰি পৰিলে লঠঙা গছত কোনোবা খৰিকটীয়াৰ চকুত পৰিলে সৰ্বনাশ হ'ব। এৰা, মোনাটো আঁতৰাব লাগিব।" পীতাম্বৰে ক'লে।

ত্ৰিগুণাই ক'লে,— "পীতাম্বৰ আৰু মই কালিলৈ পুঁৱতি নিশাতে গৈ মোনাটো আনি বস্তুখিনি বাকী দুটাৰ লগতে খাৰঘূলিৰ নৈৰ কাষৰ খোৰোঙটোতেই থৈ দিম। শিলৰ খোৰোঙত ভালেই থাকিব।"

অম্বিকে শলাগিলে,— "মাজে-সময়ে কিন্তু চাই থাকিব লাগিব। আৰু বাৰুদখিনিও টোপোলা এটা কৰি ভালকৈ লুকুৱাই থব লাগিব। পাৰিলে কাৰোবাৰ বিয়া যদি পাব, তাতেই ফট্‌কা কৰি ফুটাই শেষ কৰি থবি। বাৰুদ দৰকাৰ হ'লে কিনিবও লাগিব। দুমাহমান য'ক, তইতৰ পৰীক্ষাবোৰো শেষ হ'ক— আকৌ বশিষ্ঠৰ ফালে চানমাৰি অভ্যাস কৰিব লাগিব।"

আলোচনা শেষ কৰি আটায়ে ঘৰাঘৰি গ'ল।

তেজপুৰৰ পৰা উভতি আহি অম্বিকে পাছদিনাই ধানকলৰ কামত যোগদান কৰিলেগৈ। ধানকলত পুৰা আঠ ঘণ্টাৰ কাম, খেপ দুটা। এটা হ'ল ৰাতিপুৱা পাঁচ বজাৰ পৰা দুপৰীয়া ১ বজালৈ আৰু দ্বিতীয় খেপটো হ'ল দিনৰ ডেৰ বজাৰ পৰা নিশা ৯-৩০ বজালৈ। কলবাবু দুজন। এজন আগৰে পৰা কাম কৰি থকা বাঙালী মানুহ। দ্বিতীয়জন হ'ল অম্বিক। আগৰ দুই নম্বৰ কলবাবুজনে ছিলেটত চৰকাৰী কাম পাই গুচি যোৱাত তেওঁৰ ঠাইতে অম্বিক সোমাল। কলবাবু দুজনৰ এসপ্তাহত ৰাতিপুৱা ডিউটি পৰিলে আনজনৰ পাছৰ

সপ্তাহত ৰাতিপুৱাৰ ডিউটি পৰিছিল। দেওবাৰেও বন্ধ নাই। কলবাবুৰ কাম হ'ল গাড়ীয়ে গাড়ীয়ে অহা ধানৰ বস্তাবোৰ গাড়ীৰ পৰা আনি বনুৱাবোৰে ঠিক ঠাইত থৈছে নে নাই, ধানবোৰ ঠিক মতে কলত বানি চাউলবোৰ এটা বস্তাত আৰু তুঁহবোৰ আন এটা বস্তাত ঠিক ঠাইত থৈছে নে নাই, চাউলৰ বস্তাবোৰ সময়মতে চালান দিয়া হৈছে নে নাই,— বনুৱাবোৰে কম্বাত কিবা গাফিলতি কৰিছেনে নাই— ইত্যাদি কামৰ তদাৰক কৰা আৰু সুকীয়া সুকীয়া বহীত হিচাপ ৰখা। বনুৱাবোৰ বেছি ভাগেই বিহাৰী মানুহ, দুই-চাৰিজনহে ওচৰৰ গাঁৱৰ পৰা আহি বিহাৰী মানুহখিনিৰ লগত একেলগে দোকানৰ বাৰাণ্ডাত শুই থকা অসমীয়া মানুহ। অম্বিকে মন কৰিলে যে দুজনমান বিহাৰী বনুৱাই অসমীয়া বনুৱাকেইজনৰ বিৰুদ্ধে সদায় এটা নহয় এটা অভিযোগ দি থাকে। অম্বিকৰ কিন্তু ওচৰৰ গাঁৱৰ পৰা আহি কাম কৰা বনুৱাকেইটা ফাঁকিবাজ বা এলেহুৱা যেন নালাগে। মানুহক পিছে ওপৰে ওপৰে চালে বুজি পোৱা কঠিন। গতিকে কিছুদিন সিহঁতক ভালদৰে লক্ষ্য কৰিবলৈ ধৰিলে।

এদিন সেই একে কেইটা বিহাৰী বনুৱাই আহি অম্বিকৰ ওচৰতো অসমীয়া বনুৱা এজনৰ বিৰুদ্ধে অভিযোগ কৰিলেহি,— "বাবু য়ে আদমি কামচোৰ হ্যায়। বহুত চুস্তি। ইসে নিকাল দিজিয়ে।"

"কি কামচোৰ? মইতো দেখিছো- ঠিকেই কৰিছে।"

"নহী বাবু। ও চাৱল কা সাথ কছড়া মিলাকে বস্তা বনাতে হ্যায়।"

অম্বিকে ক'লে,— "ঠিক আছে। মই চাম বাৰু সি কি বদমাচি কৰে। তই গণ্ডগোল নকৰিবি।"

অম্বিকৰ ধানকলত কাম কৰা তেতিয়া তিনিমাহহে হৈছে। হঠাতে মিলৰ মালিকে অম্বিকক এদিন সুধিলে,— "কাম টাম ঠিক ঠাক চলি আছেতো?"

অম্বিক সচকিত হৈ উঠিল,— "কিয় সুধিলে, কিবা গণ্ডগোল পাইছে নেকি?"

"নাই, নাই। কি গণ্ডগোল। কচু নাই। দুই এক লেবাৰ আচ্ছা নাহি আছে। আপনি চালে ভাল হ'ব। দুচৰা কলবাবু কহিছে। উহাকে পুচি চাব।"

অম্বিকে বুজিলে যে কিবা এটা গোলমাল হৈছেই, সেই বিহাৰী বনুৱাবোৰেই নিশ্চয় কৈছে।

সিদিনা ১ নম্বৰ কলবাবুজন আহোঁতে অম্বিকে সুধিলে,— "দাদা কালি ৰাতি মালিকে দেখোন মোক সুধিলে কাম-কাজ ঠিক-ঠাক চলিছেনে নাই। আপুনি কিবা কৈছে বুজি ক'লে। কথাটোনো কি?"

"আপ্নাক কৈছে নেকি? এই লেবাৰৰ কথা আৰ্ কি!"

"কোন লেবাৰ?"

"এই বিৰাহু না কি নাম।"

"বিলাচ নে কি লেবাৰটোৱে কৈছে নেকি?"

"হাঁ, হাঁ, ঐ বিলাচেই কৈছে।"

"বাৰু, বিৰহুক মাতোঁচোন। আপুনিয়ে সুধিব বিলাচে কোৱা কথাবোৰ সঁচা নেকি। আপুনি বহক, বিৰহুক মই মাতি আনোঁ।"

অম্বিকে চলি থকা কলটোৰ ওচৰলৈ গৈ দেখিলে বিৰহু আৰু তাৰ লগৰ বনুৱাজনে তুঁহ জোকাৰি জোকাৰি তাৰ পৰা চাউল উলিয়াই তুঁহবোৰ অন্য এটা বস্তাত সুমুৱাই আছে আৰু অন্য বনুৱাকেইটামানে তুঁহে-চাউলে ধমাধম বস্তাত সুমুৱাই আছে। সিহঁতৰ মাজত বিলাচো আছে। বিৰহুহঁতৰ তুঁহ ভৰোৱা বস্তাৰ সংখ্যা বিলাচহঁতৰ তুঁহ ভৰোৱা বস্তাৰ সংখ্যাতকৈ কম। অম্বিকে সিহঁতক মুখেৰে একো নকৈ বিৰহু আৰু বিলাচক ১ নম্বৰ কলবাবুৰ ওচৰলৈ মাতি নিলে। অম্বিকো ১ নম্বৰ কলবাবুৰ ওচৰত বহি ললে আৰু ক'লে,— "দাদা কওকচোন কোনে কাৰ কথা কি কৰিছে বুলি কৈছিল।"

"ঐ বিলাচ, তু বলা থা না বিৰহু কম কাম কৰকে পূৰা হাজিৰা লায়া কৰে?"

"হাঁ বাবু, হম জ্যাদা বস্তা বনাতে। ও বহুত কম বস্তা বনাকে সমান হাজিৰা লেতা।"

অম্বিকে বিৰহুক সুধিলে, "হয় না বিৰহুকা? কম বস্তা কিয়ো কৰা?"

"বাবু, তুঁহে মলে একে লাগে থাকে। মলৰ লগত বহুত চাউল থাকে। পতাপৎ ভৰলি তুঁহ-মলৰ লগোত চাউলো বহুত যায়। আমি তুঁহগিলান জাকৰি চাউল খিনি উইলে পাছত জাৰি চাউলখিনি উইলে চাউলৰ বস্তা কৰু।" বিৰহুৱে সেমেনা সেমেনি কৰি ক'লে।

"তুইৰ বস্তাৰ তুঁহগিলান নদীৰ পাৰোত ফেলে দেই দেখুন!" অম্বিকে ক'লে।

"হে দিয়ক বাবু। বিলাচ আজুন উপৰৰ তুঁহ গিলান বেলেগ বস্তাও ভৰয় আৰু তলৰ মলে-চাউলে অন্য বস্তাত ভৰে বস্তাই পতি ৫ পইচাকে মানুহক বিক্ৰি কৰি দি খালী বস্তাকেটা ৰাখি থয়।"

১ নম্বৰ কলবাবুৰ চকু কপালত উঠিল,— "তাই নাকি? তা তোমৰা তুঁচ থেকে আট ঘণ্টায় কত চাল বের কৰ বিৰহু?"

"দিনত ৩/৪ বস্তা হয় বাবু।" —বিৰহুৱে ক'লে।

"তা বিলাচ, এ কথা কি সত্য?"

বিলাচে ক'লে,— "হমলোগ কুচ খাৰাপ্ কামতো কিয়া নহি বাবু। গায়কো খিলানেকো মদদ কিয়া। ধৰম কিয়া বাবু!"

অম্বিকে ১ নম্বৰ কলবাবুক ক'লে,— "দাদা এবস্তা চাউলৰ দাম দুটকা। ইহঁতৰ দিন হাজিৰাও দুটকা। বিৰহুহঁতে মালিকক দিনে কমেও ছটকাৰ চাউল বেছিকৈ দিয়ে আৰু বিলাচহঁতে সেইখিনিতো নকৰেই, কমেও দিনে আঠ অনা পইচাৰ বেপাৰ কৰে-- মালিকৰ ক্ষতি কৰে। গতিকে দোষ কাৰ?" অম্বিকৰ খং উঠিল,— "বদমাচ, চালা। তহঁতে আকৌ বিৰহুহঁতক খেদিবলৈ কব। মোৰ কথা লগাব? যা ভাগ্ নহ'লে মাৰ খাবি।"

বিৰহুলৈ যোপাকৈ চাই বিলাচ কামলৈ গুচি গ'ল।

বিৰহুৱে ভয়ে ভয়ে ক'লে-- "ইহঁতে মোক মাৰিব বাবু!"

"ভয় নকৰিবা, কিবা হ'লে মোক ক'বা। কি কয় দাদা?"— ১ নম্বৰ কলবাবুলৈ চাই অম্বিকে ক'লে।

"ঠিকেই তো, তুমি এখন কাম কৰোগে বিৰহু।"

"যাওঁ বাবু।" —বিৰহুৱে সংকুচিতভাৱে তাৰ পৰা আঁতৰি গ'ল।

অম্বিকে ১ নম্বৰ কলবাবুক ক'লে,— "দাদা, বিলাচহঁতৰ যে কিবা বদমাচি আছে মই তেতিয়াই সন্দেহ কৰিছিলো যেতিয়াই সিহঁতে বিৰহুহঁতক কামৰ পৰা খেদাৰ কথা কৈছিল। এতিয়া আপুনি বুজিলেতো? মালিকক বুজাই কব। আপুনিয়ে ক'ব মই একো নকওঁ। মই এতিয়া যাওঁ।"

ইয়াৰ পাছত তুঁহ গুৰিবোৰ জাৰি চাউল উলিয়াই গৰুৰ দানাৰ বাবে মল আৰু ভঙা চাউলৰ বস্তা বেলেগ আৰু গোটা চাউলৰ বস্তা বেলেগ কৰা হ'ল। ইয়াৰ ফলত ধানকলৰ দৈনিক ২৫/৩০ টকাকৈ ওপৰঞ্চি লাভ হোৱা হ'ল। মালিকে বিৰু আৰু তাৰ লগৰ চাৰিজনক কলঘৰৰ কাষতে ৰাতি শোৱাৰ বন্দবস্ত কৰি দিলে। অসমীয়া কলুৱাকেইটাৰ সু বন্দবস্ত হোৱা যেন পাই অম্বিকেও ভাল পালে।

গিৰীশৰ এফ. এ পৰীক্ষাৰ ফাইনেললৈ এমাহমান থাকোঁতেই অম্বিকে মিলৰ পৰা এসপ্তাহৰ ছুটী লৈ বৰপেটালৈ গ'ল ঘৰটো মেৰামতি কৰাৰ কথা লৈ। ঘৰটোত চন্দ্ৰ চৌধুৰী আছিল। তাত থাকি তেওঁ গণককুছিৰ ঘৰটো সাজি আছিল। ঘৰটো ওলোৱাত কেইদিনমান আগতে তেওঁ পৰিয়াল আনি নিজৰ ঘৰটোলৈ গ'ল। অম্বিকে চন্দ্ৰ চৌধুৰীক লগ ধৰি ঘৰটোৰ মেৰামতিৰ কামখিনি অলপ চাই দিবলৈ অনুৰোধ কৰিলে। নিজে বাঁহ, খেৰ আদি দৰকাৰী বস্তুখিনি কিনি ৰায়তপাৰাত থকা সবেৰীহঁতৰ সম্পৰ্কীয় ভায়েক দুজনক কামখিনি কৰাৰ দায়িত্ব দি পুনৰ গুৱাহাটীলৈ গুচি গৈ কলঘৰৰ কামত যোগ দিলে। এইবাৰ অম্বিকে গিৰীশৰ পৰীক্ষা হৈ নোযোৱালৈকে দ্বিতীয় খেপৰ ডিউটি সদায় লোৱাৰ ব্যৱস্থা কৰিলে যাতে ৰাতিপুৱা ভাত-পানী ৰান্ধি আটাইকে দি থৈ নিশা উভটি গৈ ৰাতিৰ সাঁজ ৰান্ধিব পাৰে। চিৰস্তাদাৰে ছুটীৰ পাছত আহি গুৱাহাটীত দুমাহমান কাম কৰি শৰীৰৰ অসুস্থতাৰ কাৰণে চিৰস্তাদাৰৰ কাম চলাব নোৱৰাৰ বাবে অনাৰেৰি মেজিষ্ট্ৰেট হৈ বৰপেটালৈ গুচি গ'ল। পিয়াৰীমোহনে ডাক্তৰীৰ কামত ৰোগী চাই উভতি আহোঁতে প্ৰায়ে ন দহ বাজে। এই বন্দবস্তৰ ফলত সকলোৰে সুবিধা হ'ল। ৰাতিৰ সাঁজতো আটায়ে গৰম ভাত-আঞ্জা পোৱা হ'ল। লিগিৰাজনে চাউল-দাইল ধুই, আঞ্জা-পাচলি কাটি, শুকান খৰি যতনাই থয়। অম্বিকে আহিয়েই হাত-ভৰি ধুই কাপোৰ সলাই ৰান্ধিবলৈ বহি যায়।

মিলত কাম কৰিলেও অম্বিকে কিন্তু সেৱা-সংঘৰ গুপ্ত কাৰ্যকলাপ বন্ধ কৰা নাছিল। সিহঁতৰ দলৰ আটাইকেইটা আৰু বিনন্দয়ো আগ্নেয়াস্ত্ৰৰ দ্বাৰা লক্ষ্য ভেদৰ অনুশীলন পাল পাতি বশিষ্ঠ, জাপৰিগোগ আৰু খাৰঘুলিত চলাই আছিল। ইতিমধ্যে গোবিন্দ লাহিড়ীৰ ঘৰত অম্বিকে মুকুন্দ দাসৰ গান গাই ফুৰা আৰু মুকুন্দ দাস নিজে গুৱাহাটীলৈ আহোঁতে লগত অহা দয়ানন্দ স্বামীৰ দলত নতুনকৈ সোমাব খোজা সুৰমা উপত্যকাৰ দুজনমান ডেকাৰ লগতো চিনাকি হৈছিল। গোবিন্দ লাহিড়ীৰ মুখত অম্বিকৰ বিষয়ে বহু কথা শুনি ল'ৰাকেইজনে অম্বিকক লগাইছিল বংগদেশৰ দৰে এটা অনাৰ্কিষ্ট পাৰ্টি অসমত খোলাৰ বাবে। অম্বিকে তাইঁতৰ প্ৰস্তাৱত সন্মতি নিদিয়াত ল'ৰাকেইটাই অম্বিকৰ ওপৰত চোকা দৃষ্টি ৰাখিছিল সি ক'ত কি কৰে তাক জানিবলৈ। গোবিন্দ লাহিড়ীয়ে সিহঁতক এটা ইংগিত দিছিল যে অম্বিকৰ এটা জংগী দল আছে। গতিকে অম্বিকৰ কেউপিনে এটা বেষ্টনী আৰম্ভ হোৱাৰ আগন্তুক হৈছিল আৰু এই খবৰ পীতাম্বৰেই অম্বিকক প্ৰথমতে দিছিল। অম্বিক সেই কাৰণে ৰাতি ধানকলৰ পৰা উভতি আহোঁতে বৰ সতৰ্ক হৈ আহিছিল।

এদিন ৰাতি ধানকলৰ পৰা উভতি নৈৰ পাৰেৰে আহি থাকোঁতে অম্বিকে মন কৰিলে এটা ছাঁ তাৰ পিছে পিছে আহি আছে। অম্বিক ৰ'লে ছাঁটোও ৰয় আৰু অম্বিক আগবাঢ়িলে ছাঁটোও আগবাঢ়ে। এনেকৈ কিছুদূৰ অহাৰ পাছত অম্বিকে হাতৰ লাঠীডাল টানকৈ দাঙি ধৰি ঘূৰি থিয় হৈ ডাঙৰকৈ চিঞৰি মাত দিলে,— "এই, কোন? তোক কি লাগে? আগবাঢ়ি আহি নকৰ কিয়?"

অম্বিকে পিছ মুখ দি ৰোৱাৰ লগে লগে ছাঁটোৱেও লাঠী দাঙি আগবাঢ়ি আহিল।

"কলবাবু, তুম ভী জবান ছোকৰা, হম ভী জবান। হমাৰা দুচমনি কোঁ কিয়া? তুমকো খতম কৰ দেগা চাৰা বিহাৰী লোগ।"

মানুহটোৱে লাঠী দাঙি আগবাঢ়ি অহাৰ লগে লগে অম্বিকৰ হাতৰ লাঠী বিজুলীৰ দৰে ঘূৰিবলৈ ধৰিলে। অম্বিকৰ লাঠীৰ কোবত বিহাৰীজনৰ লাঠী ছিটিকি পৰি গ'ল। সি লাঠী তুলি লোৱাৰ আগতে অম্বিকৰ মাৰ খাই, হাত মূৰত আঘাত পাই পিছলৈ ভিৰাই লৰ মাৰি "বাপৰে বাপ" বুলি পলাই গ'ল। পাছদিনা অম্বিকে ধানকললৈ গৈ ১ নম্বৰ কলবাবু আৰু মালিকক ৰাতিৰ ঘটনাটো কোৱাত ১ নম্বৰ কলবাবুৱে ক'লে,- "বিলাচটো মাৰপিট কৰা মানুহ নয়। তুমি ভুল দেখোনি তো।"

"মই বিলাচৰ মাত স্পষ্ট চিনি পাইছোঁ দাদা।"

১ নম্বৰ কলবাবুৱে "আচ্ছা, ও আসলে বিচাৰটা হবে। বিলাচ তো অসুখ বলে কয়েক দিন হ'ল আসে নাই।"

মালিকে স্পষ্টকৈয়ে ক'লে,— "দেখিয়ে অম্বিক বাবু। বিলাচকো হটানা মস্কিল। চাৰা লেবাৰ বিহাৰী। বিলাচকো কুচ কৰনেমে চব লেবাৰ কাম বন্ধ কৰ দেগা। হমাৰা নুকচান হোগা।"

অম্বিকৰ খং উঠিল— "শুনক। আপোনালোক চব বেপাৰী চোৰ। গতিকে চোৰক আপোনালোকে প্ৰশ্ৰয় দিয়ে। এনে ঠাইত মই কাম কৰিব নোৱাৰোঁ। কালিৰ পৰা মই আৰু নাহোঁ।" কথাখিনি কৈয়েই অম্বিক গোঁ গোঁৱাই গুচি গ'ল।

মিল মালিকে পিছফালৰ পৰা "চুনিয়ে বাবু, গুচ্চা মৎ কৰিয়ে। আইয়ে আইয়ে, বিলাচ কামকো আনেসে উসে মোয় জৰুৰ ভাটুংগা। আপ শান্তিসে কাম কিজিয়ে।"

অম্বিক আৰু মিলনৈ নগ'ল।

পৰীক্ষা হৈ যোৱাৰ পাছত গিৰীশে মাকক আনিবলৈ তেজপুৰলৈ যোৱাৰ সময়ত অম্বিকে ককায়েকক ক'লে,— "দাদা, মই ধানকালৰ কাম এৰি দিলো। কিতাপৰ দোকান এখেন দিম। ঘৰ এটা চাইছু। আহা মাহৰ পৰা আৰম্ভ কৰিম। আইক কথাটু ক'ব। দোকানখেন আৰম্ভ কৰাৰ আগতে ময়ো বৰপেটাৰ পৰা আহিম যাই।"

অম্বিকৰ আচলতে মন বৰ বেয়া। নিধিৰামে সিদিনা আহি তাক খবৰ দিলে যে ইন্দুমতী বিধৱা হ'ল। বিয়াৰ কিছুদিন পাছত ইন্দুমতীয়ে তেওঁক আগবঢ়াই থবলৈ সম্বন্ধীয় খুৰাশহুৰেকৰ লগত বোম্বাইলৈ গৈছিল। তাৰ পৰা দক্ষিণাত্যৰ তীৰ্থস্থান কেইখনমান, কন্যাকুমাৰী আদি ফুৰি-চাকি সিহঁতকেইটা কলিকতালৈ উভতি অহাৰ কিছুদিন পাছতে খবৰ পালে যে ইন্দুমতীৰ গিৰিয়েক যিখন জাহাজত বিলাতলৈ গৈছিল সেইখন জাহাজ সাগৰীয় ধুমুহাই বিধ্বস্ত কৰাত তাৰ যাত্ৰী, জাহাজৰ খালাচী আৰু মালপত্ৰসহ জাহাজখন সাগৰত ডুবিল। জাহাজৰ কেপ্টেইন, দুজন খালাচী আৰু সাতজনমান যাত্ৰীৰ কেইজনমানক ঢৌৱে উটুৱাই নি স্পেইনৰ এডোখৰ ঠাইত আৰু বাকী কেইজনমানক সাগৰত জাহাজৰ ভগা কাঠ আৰু ৰবৰৰ চকাত ওপঙি থকা অৱস্থাত মাছমৰীয়া আৰু অন্য জাহাজৰ নাবিককেইজনমানে উদ্ধাৰ কৰিলে। বাকীবোৰ যাত্ৰী আৰু মানুহ কোনোবা কৰবাত ওলাবগৈ নেকি তাৰ বাবে অপেক্ষা কৰি আৰু বহু বিচাৰ খোচাৰ কৰি এমাহ-ডেৰমাহেও কোনো শুংসূত্ৰ নোপোৱা বাবে তেওঁলোকৰ মৃত্যু হ'ল বুলি ধৰি লোৱা হৈছে। সেইসকলৰ ভিতৰত ইন্দুমতীৰ গিৰিয়েকো এজন। জাহাজ কৰ্তৃপক্ষই এই অঘটনৰ বাবে মৰ্মান্তিক দুখ পাইছে আৰু মৃতকৰ পৰিয়ালৰ প্ৰতি সমবেদনা জনাই চিঠি দিছে। খবৰ পাই ইন্দুমতীৰ শাহুৱেকে শয্যা ললে। খুৰাশহুৰেকে ইন্দুমতীৰ মাক-দেউতাকলৈ খবৰ দিয়াত তেওঁলোকে উধাতু খাই কলিকতালৈ গ'ল। লগত ধীৰেশ্বৰো গৈছে।

নিধিৰামে কৈছিল,— "বৰ বেয়া লাগে দে। তাইৰ ভাগ্যত ইটুহে আছিল না? তিয়াঁহৰ জালিৰ দৰে কুমলীয়া নাউমেন ছলি। বিয়াৰ দিনা দেখছিলু নহে, কাপালত দকাদইকা সিন্দুৰৰ ফটাটুই হতি ৰাঙা পদুম এটা যেন দেখা গৈছিল। তাইৰনু কাপালত এনাখেনহে লেখা আছিল না! কি কোৰবো ইতা তাই? ভাবলা নৰা কথা দে! ওঃ ওঃ।"

অম্বিকে মাতিব পৰা নাছিল। তাৰ কলিজাটো কোনোবাই যেন প্ৰকাণ্ড শিল এটাৰে খুন্দা মাৰি ভাঙি চুচুৰ্মা কৰি দিলে। এক ৰোবা শূন্য দৃষ্টিৰে সি

নিধিৰামৰ পিনে চাই ৰ'ল। আচলতে সি নিধিৰামক দেখা নাছিল, দেখিছিল বগা সাজ পিন্ধা এক দীৰ্ঘকেশী নাৰীক। সমগ্ৰ বিশ্বৰ অনন্ত বেদনাই যেন সেই নাৰীৰ মুখমণ্ডল ঘেৰি আছে; দুচকুৰে বৈ আছে প্ৰবল অশ্ৰু বন্যা। সমস্ত পৃথিৱী যেন সেই বন্যাত উটি যাব। এইনাৰীয়েই জানো ইন্দুমতী— অম্বিকৰ স্বপ্নৰ ৰাণী, লজ্জাৱতী কিশোৰী প্ৰিয়া? নে এই নাৰী দৈৱকী, অম্বিকৰ বেদনা জৰ্জৰিত অভাগিনী মাতৃ! সেই নাৰী যেন শতধা বিভক্ত হৈ শত সহস্ৰ নাৰীৰ বেশেৰে তাক ঘেৰি ধৰিলে। মই ইন্দুমতী, ময়ে দৈৱকী— মই নাৰী এই দুৰ্ভগা দেশৰ চিৰ বঞ্চিতা, চিৰ উপেক্ষিতা, চিৰ নিষ্পেষিতা নাৰী, ময়ে তোমাৰ অসম মাতৃ, তোমাৰ জননী! সকলো যেন একাকাৰ হৈ গ'ল। কিয় হ'ল এনে? অম্বিকৰ মনে উত্তৰ বিচাৰি হাহাকাৰ কৰি ফুৰিবলৈ ধৰিলে।

নিধিৰামে কৈ গৈছিল,- - "ইন্দুমতীক লৈ ধীৰেশ্বৰ আৰো মাক পিতাক গয়াত যাই শ্ৰাদ্ধ-পিণ্ডাদি দিবো। কাশী, পুৰী, হৰিদ্বাৰকো যাবো। তাৰ পাছোত কলিকতাত শাউহেকোৰ লগোত ইন্দুমতীক থৈ গুৱাহাটীক ফিৰি আইহ্‌বো। এক বছৰ হৈ যাবাৰ পাছোত ইন্দুমতীক বুলে গুৱাহাটীক আনি তাইক ইস্কুলোত নাম লিখে দিবো। তাইক পঢ়াবো। নহ'লি নু কি লৈ থাক্‌বো তাই? তোক খবৰটুহে দিলু। যাউ দে। মন বেয়া নকৰ্‌বি।"

অম্বিকে একো ক'ব নোৱাৰিলে। স্থানুৰ দৰে নৈৰ পাৰতে বহি থাকিল। গা-পা ধুই নিধিৰাম গুচি গ'ল।

অম্বিকৰ ভাব হৈছিল,— এই সংসাৰ, এই জীৱন— সকলো মিছা। মাথোঁ দুদিনীয়া খেল। তেন্তে এই পৃথিৱী কি,— মানুহে অত জন্ম লাভ কৰে কিয়? এই কেউকাষে ঘেৰি থকা গছ-লতা, ফুল-ফল, পশু-পক্ষী, পোক-পৰুৱা— এইবোৰেই বাৰু আহে ক'ৰ পৰা? এই যে বায়ু, পানী, সূৰ্য-চন্দ্ৰ, গ্ৰহ-তৰা, অনন্ত আকাশ; বিশ্ব বিয়পা ৰং-ৰূপ-ৰসৰ অজস্ৰ পয়োভৰ— এইবোৰ কিহৰ বাবে? কাৰ বাবে? মানুহৰ দৰে এই গছ-লতা, জীৱ-জন্তু, চৰাই-চিৰিকতিৰ মনতো স্বপ্ন আছেনে? তাহাঁতৰো মন আছে নে? নে আটায়েই প্ৰবৃত্তিৰ দাস! মানুহৰ বিবাহো এক প্ৰবৃত্তিৰ তাড়নাই জন্ম দিয়া সামাজিক অনুষ্ঠান নেকি? এই বিবাহৰ প্ৰভাৱ নাৰী আৰু পুৰুষৰ জীৱনত ভিন ভিন কিয়? ইন্দুমতীৰ স্বামীৰ মৃত্যু হোৱাৰ লগে-লগে তাই ছোৱালীজনীৰ জীৱনটো নিৰৰ্থক হৈ গ'ল কিয়? ইন্দুমতীৰ যদি মৃত্যু হ'লহেঁতেন, তাইৰ স্বামীৰ জীৱনটোও শূন্য হৈ গ'লহেঁতেন নে? আৰু জীৱন মানেই বা কি,- মৃত্যুৰ অৰ্থই নো কি? অম্বিকৰ

মনত পৰিল শ্ৰীমন্ত শংকৰদেৱে 'প্ৰহ্লাদ চৰিত্ৰ'ত কৰা বৰ্ণনা—

'মনুষ্যৰো আয়ুসত
বৰিষ সংখ্যাত
অৰ্দ্ধেক বিফলে যায়
জানিবা নিদ্ৰাত।

আয়ু, —ইন্দুমতীৰ স্বামীৰ আয়ু মাত্ৰ বিছৰ্পচিছ বছৰহে আছিল নে? নিদ্ৰা মানে তো অচেতন অৱস্থা, কৰ্মৰ পৰা অব্যাহতি। জীৱন মানে যদি স্বামী বিবেকানন্দই কোৱাৰ দৰে কৰ্ম, মৃত্যুক সেইবাবেই মহানিদ্ৰা বুলি মানুহে কয় নেকি? কিহৰ বাবে এই জীৱন-মৃত্যু? কেনেকৈ ঘটে এইবোৰ, কোনে ঘটায়? এই ঘটনাবোৰ মানুহৰ আয়ত্তৰ বাহিৰত নেকি; এই কাৰণতে সকলো ভগৱানৰ কৃপা, সকলোৰে কাৰণ ভগবান নেকি?

"তুমি কাৰ্য কাৰণ সমস্তে চৰাচৰ।
সুবৰ্ণ কুণ্ডলে যেন নাহিকে অন্তৰ।
তুমি পশু-পক্ষী সুৰাসুৰ তৰু-তৃণ
অজ্ঞানতে মূঢ়জনে দেখে ভিন ভিন।"

কীৰ্তন পুথিৰ 'হৰমোহন'ত মহাদেৱে শ্ৰীকৃষ্ণক কৰা স্তুতি পদৰ একাংশ নিজৰ মনতে গুণগুণাই অম্বিকে তাৰ মন উচাটন কৰা অন্তহীন প্ৰশ্ন জোকাৰি পেলাবলৈ যত্ন কৰিলে। জন্ম-মৃত্যুতো তোমাৰেই সৃষ্টি হে ঈশ্বৰ, তুমিয়েই তো মই, তুমিয়েই ইন্দুমতী। ইন্দুমতীৰ স্বামীও তো তুমিয়েই।

দশ দিগপাল সমে জগত সমস্ত
তোমাতেসে উপজে তোমাতে যায় অস্ত।

আমি মাত্ৰ তোমাৰ আজ্ঞাহে পালন কৰিছোঁ। 'কৰ্মেণ্য অধিকাৰস্তে, মা ফলেসু কদাচন।" গীতাৰ বাণীয়েই ঠিক। মানুহৰ কৰ্তব্য কেৱল নিষ্কামভাৱে কাম কৰি যোৱা, কি হ'ল কি নহ'ল— তাত বিচাৰ কৰা মানুহৰ কাম নহয়।

মনৰ পৰা সকলো চিন্তা জাৰি-জোকাৰি অম্বিক বহাৰ পৰা উঠি ঘৰলৈ খোজ ললে। সিদিনাই অম্বিকে ঠিক কৰিছিল সি ধানকলত হিচাব-নিকাচ, চুৰি চামাৰিৰ বিচাৰত সময় নষ্ট নকৰে। সেই কাৰণেই তাৰ ধানকলৰ কামটো এৰি দিবলৈ অকণো অসুবিধা নহ'ল। কিতাপৰ দোকানেই দিব সি, তাকে

অৱলম্বন কৰি সি স্বাধীনতাৰ বাণী প্ৰচাৰ কৰিব, সেৱা সংঘৰ বাবে ল'ৰা গোটাব।

গিৰীশে মাকক তেজপুৰৰ পৰা আনিবলৈ যোৱাৰ দুদিন পাছৰ পৰা নামনিমুৱা যাত্ৰীবাহী জাহাজখন গুৱাহাটী জাহাজঘাট পোৱা সময়খিনিৰ বহু আগৰে পৰা গৈ অম্বিকে জাহাজঘাটত ৰৈ থাকে। দৈৱকী গুৱাহাটীত নমাৰ কথা নাই। তেজপুৰৰ পৰা পোনে পোনে বৰপেটা পোৱাৰ কথা। জাহাজৰ সময় সদায় এক-ডেৰ ঘণ্টা আগপিছ হয়। ঘাটত জাহাজ ৰোৱাৰ সময়খিনিতে দৈৱকীয়ে নৈত জোবোৰা এটা মাৰি পাৰত খুঁটি চাৰিটা পুতি কাপোৰেৰে আচ্ছুতীয়াকৈ ঘেৰি দিয়া ঠাইখিনিত বহি তিতা গাৰেই ফলাহাৰ কৰি উঠি কাপোৰ সলাই জাহাজত উঠিব। অম্বিকে বাঁহৰ খুঁটি চাৰিটা, এখন ৰবকাপোৰ আৰু পকা অমিতা, কল, নুৰিয়াই অনা কলপাত কেইখিলামান কটাৰী এখনেৰে সৈতে মোনা এটাত ভৰাই লৈ আহে। জাহাজখন আহি পোৱালৈকে ৰৈ থাকি মাক বা ককায়েকৰ কাকো নেদেখিলে পুনৰ বৰপেটীয়া পাৰাৰ ঘৰলৈ গৈ পকা অমিতা আৰু কলখিনি চিৰন্তাদাৰ আৰু পিয়াৰীৰ কাৰণে বন কৰা ল'ৰাটোক দি দিয়ে।

এনেদৰে চাৰি-পাঁচ দিন এহা-যোৱা কৰাৰ পাছত গিৰীশ আৰু দৈৱকী অহা জাহাজখন গুৱাহাটীৰ ঘাটত লাগিল। ডকত থিয় হৈ থকা দৈৱকীহঁতক দেখা পায়েই অম্বিক মোনা-গোঁজ সমন্বিতে একে লৰে জাহাজৰ ডকত উঠিলগৈ। হাতৰ গোঁজ আৰু মোনাটো ডকৰ ৰেইলিঙতে আওজাই থৈ অম্বিক মাকৰ ভৰিত দীঘল দি পৰিল। মাকৰো আবেগত মাত থোকা-থুকি হ'ল, দুচকুৰে আনন্দাশ্ৰু বাগৰিবলৈ ধৰিলে।

"আইহ্‌লু দে বাপা ঘৰক লগি। তোৰ গা তা ভালে আছে না? হৰমোহন দাদে, পিয়াৰী ভালে-কুশলে আছে না?"

"চোব ভালে আছে আই। একো চিন্তা কৰ্‌বা নাল্‌গে। দাদা: আইক পাৰক লগি নামে আনক। মই খুঁটি কেটা পুতি ঠাইখেন ঠিক কৰি দেউঁ।" অম্বিক একে লৰে পাৰ পালেগৈ।

গিৰীশৰ হাতত ধৰি দৈৱকী পাৰলৈ আহি সলাব লগা কাপোৰসাজ খুটি এটাতে ওলোমাই থৈ নাৱে আঁৰ কৰি ৰখা ঠাই এডোখৰত সন্তৰ্পণে গা জাবোৰা মাৰি চাদৰখনেৰে মেখেলাসহ গোটেই গাটো ভৰেমুৰে ঢাকি অম্বিকে সাজু কৰি থোৱা নব কাপোৰৰ ঘেৰৰ মাজত সোমালহি। তিনিও মাক পুতেকে

পকা অমিতা, কল আৰু কেঁচা·তিয়ঁহ অতি তৃপ্তিৰে হেঁপাহ পলুৱাই খালে। খোৱাৰ পাছত কাপোৰ সলাই জাহাজলৈ উভতিবলৈ সাজু হোৱাৰ লগে লগে অম্বিকে মাকৰ তিতা কাপোৰযোৰ নৈৰ পানীত ভালকৈ আওদালি অঁটাই ছেপি আনি গিৰীশৰ হাতত দিলে, "দাদা, কাপুৰখিনি জাহাজৰ ৰেইলিঙতে শুখে-আবে লবো।"

দৈৱকীয়ে অম্বিকক বুকুত সাবটি লৈ ক'লে,— "নাউ বাপা, তই অলপ নিজক চাম্ভালি চলবি। দাদেৰো বিয়া খেন পাত্‌বা লাগে। সাত সত্তৰে ভাবি চিন্তি মই বৰপেটাতে আহি থাকাৰ ঠিক কৰ্‌লু। লক্ষ্মী-ৰোহিণীৰো পাছ বিয়া হৈ গেল। মোৰ এথেন আৰু অন্য লেঠা-পিঠা নাই। নিজা ভিঠা এটা থাকাতে ভাইৰ ঘৰত পৰি থাকাটু ঠিক নহয়। নিজে নাথাকিলি ঘৰ খেনো ঘৰ হৈ নাথাকে। ভাঙা চিঙা হলিও নিজোৰ ঘৰ। তুহঁন দুই ভায়ে মানুহ হৈ উঠ্‌লি ঘৰটুও ভালকে বান্ধি লবা পাৰ্‌বি। ভগৱানৰ উপৰত বিশ্বাস নহৰবি বাপা, দুয়ো ভায়ে ইটুই সিটুক চাবি। মামেআহাক নাপাহ্‌ৰিবি। টানে-আপদে তুহঁনে তাহাঁক চাবা লাগ্‌ব। ভাল্‌কে চল্‌বি দে বাপা"। অম্বিকৰ কপালত চুমা এটা খাই দৈৱকী জাহাজত উঠিল।

মাক আৰু ককায়েক দুয়োকো সেৱা কৰি অম্বিকে লাহেকৈ ক'লে,— "দাদা, আপনিতো পৰীক্ষাৰ ফল নলক লগি ডেৰ-দুই মাহ বৰপেটাত থাক্‌বোই। মই দুই মাহমান পাছোত হে বৰপেটাক যাবা পাৰিম। বৰপেটাৰ পৰা অহা-যোৱা কৰি থাকা মানুহৰ হাতোতে খা-খবৰ পথে থাকিম। চিন্তা নকৰ্‌বো। আই, মোক লগি চিন্তা নকৰ্‌বা। ভালকেই চলচু, চলিমো।"

গিৰীশে মনতে ভাবিলে,— "ভালদৰে চলিলেই হ'ল।" মুখেৰে একো নক'লে।

জাহাজখনৰ ডকৰ ৰেইলিঙতে ধৰি দৈৱকী আৰু গিৰীশে অম্বিকলৈ চাই ৰ'ল। অম্বিকে একে ঠাইতে থিয় হৈ ৰ'ল। চকু দুটা তাৰ ঘনে ঘনে বাষ্পাকুল হৈ উঠিছিল। দুখুনী মাকক সি শান্তি দিব পাৰিবনে?

অম্বিকৰ মনত মাকৰ এটা কথাই বৰকৈ খুন্দিয়াই থাকিল। "ভাঙা-চিঙা হলিও নিজোৰ ঘৰ। তুহঁন দুইভায়ে মানুহ হৈ উঠ্‌লি ঘৰটুও ভালকে বান্ধি লবা পাৰ্‌বি।" নিজৰ ঘৰ, নিজৰ ঠাই, নিজৰ দেশ। দেশখনত থকা আমি আটাইবোৰেইতো একেগৰাকী দেশমাতৃকাৰ সন্তান। আমি আটায়ে মানুহ হ'লেহে দেশৰো জৰাজীৰ্ণ ৰূপৰ সলনি কৰি দিব পৰা যাব। কিন্তু আমি মানুহ

হম কেনেকৈ? মানুহ হোৱাৰ শিক্ষা আমাক কোনে দিব? বৃটিছেতো আমাক গোলাম কৰিয়েই ৰাখিব খুজিছে— আজ্ঞাবহ ভৃত্য; যেন ভাৰবাহী পশু! নিজৰ কোনো চিন্তা শক্তি নোহোৱা, অকল খাই বৈ সাজি-কাচি জৈৱিক তাড়নাত বিদেশী শাসকৰ উচ্ছিষ্ট লৈ নিশ্চিন্ত নিৰুপদ্ৰৱ এক কৃতদাসৰ জীৱন যাপন কৰা মানুহ নামৰ এজাক জীৱ। এনে জীৱনে দেশ আৰু জাতিক মহিমান্বিত কৰিব পাৰেনে? দেশ আৰু জাতিৰ আপোন ঐশ্বৰ্যক ৰক্ষা কৰিব পাৰেনে? আজি অসমৰ অৱস্থা অম্বিকহঁতৰ ভগাছিগা পিতৃভিঠাটোৰ দৰে। অম্বিক আৰু গিৰীশে নিজৰ ভৰিত থিয় হৈ সম্পূৰ্ণ আত্মপ্ৰত্যয়েৰে যদি সেই ঘৰ গঢ়ি নোতোলে, সি ভাগিছিগি নিচিহ্ন হৈ যাব। দেশৰ প্ৰতিজন ব্যক্তি, প্ৰতিটো পৰিয়ালৰে ব্যক্তিগত আশ্ৰয় নিজৰ ঘৰখন এই দেশৰ মাটিতে আছে। তাৰ দেশখন যদি ৰক্ষা নপৰে, ঘৰখন থাকিব ক'ত? বৃটিছেতো দেশখন শেষ কৰিবলৈকেই খুজিছে। সিহঁতেনো আমি হাক দিলে শুনিবনে? আমি যদি শক্তিৱান নহওঁ; সিহঁতৰ অস্ত্ৰ-শস্ত্ৰ , সিহঁতৰ সৈন্যবলক ওফৰাই দিব পৰা শাৰীৰিক আৰু মানসিক শক্তি যদি আমি অৰ্জন কৰিব নোৱাৰোঁ,— সিহঁতে আমাক সমীহ কৰিব কিয়? আমাৰ দাবী মানি লব কিয়? শ্বিলং-গুৱাহাটীৰ ৰাস্তাৰ অভিযানটো তেনেই ফাং ফুং হ'ল। মনত পৰিলে অম্বিকৰ বৰ লাজ লাগে। বৰ কেঁচা হৈ আছে সিহঁত। চিন্তা, কৰ্মত অব্যৰ্থ নিপুণতা আহৰণ কৰিবলৈ সিহঁতৰ বহু দিন লাগিব। বিশ্বাসী সদস্যৰ সংখ্যাও বঢ়াব লাগিব। জনা-বুজা মানুহ এজনৰ লগত আলোচনা কৰিব পাৰিলে ভাল আছিল। নবীন বৰদলৈয়ে,— এৰা, নবীন বৰদলৈৰ লগতে আলোচনা কৰিব লাগিব।

অম্বিক যেতিয়া নবীন বৰদলৈৰ তালৈ যায়, তেতিয়া গধূলি হওঁ হওঁ। বৰদলৈয়ে কাচাৰীৰ পৰা আহি জা-জলপান কৰি অলপ জিৰাইছিল। অম্বিকে গৈ মাত দিয়াত ওলাই আহি বৈঠকখানাত বহিল।

"কিহে, বহুত দিনৰ মূৰত দেখোন!"

"এৰা ককাইদেউ, বৰ দৰকাৰী কথাত আহিলো।"

"কোৱাচোন, কি কথা।"

অম্বিকে আৰম্ভ কৰিলে,— "ককাইদেউ! আপুনিয়েই কৈছিল যে বৃটিছ চৰকাৰৰ পৰা অসমীয়াই তাৰ প্ৰাপ্য পোৱা নাই। অসমৰ সমস্যাবোৰ বৃটিছ চৰকাৰে সদায় অৱহেলা কৰি আহিছে! নিজৰ ভাষাটোকে স্কুল-কাচাৰীত চলাবলৈ কতদিন যুঁজিব লগা হ'ল। খেতিৰ মাটিখিনিও বৃটিছ চৰকাৰক খুজি

মেলি ললেহে হয়। পঢ়া-শুনা কৰিও চাকৰি নাপায়-- অসমৰ বাহিৰৰ মানুহবোৰ তাত আগৰে পৰা সোমাই আছে। সেই মণিৰাম দেৱান, আনন্দৰাম ঢেকিয়াল ফুকনৰ দিনৰ পৰাই আবেদন নিবেদন চলি আছে। আপোনালোকওতো দিছে! কিবা ফল পালে জানো? ফুলাৰে আহি আমাৰ অসমীয়াখিনিকো হিন্দু-মুছলমান দুভাগ কৰি থৈ গ'ল। এতিয়া কি কৰাৰ কথা ভাবিছে? আমাক কি কৰিবলৈ কয়?"

"শুনা, ৰাজ্য পৰিচালনাৰ বাবে বেলেগ বেলেগ পদ্ধতি আছে। আগতে আমাৰ দেশত ৰাজতন্ত্ৰ আছিল। বৃটিছ অহাৰ পাছত ৰাজ প্ৰতিনিধিৰ দ্বাৰা চৰকাৰ চলোৱাৰ ব্যৱস্থা হ'ল। ৰাজ-প্ৰতিনিধি বা বৰলাটক সহায় কৰিবলৈ ইম্পেৰিয়েল কাউন্সিল এখন আছিল আৰু সদস্যবোৰ ইংৰাজেই আছিল। পাছতহে ইণ্ডিয়ান কাউন্সিল আইনখন কৰি তাত এই দেশৰ মানুহকো কাউন্সিলত সুমুৱালে। অসম ৰাজ্যৰ পৰা যিজনক ইম্পেৰিয়েল কাউন্সিললৈ বৃটিছ চৰকাৰে বাছি পঠিয়াইছিল তেওঁ আছিল অসমৰ ইংৰাজ চাহ খেতিয়কসকলৰ প্ৰতিনিধিহে। আমাৰ কথা বৃটিছ চৰকাৰক ক'বলৈ কোনো নাই। সেই কাৰণেই আমাৰ কথা স্মাৰকপত্ৰৰ যোগেদিয়েই ক'ব লাগিব। তাৰ বাবেই লাগে সংগঠন আৰু মানুহ সজাগ হ'লেহে সংগঠন শক্তিশালী হয়।"

"আমিতো তাকেই কৰিবলৈ যত্ন কৰিছোঁ, কিন্তু মানুহবিলাকৰ ইমান ভয়। আপোনাক যে কৈছিলো বৃটিছক খেদিব পৰা এটা যুঁজাৰু দল খুলিম বুলি,— খুলিছোঁও; কিন্তু বেছি ল'ৰা গোটাব পৰা নাই। মৰাৰ ভয়, ধৰা পৰাৰ ভয়।"

বৰদলৈয়ে গহীন হৈ অম্বিকলৈ স্থিৰ দৃষ্টিৰে চাই ক'লে,— "যুঁজাৰ বাবে সাহস লাগে, শক্তিও লাগে। যোদ্ধা হ'লেই নহয়, নিপুণ যোদ্ধা হ'ব লাগিব।" অলপ বৈ তেওঁ আকৌ ক'লে;— "কিন্তু তোমালোকে যিবোৰ কৰিছা, তাৰ দ্বাৰা বৃটিছ চৰকাৰৰ কিবা ক্ষতি কৰিব পাৰিছানে? বা কৰিব পাৰিবা বুলি ভাবিছানে? গোটেই ভাৰতবৰ্ষতে এতিয়া বৃটিছৰ শাসন। দেশৰ সৈন্য-সামন্ত সকলোবোৰ তেওঁলোকৰ হাতত। বিষয়া-কৰ্মচাৰী সকলোবোৰৰে অন্নদাতা বৃটিছ চৰকাৰ। এই মানুহবোৰ সহজতে বৃটিছৰ বিৰুদ্ধে যাব বুলি ভাবানে?"

অম্বিক অলপ উত্তেজিত হৈ উঠিল,— "পৰৰ গোলাম হৈ থাকিও সুখে-সন্তোষে খাই-বৈ জী থাকিবলৈ যে লাজ নোপোৱা হৈছে আমাৰ মানুহবোৰে— এইটো বৰ দুখৰ কথা নহয় নে ককাইদেউ? আমি অসমীয়াবোৰৰতো চেতনা বোলা বস্তুটোৱেই নাই। বাঙালী ডাঙৰীয়াসকলক দেখি আমাৰবোৰেও নিজক

বাবু বুলিলেহে ভাল পায়। বাঙালী মানুহখিনি কিন্তু আমাতকৈ বহু বেছি সচেতন। আমাৰ কীৰ্তন দৌল-পছতি উৎসৱবোৰ দেখোঁ নোহোৱাই হ'ল। বাঙালীসকলৰ পূজা-উৎসৱহে অসমীয়াৰ উৎসৱ হ'ল। এই সকলোবোৰৰ মূলতে বৃটিছ নহয় জানো? বৃটিছক নেখেদিলে এই অৱস্থাৰ পৰাতো আমাৰ উদ্ধাৰ নাই। বৃটিছৰ লগত দেখাদেখি যুদ্ধ কৰাৰ আমাৰ ক্ষমতা নাই, কিন্তু সিহঁতক ভয় খুৱাবতো আমি পাৰোঁ! ভয় খুৱাব পাৰিলে নিশ্চয় পলাব। কিন্তু আচল্ কথা হৈছে একলগ হোৱাটো।"

"শুনা অম্বিক, উত্তেজিত হৈ বা খং কৰি কোনো লাভ নাই। কিবা কৰিব লাগিলে, যিহকে কৰা ভাবি-চিন্তিহে কৰিব লাগে।"

"নহয় ককাইদেউ, ভাবিলেই মোৰ মূৰ গৰম হৈ যায়।"

"বাৰু, বাৰু! কিবা কৰিব খুজিলে মোক আগতে জনাই থবা। এবাৰ-দুবাৰ সাৰি গ'লা বাবে সদায়ে সাৰি যাবা বুলি নাভাবিবা।"

অম্বিকে অবাক হৈ বৰদলৈৰ পিনে চকু তুলি চাই দেখিলে তেওঁ তাৰ পিনে স্থিৰ দৃষ্টিৰে চাই আছে। বৰদলৈয়ে গহীন সুৰত ক'লে,— "আমাৰো চোৰাংচোৱা আছে!"

তাৰ মানে তাহাঁতৰ দলৰে কোনোবাই কিবা কৈছে নেকি? ঠিক নাই। অম্বিক অলপ সময় মনে-মনে থাকি ক'লে,— "ককাইদেউ, মই দুই-এদিনতে লাখটকীয়াত কিতাপৰ দোকান এখন খুলিম। বাতৰি-কাকত, আলোচনী আদিও ৰাখিম। অসমীয়া-বাংলা, ইংৰাজী— সকলো ভাষাতে ৰাখিম।"

"ভাল কৰিছা। অসমীয়া কাকত-কিতাপখিনি ময়ে যোগাৰ কৰি দিম।"

"তেনেকৈয়ে ল'ৰা গোটাম ককাইদেউ। মই এতিয়া যাওঁ।"

গোবিন্দ লাহিড়ীয়েও অম্বিকক 'স্বদেশী' বাণী বহন কৰা বাংলা কাকত, কিতাপ কিছুমান গোটাই দিলে। ইংৰাজী বাতৰি-কাকত টাইমছ অব ইণ্ডিয়া, ষ্টেটছমেন, অমৃত বাজাৰ পত্ৰিকা, বাংলা বাতৰি কাকত 'বন্দে মাতৰম' প্ৰকাশৰ যো-জা কৰা 'যুগান্তৰ' আদি কাকতৰ বাহিৰেও 'বংগদৰ্শন', 'কহিনুৰ' আদি স্বদেশী আন্দোলনৰ সমৰ্থক আলোচনীৰ এজেন্সি লাহিড়ীয়েই অম্বিকক যোগাৰ কৰি দিছিল। বৰদলৈয়ে অসমীয়া পাঠ্যপুথি, তেতিয়ালৈকে ছপা হোৱা অসমীয়া কিতাপ, কাকত, আলোচনী আদি অনাই দিয়াত অম্বিকৰ কিতাপৰ দোকানখনত গ্ৰাহকৰ সংখ্যা ক্ৰমে বাঢ়ি আহিবলৈ ধৰিলে। বাতৰি-কাকত কিনা আৰু পঢ়া

বহু লোকৰ সমাগম হোৱা দেখা গ'ল। অম্বিকে কলিকতাৰ পৰা অহা কাকত-আলোচনী সংগ্ৰহ কৰা, বৰদলৈৰ পৰা অসমীয়া কাকত-কিতাপ গোটোৱা আৰু খোৱা-বোৱা কৰিবলৈ যোৱা সময়খিনিৰ বাহিৰে দিনটোৰ প্ৰায়খিনি সময় দোকানখন খুলি ৰাখি বহি থকা হ'ল। স্বামী বিবেকানন্দ, অৰবিন্দ ঘোষ, বংকিম চন্দ্ৰ আদিৰ ৰচনাৰ লগত অম্বিকৰ পৰিচয় ঘটিল। ইংৰাজী কাকতবোৰ পঢ়ি ইংৰাজী ভাষাটোৰ ওপৰতো কিছু জ্ঞান আয়ত্ত কৰি ললে। কলিকতাৰ পৰা অসমলৈ স্বদেশী আন্দোলন ব্যাপক কৰাৰ উদ্দেশ্য লৈ অহা যুবককেইজনমান এদিন অম্বিকৰ কিতাপৰ দোকানখনলৈ আহিল। তেওঁলোকে 'যুগান্তৰ সমিতি'য়ে সমগ্ৰ ভাৰততে বিপ্লৱী চিন্তাধাৰা আৰু কাৰ্যপন্থাৰ দ্বাৰা যুবক সমাজক জাতীয়-চেতনাৰে উদ্বুদ্ধ কৰি বৃটিছ শাসনৰ বিৰুদ্ধে সংগঠিত কৰিবলৈ লোৱা প্ৰচেষ্টাৰ বিষয়ে কৈ অম্বিকক ক'লে,— "গোবিন্দ লাহিড়ীৰ কাছে আপনাৰ কথা অনেক শুনেছি। তিনি জানিয়েছে, আপনি নাকি খুব ভালো 'স্বদেশী কৰ্মী'। আমৰা ভাবি, বিপ্লৱ শুধু চিন্তায় বা কথায় হয়না। কৰ্মেও হতে লাগে। আমাদেৰ বাৰীন্দ্ৰ ঘোষ, উল্লাস কৰও আসাৰ কথা ছিল কিন্তু অন্য কাজে ব্যস্ত থাকায় আসতে পাৰলেন না। লাহিড়ীৰ থেকে শুনেছি তিনি নাকি আপনাকে এখানেও একটি বিপ্লৱী দল গঠন কৰাৰ কথা বলছিলেন। আপনাকে আমৰা কয়েকজন যুবক দিতে পাৰি বোমা বাৰুদেৰ ব্যৱহাৰ ভালো কৰে শেখাবাৰ জন্যে।"

অম্বিকে বুজিলে উপেন সেনে গোবিন্দ লাহিড়ীক কিবা এক ইংগিত দিছে, যাৰ ফলতে এই যুবকসকলৰ তাৰ দোকানত আবিৰ্ভাব ঘটিছে। সি তৎক্ষণাৎ হা না একো নক'লে। মাত্ৰ ক'লে,— "দেখুন। এই দোকানটা আৰম্ভ কৰেছি আমাৰ 'স্বদেশী আদৰ্শ আৰু জীৱিকা দুটোকেই একসংগে চালাবাৰ জন্যে। আমি তাকে এখ্খুনি বিপদাপন্ন কৰতে চাইনা। আপনাৰা কি কাজে কোথা থেকে এসেছেন তাও জানি না। অৰবিন্দ ঘোষেৰ নাম শুনেছি কিন্তু বাৰীন্দ্ৰ ঘোষকে জানিনা। এখানে স্বদেশী গ্ৰহণ বিদেশী বৰ্জন নীতিৰ সমৰ্থক অনেক কয়জন আছে। কিন্তু বোমা-বাৰুদেৰ সংগে জড়িত লোক নেই। আমি অবশ্যে ভয় কৰিনে। কিন্তু এসব পাবো কোথায় বলুন?"

যুবক কেইজনে কথা আৰু আগ নবঢ়াই অম্বিকক 'মুক্তি কোন পথে' আদি কিছু কিতাপ দি 'আচ্ছা, আমৰা আৰ একদিন আসবো' বুলি কৈ গুচি গ'ল।

দিনটো দোকানত বহিলেও অম্বিকে নিশাৰ ভাগত বশিষ্ঠলৈ গৈ চানমাৰিৰ অভ্যাসটো মাজে-সময়ে কৰি আছিল। সেই অনুশীলনলৈ পীতাম্বৰ আৰু

ত্ৰিগুণাও পাল পাতি গৈছিল। অম্বিকে ত্ৰিগুণা আৰু পীতাম্বৰক যুবককেইজন সম্পৰ্কে খা-খবৰ লৈ অম্বিকক জনাবলৈ ক'লে। দুদিন পাছত পীতাম্বৰে আহি অম্বিকক দোকানতে লগ ধৰি খবৰটো দিলেহি। কলিকতাৰ পৰা অসমত বিপ্লবী সংগঠন আৰু জাতীয় জাগৰণৰ কাম লৈ দুজন যুবক গুৱাহাটীলৈ অহাটো মিছা নহয়। কেশৱে কথাটো জানে। গোবিন্দ লাহিড়ীয়ে তেওঁলোকক থকা-মেলাৰ বন্দবস্ত কৰি দিয়ে। তেওঁলোকে এঠাইত এৰাতিতকৈ বেছি দিন নাথাকে। বিভিন্ন সময়ত বিভিন্ন বেশত বেলেগ বেলেগ মানুহক দেখা কৰি ফুৰে। পীতাম্বৰৰ পৰা সবিশেষ জনাৰ পাছত ত্ৰিগুণাৰ লগত আলোচনা কৰি অম্বিকে ঠিক কৰিলে, গোবিন্দ লাহিড়ীৰ লগত কথা হ'ব। সিদিনাই গধূলি চাৰে সাতমান বজাত দোকান বন্ধ কৰি সি আসাম ভেলি ট্ৰেডাৰ্ছ ওলালগৈ।

অম্বিকে যেতিয়া গৈ পায়, গোবিন্দ লাহিড়ীয়েও দোকান বন্ধ কৰিবলৈ ওলাইছে। অম্বিকক বহুদিনৰ মূৰত দেখি তেওঁ বৰ ব্যস্ততাৰে মাত দিলে,— "এই যে অম্বিক, আহা আহা। বহুদিনৰ মূৰত আহিলা। ভিতৰতে সৌ ফালে বহোঁ আহা।" দোকানৰ দুৱাৰকেইখন ভিতৰৰ পৰা বন্ধ কৰি লাহিড়ীয়ে অম্বিকক ভিতৰৰ সৰু কোঠাটোলৈ মাতি লৈ গ'ল।

ভিতৰৰ এই সৰু কোঠাটোলৈ অম্বিক আগতেও আহিছে। আগতে তাত স্বদেশী মিলৰ কাপোৰ গাঁথ গাঁথকৈ জমা কৰি থোৱা আছিল। এচুকত মাত্ৰ এখন সৰু মেজ আৰু তিনিখনমান কাঠৰ চকী আছিল। মাজে-সময়ে তাতে বহি চাহ খোৱাৰ লগতে স্বদেশী আন্দোলনৰ কথা আদি আলোচনা কৰিছিল। আজি কোঠাটোত সোমাই অম্বিকে দেখিলে, কাপোৰৰ গাঁথ কেইটামান তাত বিছনাৰ দৰে সজাই থোৱা আছে আৰু তাত ড়াঢ়িয়ে-গোঁফে জবৰজং পাঞ্জাবী মানুহ এজন শুই আছে। কোঠাত সোমায়েই গোবিন্দ লাহিড়ীয়ে মানুহজনক মাত দিলে,— "ওই হে, ওঠ ওঠ। দেখ, অম্বিক এসেছে!"

মানুহজন লগে লগে উঠি বহিল। "এসেছেন? ভালই কৰেছেন। আমিও আপনাৰ কাছে যাওয়াৰ কথাই ভাবছিলাম!" অম্বিকক উদ্দেশ্য কৰি মানুহজনে ক'লে। "আমৰা আবাৰ মায়েৰ ভক্ত। মায়েৰ প্ৰাসাদ নিয়ে একটু আৰাম কৰছিলাম।"

অম্বিকে বুজিলে পাঞ্জাবীৰ বেশত মানুহজন বাঙালী যুবক আৰু 'মায়েৰ প্ৰাসাদ' বুলি তেওঁ মদ খাইছে, মেজত মদৰ আধা খালী বটল এটাও দেখিলে।

মানুহজনক একো নকৈ গোবিন্দ লাহিড়ীৰ পিনে চাই অম্বিকে সুধিলে,— "এইবোৰ কি, লাহিড়ী দা?"

গোবিন্দ লাহিড়ীয়ে যুবকজনলৈ চাই ক'লে,— "বলো, তুমিই বলো বুঝিয়ে।"

যুবকজনে অম্বিকৰ পিনে চাই ক'লে,— "আমাদেৰ মন্ত্ৰ বন্দে মাতৰম। মা আমাৰ শ্ৰীময়ী দুৰ্গা। কখনো তিনি কৰালী কালী, চামুণ্ডা— নৰ মুণ্ডেৰ মালা গলে। ঐ মালা আমাদেৰই গাঁঠিতে হ'বে— পূজোৰ জন্যে। মায়েৰ আশীৰ্বাদ না হ'লে তা হবে কেমন কৰে? মায়েৰ প্ৰাসাদ গ্ৰহণ মানেই তো মায়েৰ আশীৰ্বাদ পাওয়া। তা এখন এসব থাক। আপনি এসে ভালই কৰলেন। আমি কয়েকজন যুবক পেয়েছি, কিন্তু আপনি তাদেৰ চালক হতে হবে। বোমা বানানো শিখতে বৰিশাল যেতে হবে। যেতে পাৰবেন তো!"

অম্বিকে ভাবি চালে ককায়েকৰ বিয়াৰ সন্দৰ্ভত সি ঘুল্লা পৰগণালৈ যাব লাগিব। সেই সময়তে বৰিশালৰ "শংকৰ আশ্ৰম" লৈ যাব পাৰিব। সি গোবিন্দ লাহিড়ীক ক'লে,— "আহিনত দাদাৰ বিয়া পাতিব খুজিছে আয়ে। দাদা এইমাহতে কোচবিহাৰলৈ যাব— বি. এত নাম লগাব। মই দুই-এদিনতে বৰপেটালৈ যাম। তাত কেইদিনমান থাকি ঘুল্লালৈ যাম দাদাৰ বিয়াৰ তাৰিখ ঠিক কৰিবলৈ। তেতিয়াই ধুবুৰীৰ পৰা জাহাজেৰে বৰিশাললৈ যাম; কিন্তু এৰাতিতকৈ বেছি তাত থাকিব নোৱাৰিম।"

গোবিন্দ লাহিড়ীয়ে ক'লে,— "তুমি ধুবুৰীলৈ আহিব নালাগে। গংগাধৰ নৈৰে আমাৰ নাও অহাযোৱা কৰে। কেদাৰত তুমি নাও পাবা। বন্দে মাতৰম বুলি কৈ বৰিশালত শংকৰ আশ্ৰমলৈ যাম বুলি ক'লে এদিনতে তোমাক বৰিশাল পোৱাই দিব। তাত থকা আটাইবোৰ নাও আমাৰ। বৰ বেগী নাও, এক্সপাৰ্ট নাৱৰীয়া। আবেলি নাৱত উঠিলে পাছদিনা গধূলি শংকৰ আশ্ৰম পাবাগৈ।" যুবকজনলৈ চাই ক'লে,— "তাই না? কেদাৰে বিকেল বেলা নায়ে ছড়লে পৰদিন সন্ধ্যাৰ পৰ শংকৰ আশ্ৰম পাবেনা?"

যুবকজনে ক'লে,— "তা পাবে, ঘণ্টা দুয়েকেৰ এপাৰ ওপাৰ হতে পাৰে। এখন দুই-এক মাস ভাই পৰমানন্দও ওখানে থাকবে। আপনাকে পালে উনি খুব খুচি হবেন। আমিও দুই তিনি দিনেৰ মধ্যে সেখানে যাচ্ছি। আপনি কোনো চিন্তা কৰবেন না। আমি সব বন্দবস্ত কৰে দিবো।"

ইয়াৰ পাছত ১৬ অক্টোবৰ তাৰিখে "জাতীয় শোক দিৱস" পালন কৰাৰ কথা আলোচনা হ'ল। ঠিক হ'লে যে অম্বিক ঘূৰি নহালৈকে বীৰেন্দ্ৰ (যুবকজনে) যোগাৰ কৰা ল'ৰাকেইজনে ডিব্ৰুগড়, ধুবুৰী, গুৱাহাটী, তেজপুৰ আদি ঠাইত

১৬ অক্টোবৰ দিনটো বিস্তৃতভাৱে পালন কৰিবলৈ বিভিন্ন মানুহ আৰু স্থানীয় সংগঠনক লগ ধৰাৰ বাহিৰেও জন-সংগঠনৰ কামত লাগি থাকিব। অম্বিকে গুৱাহাটীত কাম কৰিবলৈ কেইজনমান কৰ্মী যোগাৰ কৰি দিয়াৰ দায়িত্ব ললে। বীৰেন্দ্ৰই ক'লে,— "দেখুন, ইংৰেজ দেশেৰ জনসাধাৰণকে ধৰ্ম-সম্প্ৰদায়েৰ ভিত্তিতে পৃথক কৰবাৰ জন্যেই বংগ-ভংগ কৰছে। তাই সভাগুলোয় হিন্দু-মুছলমান উভয়ে থাকা উচিত।"

অম্বিকে ক'লে,— "চহৰে আমাৰ অনেক মুছলমান বন্ধু আছে। আসামে হিন্দু-মুছলমানেৰ মধ্যে কোনো দ্বন্দ্ব নেই। তাৰাও বৃটিছেৰ বিৰুদ্ধে কাম-কাজে আমাদেৰ সংগে আছে। স্বদেশী আন্দোলন এখানে তাৰাও কৰছে। আমি এখানেৰ মিটিঙেৰ জন্য কয়েকজন মুছলিম ছেলেকে দায়িত্ব দিয়ে যাব।"

পিছফালৰ বাটেদি গোবিন্দ লাহিড়ীয়ে অম্বিকক বাহিৰলৈ উলিয়াই আনিলে। নিজেও নিজৰ ঘৰলৈ গ'ল।

অম্বিকে বৰপেটালৈ গৈ দেখিলে যে ঘৰটো মেৰামতি কৰাৰ পাছত ভালেই হৈছে। ৰান্ধনি ঘৰটোও বাঁহ-খেৰৰ যদিও আটোম-টোকাৰিকৈ সাজিছে। থকা ঘৰটোতে তিনিখন খাট। তাতে সদ্যহতে মাক-পুতেক কেউটা থাকিব পাৰিব যদিও বিয়ালৈ বাহিৰৰ ঔগছ জোপাৰ তলত এটা ছালি ঘৰ আৰু থকা ঘৰটোৰ লগতে আৰু এটা কোঠা বঢ়াব লাগিব।

"আগবিয়াহে! কইনা আহিয়ে গুচি যাব।" মাকে ক'লে।

"তথাপি। মানুহ-দুনুহ আইহ্লি বইহবা আৰো দুই-চাইতামানুহ টানে-মুস্কিলে থাকবাতো লাগ্‌বো।"

গিৰীশে ক'লে,— "সেইখ্নি কুচবিহাৰোক যৰ আগতে ময়ে কৰি যাবা পাৰিম। ডাক্তৰ দাদাআহাৰ তাতে টিনখিনি আছে, সেইদিয়ে হৈ যাবো।"

অম্বিকে দৈৱকীক সুধিলে,— "মই তেনাহলি ঘূৰ্ণাক লগি যাউঁ। মই কিন্তু চিধাই গুৱাহাটীক যাম। আহিনৰ আগোতে ঠিক হবা দিনটুতে হবো বুলি কম। বিয়াৰ সাতদিনমান আগোতে আহি যা-যোগাৰ কৰিম। দাদা কুচবিহাৰোক গেলি তুমি একলাই থাক্‌বা নোৱ্‌বা না?"

"নিজোৰ ঘৰটুত থাক্‌বা আৰো মোক লগ লাগেনা বাপা। যদি লাগাহেন পাউঁ পদ্মা আপিটুৰ মাকোকে আনি ৰাখিম। তুইন চিন্তা কৰবা নাল্‌গে যা মোক লগি।"

দৈৱকীৰ যে আন তিৰোতাৰ দৰে ভয়-ভীত নাই তাক অম্বিক আৰু গিৰীশে ভলদৰেই জানে। সিহঁত সৰু থাকোঁতে বাৰিষা সিহঁতৰ ঘৰ-দুৱাৰবোৰ পানীত আধা ডুব গৈ আছিল। পানীৰ সোঁতত সাপবোৰ পানীত কিলবিলাই ফুৰিছিল আশ্ৰয় বিচাৰি। খাটৰ ওপৰত এহাত ওখকৈ চাং পাতি নিশা তাতে ল'ৰা-ছোৱালী চাৰিটা লৈ চাঙৰ চাৰিওপিনে শুকান ভোট-এৰা গুটি গাঁঠি লোৱা চাৰিডাল শলা জ্বলাই লৈ গোটেই নিশাটো দৈৱকীয়ে হাতত কাঠৰ শকত দাং এডাল লৈ উজাগৰে কটাইছিল। ৰাতিপুৱা শুই উঠি অম্বিকহঁতে দেখিছিল ভেলখনত ৬।৭ টা মৰা সাপ। নিশা সাপ কেইটাই সিহঁতৰ শোৱা চাঙত উঠোঁতে মাকে মৰিয়াই মাৰি ভেলখনলৈ দলিয়াই দিছিল। সেই সৰু ভেলখনত উঠিয়ে বাৰিষাৰ দিনকেইটাত সিহঁতে ইফাল-সিফাল কৰিছিল। এনেকি ভাত ৰন্ধা চাংখনলৈকো তাতে উঠিয়েই যাব লাগিছিল। মনত পৰি অম্বিক আৰু গিৰীশ দুয়ো একে লগে হাঁহি দিলে।

দৈৱকীয়ে পুনৰ ক'লে,— "হাঁহিহ্বা নাল্গে দে বাপা, তেনকেই তুঁহাক ডাঙৰ কৰ্ছু।" তাৰ পাছত গিৰীশৰ পিনে চাই সুধিলে,— "শ্ৰাদ্ধটো ইয়াতে হবো, না তাতে কৰ্বি শ্ৰাদ্ধ অধিবাস্?"

গিৰীশে কিবা কোৱাৰ আগতে অম্বিকেই ক'লে,— "কইনাঘৰ যদি ইয়াকে উঠি আহি বিয়া দেই তেনাহলি বেছি ভাল হয়। মই কথা-বাৰ্তা হৈ জানম।"

অম্বিক বৰিশাললৈ গৈ আশ্ৰমৰ পাৰিপাৰ্শ্বিকতা আৰু তাৰ সদস্যসকলৰ সংযম, নিষ্ঠা, দৃঢ়তা আৰু আত্মোৎসৰ্গী মনোভাব দেখি অভিভূত হৈ পৰিল। মনতে ভাবিলে, অসমতো এনে আশ্ৰম গঢ়ি তুলিব পাৰিলে বহু কাম হ'ব। অসমৰ সত্ৰসমূহতো সত্ৰসেৱাৰ বাবে কেৱলীয়াৰ ঘৰ আছে; কিন্তু তাত ভক্তিৰহে সাধনা হয়— শক্তিৰ নহয়। দেশ ৰক্ষাৰ বাবে শক্তিৰ সাধনাবো প্ৰয়োজন। অম্বিকৰ এই ধাৰণাৰ অৱশ্যে পাছলৈ সলনি হৈছিল। বুজি পাইছিল যে শাৰীৰিক শক্তিয়েই সকলো নহয়। ভক্তিৰ সাধনাই যি আত্মিক শক্তি প্ৰদান কৰে সিয়েহে মানৱক ৰক্ষা কৰিব পাৰে। নিষ্ঠা, সংযম আৰু চৰিত্ৰবল মাত্ৰ আধ্যাত্মিক সাধনাৰ পৰাহে উৎপন্ন হ'ব পাৰে। ভাই পৰমানন্দৰ লগত কথা-বতৰা হৈ অম্বিকৰ মনত এই বিশ্বাস আৰু দৃঢ় হৈ পৰিল। সি ভাবিলে, বৰপেটা সত্ৰত ভক্তিৰ সাধনা আছে— গতিকে তাৰ ডেকাসকলৰ মাজতো শৰীৰচৰ্চাৰ ব্যৱস্থা কৰিব পৰা হ'লে ভাল আছিল। পাছৰবাৰ বৰপেটালৈ গ'লে এটা চেষ্টা

চলাব লাগিব,— অম্বিকে মনতে থিৰ কৰিলে। অম্বিকে ভাই পৰমানন্দক এবাৰ গুৱাহাটীলৈ নিমন্ত্ৰণ কৰিলে।

পাছদিনা প্ৰাৰম্ভিক প্ৰশিক্ষণ আৰু পৰিচয়পৰ্ব শেষ কৰি অম্বিক পুনৰ নাৱত উঠিল। নাৱেৰে ধুবুৰী পাই তাৰ পৰা জাহাজেৰে গুৱাহাটী পালেগৈ। গুৱাহাটীত দুদিনমান থাকি ত্ৰিগুণা আৰু পীতাম্বৰক লগ ধৰি তাৰ বৰিশাল যাত্ৰাৰ বিৱৰণ এটা দিলে। বাকীবোৰৰ আটায়ে এণ্ট্ৰেন্স পৰীক্ষাৰ বাবে পঢ়াত ব্যস্ত বাবে কাকো আৰু লগ নধৰিলে। ত্ৰিগুণাই মাথোঁ ক'লে,— "ভাই পৰমানন্দ স্বামী দয়ানন্দৰ লগৰীয়া নহয় জানো? তেওঁ আহিলে কিন্তু মোকো লগ ধৰাই দিবি।"

ত্ৰিগুণাৰ সন্ন্যাসী সন্তৰ প্ৰতি দুৰ্বলতা আছে বুলি অম্বিকে জানে। ধৰ্ম শাস্ত্ৰ বা পুথি পালে শেষ নকৰাকৈ নেৰে। ছত্ৰাকাৰ দেৱালয়ত পূজা-অৰ্চনা চলাৰ সময়ত তাতে গৈ বহি থাকে।

অম্বিকে অলপ গহীন সুৰত ত্ৰিগুণাক উত্তৰ দিলে,— "মই তহঁতৰ ভৱিষ্যত নষ্ট কৰিব খোজা নাই। মইতো পঢ়া-শুনা কেতিয়াবাই এৰিলো। তহঁতে এণ্ট্ৰেন্স পাছ কৰি কলেজ-তলেজত পঢ়িব লাগিব। ঘৰত আটায়ে আশা কৰি আছে। এই দলটোৰ কাৰো লগত মই তহঁতৰ কাকো চিনাকি কৰি নিদিওঁ, ভাই পৰমানন্দৰ লগতো নিদিওঁ। তেওঁ আহিলে খবৰ পাবি, নিজে চিনাকি হ'লে হবি। আমি নিজৰ মাজত কিবা কৰিছোঁ, নিজৰ মাজতে থাকক। সিহঁতে কোনোবা ল'ৰা যোগাৰ কৰি দিলে, সেইবোৰকো তহঁতৰ কাৰো কথা নকওঁ। তহঁতক সেৱা-সংঘৰ সমাজ সেৱা কৰা ল'ৰা বুলিয়েই মানুহে জানি থাকক।" পীতাম্বৰলৈ চাই অম্বিকে ক'লে,— "বুজি পাইছনে পীতাম্বৰ?"

পীতাম্বৰে তলমূৰ কৰি মূৰ দুপিয়ালে। ত্ৰিগুণাই স্থিৰ দৃষ্টিৰে অম্বিকলৈ চাই সুধিলে,—

"তাৰ মানে তই আমাৰ লগ এৰিব খুজিছ?"

অম্বিকে হাঃ হাঃকৈ হাঁহি ক'লে,— "আৰে এৰিম কিয়? মইতো তহঁতৰ লগতে আছোঁ তহঁতে নেদেখালৈকে; কিন্তু এইবোৰ কামত মোৰ লগতে তহঁতকো বিপদলৈ টানি আনিব খোজা নাই। বেয়া নাপাবি।"

ত্ৰিগুণাই আৰু একো নামাতিলে।

অম্বিকে ঘূণ্নাৰ পৰা নোৱাখালি হৈ পোনে-পোনে উভটি আহি বেয়া পাই আছিল। বৰপেটাত সোমাই মাকক সকলো কথা জনাই অহাটো উচিত

আছিল। আচলতে বৰিশাললৈ যোৱা কথাটো মাকইতে জনাটো বিচৰা নাছিল অম্বিকে। গিৰীশো চাগে কোচবিহাৰলৈ গ'ল। মাক তেনেই অকলে আছে। যাব লাগিব। আনৰ হাতত খবৰ পঠোৱাতকৈ নিজে যোৱাই উচিত হ'ব। দৈৱকীয়েও ভাল পাব।

মাজতে কেইদিনমান দোকানখন খুলি অম্বিক পুনৰ বৰপেটালৈ গ'ল। এইবাৰ বিয়াখন শেষ কৰিহে আহিব। গৈ দেখিলে গিৰীশে থকা ঘৰটোৰ মুধৰ ফালে বঢ়াই আৰু এটা কোঠা সাজি থৈছে, কিন্তু সমুখৰ ঔগছ জোপাৰ তলত সজাৰ কথা থকা টিনৰ ছালিখন সজা নাই।

"ময়ে সাজ্‌বা নেদ্‌লুদে বাপা। মানুহ নাথ্‌কা ঘৰ। বাৰ ভূতৰ বাহাঁ হবো। বিয়াৰ আগোতে আহি তুইঁনে ছালিখেন তুলি লবি। বিয়াৰ পাছোত ভাঙি থলি হবো। টিনকেইখেন সনা বাপাই আনি থৈ গেইছে। ডাক্তৰ ভাইশহুৰোৰ তাতে আছে।" দৈৱকীয়ে অম্বিকক সুধিল,— "বিয়া পাছে তাৰে পৰা হবো না ইয়াতে?"

"কইনাৰ ডাঙৰ বায়েকৰ পাছ বিয়া পূজাৰ সময়তে হবো। পাছ বিয়াৰ কইনাৰ লগোত বৈনেক, দাদেক আৰো পিতেকো আইহ্‌বো। তেথেনেই তাহান সুন্দৰীদিয়া সত্ৰত বাহা পাতি তাৰে পৰাই বিয়া পাত্‌বো বুলি কৈছে।" অম্বিকে আচল খবৰটো ব্যক্ত কৰিলে।

বংশৰে দীননাথে গিৰীশৰ জেশাহুৰেকক বিয়া কৰিছিল। তেওঁলোকৰে শান্তি বিয়া।

"দুৰ্গা পূজাৰ বন্ধ হবো নহে। দৈ বকা-চাউলকেইটা যোগাৰ কৰ্‌লিয়ে হ'ল। গুৰুৰ টেক্‌লি কেটামান ডাক্তৰ জেঠে বজালীৰ পৰা আনি দিবো বুলি কৈছে।"

"পূজাক লগি আৰো দুই-তিনিমাহ আছে। মই কিন্তু মাজতে আইহ্‌বা নৰিম। বিয়াৰ সময়তহে আহিম।"

"হবো দে বাপা। যোগাৰ-যাতিখিনি খুন্তে আহাঁৰ হাতে ময়ে কৰি লম।"

মাকক নিজ মুখে কথাবাৰ ক'বলৈ পাই আৰু ঘৰখনৰ অবস্থাটো দেখি অম্বিকে বহুখিনি স্বস্তি অনুভৱ কৰিলে। হওক তেও, মাক দৈৱকী ঘৰখনত অকলশৰীয়া হ'লেও ঠাইখনত নহয়।

গিৰীশৰ বিয়াৰ পাছত অম্বিক গুৱাহাটীলৈ উভতি আহি পুনৰ তাৰ নিৰ্ধাৰিত কাম কাজৰ মাজত সোমাই পৰিল। গোবিন্দ লাহিড়ীয়ে বীৰেন্দ্ৰৰ

লগত হোৱা কথা মতেই তিনি-চাৰিজন ডেকা ল'ৰাক অম্বিকৰ লগত চিনাকি কৰি দিলে। এই আটাইকেইজন ল'ৰা বাঙালী আছিল। তেওঁলোকৰ দুজনমান চিলেটৰ আছিল। নতুন প্ৰশিক্ষাৰ্থী দলটোৰ বাবে অম্বিকে নিজেও পাঁচজনমান অসমীয়া ল'ৰা গোটাইছিল। তাৰ কেইটামান আছিল কামৰূপৰ উত্তৰপাৰৰ আৰু দুটামান দক্ষিণপাৰৰ— গণেশ ব্ৰহ্মাই যোগাৰ কৰি দিয়া। অম্বিকে পুনৰ আগ্নেয়াস্ত্ৰ অনুশীলনৰ কাম আৰম্ভ কৰি দিলে। নতুন প্ৰশিক্ষাৰ্থীৰ সংখ্যা ৮।৯ জন হোৱা বাবে অম্বিকে প্ৰশিক্ষণৰ বাবে দুটা পৃথক দল কৰি প্ৰতিটো দলৰ কাৰণে সপ্তাহত দুদিনকৈ অনুশীলন আৰু প্ৰশিক্ষণৰ ব্যৱস্থা কৰিলে। প্ৰথমতে দুদিনমান বীৰেন্দ্ৰয়ো প্ৰশিক্ষণত অম্বিকক সহায় কৰিছিল। লক্ষ্য স্থিৰ কৰিবলৈ প্ৰথমে ধনু-কাঁড় মৰাৰ অভ্যাস কৰোৱা হৈছিল। আগ্নেয়াস্ত্ৰৰ জৰিয়তে লক্ষ্যবেধ অভ্যাসৰ বাবে এটা দলত দুদিনমানৰ বাবে বীৰেন্দ্ৰৰ ৰিভলভাৰটো ব্যৱহাৰ কৰা হৈছিল। আনটো দলত অম্বিকৰ ৰিভলভাৰটোৰেই অভ্যাস কৰোৱা হৈছিল। বীৰেন্দ্ৰই তেওঁ শিকাবলৈ আৰম্ভ কৰা দলটোৰ বাবে সুৰেশ দাসগুপ্ত নামৰ চিলেটি ডেকা এজনক দলপতি নিৰ্বাচিত কৰি অম্বিকক কথাটো জনালে।

"এই সুৰেশ অনেক কাল থেকে স্বদেশী আন্দোলনেৰ সংগে আছে। গোবিন্দ লাহিড়ী একে জানে। ও বোমা বানানো আৰ ৰিভলভাৰ ছোড়াৰ অভ্যেস কিছুদিন কৰছিল আমাৰ সাথে। তাই এই দলটাকে ওই শেখাবে। আপনি কেবল তাকে আপনাৰ ৰিভলভাৰটা দিয়ে সাহায্য কৰবেন।"

কথাষাৰ শুনি অম্বিকৰ খং উঠিল। "শুনক বীৰেন্দ্ৰ বাবু। আমাৰ নিয়ম মতে মই মোৰ হাতৰ পৰা এই ৰিভলবাৰ আন কাকো দিব নোৱাৰোঁ, মোৰ তত্ত্বাবধানত মোৰ উপস্থিতিত ইয়াৰ ব্যৱহাৰ মোৰ তলতীয়া প্ৰশিক্ষাৰ্থীক মই শিকোৱা সময়খিনিৰ বাহিৰে। প্ৰশিক্ষাৰ্থীসকলক নিজা অস্ত্ৰ কিছু দিন পাছতহে দিয়া হ'ব। গতিকে মোৰ ৰিভলভাৰটো মই সুৰেশক দিব নোৱাৰিম। মই ভাবোঁ বোমা তৈয়াৰীৰ প্ৰশিক্ষণৰ ভাৰটো সম্পূৰ্ণভাবে সুৰেশ দাসগুপ্তক দিয়া ভাল। মই নিজেই এই সম্পৰ্কে কম; আপুনি একো ক'ব নালাগে।"

"তা ঠিক। আপ্নি যা ভালো ভাবেন তাই কৰবেন বই কি। আমি দু-ডেৰ মাসেৰ মধ্যে কয়েকটা ৰিভলভাৰ পাঠাতে চেষ্টা কৰবো। আমি কাল-পৰশুৰ মধ্যে এখান থেকে যাবো। এখন থেকে সব দায়িত্ব আপনাৰ। আমি ভাই পৰমানন্দকে এখানে কি কি হলো, জানাবো। তিনিও নবেম্বৰ-ডিছেম্বৰে একবাৰ আসতে পাৰেন।"

"তেখেতক মোৰ নমস্কাৰ জনাব।" অম্বিকে ক'লে।

ইতিমধ্যে ১৬ অক্টোবৰৰ "জাতীয় শোক দিবস" টো গুৱাহাটীত ভালদৰেই পালন কৰা হৈ গ'ল। সভাখন বেছ ডাঙৰ হৈছিল। হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ মানুহেৰে সভাখন গিজগিজাই আছিল। বাঙালী মানুহ প্ৰায় সকলোৱেই সভালৈ গৈছিল। চিলেটৰ পৰা বিপিন চন্দ্ৰ পাল আৰু কামিনী কুমাৰ চন্দ আহিছিল যদিও সভাত তেওঁলোক নাথাকিল। গোবিন্দ লাহিড়ী, তেওঁৰ লগৰ দুজনমান আৰু অম্বিকে আগতে বন্দবস্ত কৰি থোৱা চাৰিজনমান অসমীয়া হিন্দু-মুছলমানে বংগদেশৰ পৰা তিনিখন জিলা ফালি আনি অসমৰ লগ লগাই দিয়া কাৰ্য্যৰ কঠোৰ সমালোচনা কৰিছিল। নবীন বৰদলৈ আৰু তৰুণৰাম ফুকনে সভাত বংগদেশৰ তিনিখন জিলা কাটি আনি অসমৰ লগ লগাই দিয়াৰ ফলত অসমৰ কিমান ক্ষতি হ'ব সেইটো ভালদৰে বুজাই দিছিল। বংগদেশ দুটুকুৰা কৰা কামটো ইংৰাজৰ যে এক অভিসন্ধিমূলক কাম তাক সভাত কথা কোৱা প্ৰতিজন ব্যক্তিয়েই কৈছিল। বিশেষকৈ অসমীয়া মুছলমানসকলে সভাত যোগদান কৰাত সভাখনে এক বিশেষ মৰ্য্যাদা লাভ কৰিছিল। অম্বিকৰো মনত বৰ আনন্দ লাগিছিল।

সভাৰ পাছদিনাই অম্বিক নবীন চন্দ্ৰ বৰদলৈৰ তালৈ গ'ল। কাচাৰী বন্ধ বাবে বৰদলৈয়ে বাহিৰৰ ঘাঁহনিখনতে বহি কিতাপ এখন পঢ়ি আছিল। অম্বিকক দেখি উৎফুল্ল হৈ উঠিল।

"সভাখন বেচ ভালেই হ'ল, বেচ ভাল। তোমাক অভিনন্দনহে জনাবলাগে।অসমত হিন্দু-মুছলমান যে এক, সিও প্ৰমাণিত হ'ল। সেই চকীখনতে বহা। গৰমত আহিছা ৰ'দে-ৰ'দে। চৰবত খাবা নেকি?"

"নালাগে ককাইদেউ। মই কথা এটা আলোচনা কৰিবলৈহে আহিছোঁ।"

"কি কথা? কোৱাচোন শুনো।"

"কিছুমান কথাই মোক আমনি দি আছে। সভাৰ কাম-কাজ কিমানদূৰ হৈছে খবৰ লবলৈ বিপিন চন্দ্ৰ পাল আৰু কামিনী কুমাৰ চন্দ আহিছিল। তেওঁলোকৰ লগত কথা হ'বলৈ গোবিন্দ লাহিড়ীয়ে মোকো মাতিছিল। মোৰ উপাধিটো ৰায় চৌধুৰী বুলি জানি তেওঁলোকে মোক বাঙালী বুলি ভাবিলে। খুব বুজালে। বাংলা হ'ল ভাৰতৰ বিবেক, ভাৰতৰ পথ প্ৰদৰ্শক। বংকিম চন্দ্ৰ, ৰবীন্দ্ৰ নাথ, ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ, ৰাজা ৰামমোহন ৰায়, বিবেকানন্দৰ দৰে মনীষীক জন্ম

দি বংগ জননীয়ে প্ৰমাণ কৰি দিছে যে বাঙালী জাতি এক মহান জাতি, এই জাতিৰ মহান সাহিত্য যি বাংলা ভাষাই জন্ম দিছে— সেই ভাষা, সেই সাহিত্যৰ বিশ্বজয়ৰ শক্তি আছে। প্ৰত্যেক বাঙালীয়েই বৃটিছৰ দাসত্বৰ পৰা মুক্ত কৰাৰ পণ কৰিব লাগিব। ইমান বাঙালী বাঙালী শুনি মোৰ খং উঠি আহিছিল। কোনোমতেহে নিজক চম্ভালি থাকিলো। বংগ দেশ ভাৰতবৰ্ষৰ মাজতহে। ভাৰতীয় বুলি নকয় কেলেই?"

নবীন বৰদলৈয়ে অম্বিকৰ কথা শুনি হাঁহি উঠিল। তেওঁ অম্বিকক সান্ত্বনা দিলে,— "চোৱা, ভাৰতবৰ্ষ এখন অতি বিশাল দেশ। তাত বিভিন্ন ভাষা-সংস্কৃতিৰ নানান জাতি উপজাতিয়ে বাস কৰে। এটা পৰিয়াল এটা ঘৰত থকা সত্বেও সেই পৰিয়ালৰ মানুহবোৰৰ ঘূৰা-মেলা কৰিবলৈ, সুখ-দুখৰ সমভাগী হ'বলৈ এখন সমাজ আছে। তেনেদৰেই ভাৰতবৰ্ষ আমাৰ বৃহৎ সমাজ বা পৰিয়াল। অসমখন আমাৰ নিজা ঘৰ। বংগদেশখন তেনেদৰে বাঙালীসকলৰ নিজা ঘৰ। সেই ঘৰখন লৈ, তাৰ সম্পদৰ ঐতিহ্যক লৈ গৌৰৱ কৰা তেওঁলোকৰ বাবে স্বাভাৱিক। তেনেদৰে আমিও আমাৰ ভাষা-সাহিত্যক লৈ, নিজৰ জাতীয় সংস্কৃতিক লৈ গৌৰৱ কৰা উচিত। সেই কাৰণেইতো অসমীয়াই অসমত স্কুল-কাচাৰীৰ ভাষা অসমীয়া হোৱাৰ দাবী কৰিছিল। আজিও আমি যে বংগ দেশৰ জিলা তিনিখন অসমৰ লগ লগোৱাৰ প্ৰতিবাদ কৰিছোঁ, আমাৰ নিজ ঘৰখনৰ সুৰক্ষাত বিঘিনি ঘটিব বুলিয়েই নহয় জানো?"

"কিন্তু তেওঁলোকৰ কথা শুনিলে এনেহে লাগে, বংগদেশৰ সন্মানৰ কাৰণেহে যেন যুঁজিব লাগিব। এই যুঁজত বাঙালীৰ দায়িত্বহে যেন বেছি। এনেকি অনুশীলন পাৰ্টিৰ পৰা ইয়াত স্বাধীনতাৰ বাবে যুঁজিবলৈ বোমা-বাৰুদ আৰু আগ্নেয়াস্ত্ৰৰ ব্যৱহাৰ শিকিবৰ কাৰণে দল এটা খুলিবলৈ গোবিন্দ লাহিড়ীয়ে যিজনৰ লগত চিনাকি কৰি দিলে, সেই বীৰেন্দ্ৰ নামৰ মানুহজনেও সুৰেশ দাসগুপ্ত নামৰ চিলেটি বাঙালী মানুহজনকে বেছি দায়িত্বশীল বুলি ভাবে। মোৰ বিভলভাৰটোও এনেকি সুৰেশক দিবলৈ কয়।"

অম্বিকৰ কথা শুনি বৰদলৈ গহীন হৈ গ'ল। "তোমালোকৰ দলত গুৱাহাটীৰ বাহিৰৰ লোকো সোমাইছে নেকি?"

"সোমাইছে বকো, ছয়গাঁও আৰু চিলেটৰফালৰ ল'ৰা— বীৰেন্দ্ৰই গোটাই দিছে। মই অৱশ্যে সিহঁতক আমাৰ পুৰণি দলটোৰ কাৰো লগতে চিনাকি কৰি দিয়া নাই। নতুন কেইজনৰ প্ৰশিক্ষণ বেলেগ ঠাইত হয়।"

"মানুহ বৰ বিচিত্ৰ জীৱ। গতিকে সাৱধান হোৱা ভাল। তোমালোকে যি কাম কৰিব খুজিছা আৰু কৰি আছা ই অতি বিপদজনক। এনেবোৰ কামৰ বাবে নতুন মানুহ ললে বৰ সাৱধান হ'ব লাগে। ভালদৰে পৰীক্ষা কৰিহে লব লাগে। তদুপৰি দলৰ বিশ্বস্ত কৰ্মীয়ে বাছি অনা মানুহকহে দলত ভৰ্তি কৰি লব লাগে। অকল অস্ত্ৰ শিক্ষা নহয়, তাত্ত্বিক আদৰ্শগত দিশটোতহে প্ৰথমে শিক্ষা দিব লাগে। অস্ত্ৰ চলাবলৈ শিকা সহজ কিন্তু আদৰ্শত দীক্ষা লৈ নিষ্ঠাৰে ব্ৰতী হোৱাটো অতি কঠিন। নহ'লে ডকাইত আৰু হত্যাকাৰীৰহে সৃষ্টি হ'ব।"

অম্বিক অলপ বিপাঙত পৰা যেন হ'ল। অলপ সময় মনে মনে থাকি লাহে-লাহে ক'লে,— "কেইজনমান নতুন অসমীয়া ডেকা ময়ো যোগাৰ কৰিছোঁ। তেওঁলোক মোৰ আগৰে চিনাকি। সেৱা সংঘত একেলগে কাম কৰা। তেওঁলোকক আগতে ধনু-কাঁড়ৰ শিক্ষাহে দিয়া হৈছে। ধনু-কাঁড় য'তে-ত'তে মৰাৰ অভ্যাস কৰিব পাৰে।তেওঁলোকক বিভলভাৰ সম্পৰ্কে কায়দা-কিটিপবোৰহে শিকোৱা আৰম্ভ কৰিছোঁ। তেওঁলোকক মই সন্দেহ নকৰোঁ; কিন্তু বীৰেন্দ্ৰই আনি দিয়া কেইটাৰ কথাহে মই নাজানো।"

"আচল কথা হৈছে আদৰ্শত বিশ্বাস আৰু নিষ্ঠা। তাৰ প্ৰতি লক্ষ্য ৰাখিবা আৰু সাৱধানে চলিবা। আৰু, তোমাৰ নিজৰ বস্তুটো যাতে আনৰ হাতলৈ নাযায়— তাৰ বাবে সতৰ্ক থাকিবা। এটা কথা তোমাক সোধোঁ অম্বিক। এইদৰে কেইটামান ল'ৰাই বোমা-বন্দুক শিকি, দুটামান ইংৰাজক মাৰি ভাৰত স্বাধীন কৰিব পৰা যাব বুলি তুমি বিশ্বাস কৰানে? মানৰ আক্ৰমণে চেদেলি-ভেদেলি কৰা জাতিটোৱে দেখোন এতিয়াও কঁকাল পোনাই এক গোট হ'বই পৰা নাই।"

"ককাইদেউ, আমাৰ শাস্ত্ৰ মতে নৰেই নাৰায়ণ। গতিকে কোনো মানুহ কাৰো তলতীয়া নহয়। গোলামীৰ বিৰুদ্ধে থিয় হ'বলৈ সাহস লাগে। শক্তিৰ পৰাহে সাহস আহে। হাতত অস্ত্ৰ থাকিলে, অস্ত্ৰ চলাব পৰা সামৰ্থ্য থাকিলে মানুহৰ সাহস আপোনা-আপুনি আহে। তাৰ বাবে দেশৰ প্ৰতিগৰাকী ব্যক্তি গোলামীৰ বিৰুদ্ধে থিয় হ'ব পৰা অৰ্থাৎ সাহসী হ'ব লাগিব। আমাৰ এই চেষ্টা আৰম্ভণিহে। ভাৰতবৰ্ষৰ প্ৰতিজন ডেকাই যদি বৃটিছৰ বিৰুদ্ধে অস্ত্ৰ হাতত লবলৈ সাহস গোটাব পাৰে, তেন্তে ভাৰতবৰ্ষ স্বাধীন হ'বলৈ সময় নালাগিব।"

"অকল অস্ত্ৰই শক্তি নহয় অম্বিক, সৈন্য-শক্তিয়েও জয়ী কৰিব নোৱাৰে। কুৰুক্ষেত্ৰৰ যুদ্ধই তাৰ প্ৰমাণ। ওঠৰ অক্ষৌহিণী সৈন্য কৌৰৱৰ পক্ষত থকা

সত্ত্বেও অকলে শ্ৰীকৃষ্ণ সাৰথিৰূপে থকা পাণ্ডৱৰহে জয় হ'ল।" চকু মুদি গহীন কোমল মাতেৰে বৰদলৈ উকীলে অম্বিকক ক'লে,— "বাৰু, এইবোৰ কথা এতিয়া থোৱা। এটা বৰগীতকে গোৱাচোন। বৰঁকৈ শুনিবলৈ মন গৈছে।"

বৰগীতৰ কথা শুনি অম্বিকে সকলো পাহৰিলে। উদ্দাত্ত কণ্ঠেৰে গাবলৈ ধৰিলে—

'নাৰায়ণ, কাহে ভকতি কৰোঁ তেৰা।

মেৰি পামৰু মন মাধৱ ঘনে ঘন,

ঘাতুক পাপ নাছোড়া।

নবীন বৰদলৈয়েও মৃদু মধুৰ কণ্ঠেৰে অম্বিকৰ লগত সুৰ মিলালে—

"যত জীৱ জংগম, কীট পতংগম,

অগ নগ জগ তেৰি কায়া,

সবকেহু মাৰি পূৰত ওহি উদৰ

নাহি কৰতু ভূত দায়া।"

সুন্দৰীদিয়া সত্ৰৰ অধিকাৰী বংশৰ জীয়াৰী দৈৱকীৰ পৰা শিকা বৰগীতবোৰ অম্বিকে সুযোগ পালেই গাইছিল— মনপ্ৰাণ ঢালি গাইছিল। তাৰ শক্তিশালী কণ্ঠৰ সেই গীতৰ সুৰ কেউপিনে প্ৰতিধ্বনিত হৈ এক অপাৰ্থিব পৰিবেশৰ সৃষ্টি কৰিছিল। নবীন বৰদলৈয়েও দেউতাক বৰপেটাত থাকোঁতে যেতিয়া ঘৰত থাকে ৰাতিপুৱা-গধূলি প্ৰায়ে কীৰ্তনঘৰলৈ গৈ বৰগীত, প্ৰসংগ আৰু ভাগৱত পাঠ শুনিছিল। গতিকে বৰদলৈয়ে অম্বিকে গোৱা বৰগীতৰ লগত সুৰ মিলাব পাৰিছিল। দুয়োৰে দ্বৈত কণ্ঠৰ সুললিত বৰগীতৰ সুৰত কেউপিনে ৰজনজনাই গ'ল।

বৰগীত শেষ কৰি দুয়ো কিছুপৰ নিৰবে বহি ৰ'ল। তাৰ পাছত অম্বিকে থিয় হৈ বৰদলৈক মাত লগালে,— "ককাইদেউ, মই এতিয়া যাওঁ।"

চকু নেমেলাকৈয়ে বৰদলৈয়ে উত্তৰ দিলে,— "বাৰু যোৱা। আকৌ আহিবা, একেলগে যোৱা গাম।"

নবীন বৰদলৈক এৰি অম্বিকে ত্ৰিগুণাইতৰ ঘৰৰ পিনে খোজ ললে। নবীন বৰদলৈৰ লগত হোৱা আলোচনাৰ কথাখিনি সিহঁতক ক'ব লাগিব। বাঙালীসকল আমাৰ অসমৰ আলহীহে, তেওঁলোকৰ নিজা ঘৰ বংগদেশ। ভাৰতবৰ্ষৰ আৰু আন কোনো ঠাইত অসমীয়া ভাষা-সংস্কৃতিৰ জন্ম হোৱা নাই। আমাৰো ভাষা-

সাহিত্যৰ গুৰু অনন্ত কন্দলী, শংকৰ-মাধৱ, ৰাম সৰস্বতী, ভট্টদেৱ আছে। আমাৰ অসমৰ দৰে হিন্দু-মুছলমানৰ একাত্মতা ক'ত আছে? লাচিত-মূলাগাভৰুৰ দৰে বীৰ আছে, আমাৰ মণিৰাম-পিয়লিৰ দৰে দেশপ্ৰেমিক আছে। বাঙালীতকৈ আমি কিহত সৰু? আমিও ভাৰতৰ স্বাধীনতাৰ বাবে মন-প্ৰাণ সঁপি দিব লাগিব। যুঁজিব লাগিব। কিন্তু যুঁজ? অস্ত্ৰেৰে কৰা যুঁজতো সম্মুখ সমৰ। কুৰু-পাণ্ডৱৰ ৰণৰ দৰে। তেন্তে?

অম্বিকৰ মনত পৰিল মাক-দৈৱকীৰ কথা। আৰ-তাৰ মুখত অম্বিকৰ সম্পৰ্কে সঁচাই-মিছাই নানান কথা শুনি মাক বৰ দুশ্চিন্তাত পৰিছিল। গিৰীশৰ বিয়াৰ সময়ত অম্বিক ঘৰপেটালৈ যাওঁতে তেওঁ খোলাখুলিকৈয়ে নিজৰ মনৰ ভাব ব্যক্ত কৰিছিল।

"নাউ বাপা। তই ঠিক মতে চল্‌চাহ তো? মানুহগিলাই দেখুন কিবা কিবি কৰে। সিদ্‌না হৰমোহনৰ বৰীও কলাক তই বুলে চাহাব মাৰা দলত সুমইছাহ্‌। সিগ্‌লাখেন নকৰবি বাপা। ভগৱানে সকলো জীৱকে তেওঁৰ অংশত সৃজিছে। মানুহতো নিজেই ভগবান হ'বা পাৰে। শ্ৰীকৃষ্ণতো নিজেই দৈৱকীৰ গৰ্ভত জন্মিছিল। তেৰোঁতো ভাগৱতত কৈছে আমি চবে তেউঁৰ অংশ বুলি। চাহাবগিলাও মানুহহে। চাহাব খেদ্‌বা লাগে ঠিক। কিন্তু মাৰি মাৰিতো চাহাব শেষ কৰ্‌বা নৰ্‌বি। আৰো, মানুহ মাৰা মহাপাপ। বংশৰ কলংক হ'বো। নকৰ্‌বি বাপা, তেনা কাম নকৰ্‌বি।"

অম্বিক হতভম্ব হৈ গৈছিল। লৰালৰিকৈ প্ৰতিবাদ কৰি উঠিছিল। "নাই, নাই আই। মানুহে তিলকে তাল কৰে। লাঠী-বন্দুক শিখলিয়ে মানুহ মাৰা হয় না? হৰমোহন দাদাৰো দেখুন বন্দুক আছে।" অম্বিকে মাকৰ আগতো মিছা মাতিব নোৱাৰে।

"শিখ্‌। শিখাটু একো দায় লাগা কথা নহয়। মনত ৰাখ্‌বি বাপা, যুদ্ধ মানে মুখামুখি যুঁজ। এনা যুঁজত মৰ্‌লিও স্বৰ্গবাস হয়।"

অম্বিকৰ কাণত এতিয়াও বাজি আছে কথাষাৰ,— "যুদ্ধ মানে মুখামুখি যুঁজ।" আজি নবীন বৰদলৈয়েও ক'লে, কুৰুক্ষেত্ৰৰ ৰণৰ কথা। কিন্তু, শিকাটোতো গোপনেই কৰিব লাগিব, দেখাদেখিকৈ অস্ত্ৰ-শিক্ষা লবলৈ বৃটিছে দিব কিয়?

বীৰেন্দ্ৰই সেই কেইদিনতে অম্বিকৰ এটা বদ অভ্যাস কৰালে। বশিষ্ঠৰ পানী বাগৰি থকা শিলনিৰ বুকুৰে উজাই গাঁও নোহোৱা বন হাবিৰ মাজত

জোপোহা গছবোৰ মেৰিয়াই থকা লতা-পাতবোৰ কাটি-ছিঙি-টানি আজুৰি মানুহ থিয় হৈ ঘূৰা-মেলা কৰিব পৰা মুকলি ঠাই একোডোখৰ উলিয়াওঁতে জাৰৰ দিনতো গাৰে ঘাম জোল বোৱাদি বয়। মহ-ডাঁহৰ কামোৰত গা ডবলা-ডবল হয়। বাঁহ-বনৰ পাতে কাটি গা ছিৰাছিৰ কৰে। ভাগৰত লেবেজান হোৱা অম্বিকক লৈ বীৰেন্দ্ৰই পানী এটোপা খাওঁ বুলি নামনিৰ খাচিয়া গাঁৱত সোমাই ফটিকা পিয়ে। অম্বিকে পোন প্ৰথমে আপত্তি কৰিছিল যদিও পাছলৈ ফটিকা এটোপা খাই ভাগৰ মৰা যেন পোৱা হ'ল। বীৰেন্দ্ৰ যোৱাৰ পাছতো অম্বিকৰ এই অভ্যাসটো থাকি গ'ল। কেতিয়াবা খাচি গাঁৱত, কেতিয়াবা বড়ো গাঁৱত, কেতিয়াবা আনকি গণেশগুৰিৰ বিহাৰী দোকানতো খোৱা হ'ল। অম্বিকৰ এইবোৰ অভিযানত নিত্য সংগী আছিল সুৰেণ দাসগুপ্ত। এই অভিযোনবোৰৰ পৰা উভতি অহাৰ বাটত বেলতলাৰ ওচৰতে তেওঁৰ সৈতে অম্বিকৰ সদায় ভেটা-ভেটি হয়। তাৰ পাছতে দুয়ো গাঁৱত সোমায়। বাটত যাওঁতে যাওঁতে সিহঁতে বহু কথা পাতে।

এদিন সুৰেণ আৰু অম্বিকে বেলতলাৰ ওচৰৰ বড়ো গাঁও এখনত বহি ফটিকা খাই গণেশগুৰি পালেগৈ। শিকাৰু জাকক বেলেগ বেলেগ বাটেৰে নিজ নিজ ঠাইলৈ উভতি যাবলৈ নিৰ্দেশ দিয়া আছে। সিহঁত কেতিয়াবাই গ'ল। তেতিয়া নৱেম্বৰ মাহৰ শেষৰ ফাল। বৰ জাৰ। অম্বিকৰ গাত এখন এৰিয়াৰ বৰ কাপোৰ। সুৰেণৰ গাৰ কাপোৰখন সূতাৰ আছিল। গতিকে জাৰ লাগিছে বুলি সুৰেণ গ'লগৈ। অম্বিক গণেশগুৰিৰ চাহৰ দোকান এখনত সোমাল।

চাহৰ দোকানত গ্ৰাহকৰ তেতিয়া বৰ ভিৰ। চহৰলৈ নানান তৰহৰ বস্তু বিকিবলৈ নি উভতি অহা মানুহ, ওচৰৰ গাঁৱৰ মানুহ, বাহিৰৰ পৰা চহৰলৈ বুলি অহা মানুহ,— আটায়ে ভাগৰ মাৰিবলৈ বা জাৰত এটুপি গৰম চাহৰ আমেজ লবলৈ চাহৰ দোকান কেইখনত ভিৰ কৰিছে। তাৰে মাজেৰে মানুহক হেঁচা-ঠেলা কৰি বেঞ্চ এখনত বহি অম্বিকে গৰম চাহ এগিলাছ বৰ আৰামত ললে। চাহ খাই উঠি গড্ডীত পইচা দিওঁ বুলি উঠাৰ লগে-লগে অম্বিক বিপাঙত পৰি গ'ল। চোলাটোৰ গধুৰ জেপটো তেনেই পাতল পাতল লাগিছে। কৰবাত পৰিল নেকি? কি হ'ল বস্তুটো, ভাবি সি উৱাদিহ নোপোৱা হ'ল? ইফালে-সিফালে সি সতৰ্ক দৃষ্টিৰে চালে। নাই, ওলাই পৰাৰ ভয় নাই। তেন্তে কি হ'ল? কোনোমতে নিজক চম্ভালি যিমান পাৰে সহজভাবে গৈ চাহৰ পইচা দি বাহিৰলৈ ওলাই আহিল। বাহিৰত তেতিয়া ঘিটমিটীয়া আন্ধাৰ, লগতে

ঠেঁটুৱৈ লগা জাৰ। গাৰ এৰিয়া বৰ কাপোৰখনেৰে কাণ-মূৰ ঢাকি সি শ্বিলং-গুৱাহাটী ৰাস্তাৰে আগবাঢ়িল।

ৰাস্তাটোত মানুহ তেনেই সেৰেঙা। নিশা প্ৰায় আঠমান বাজিবৰে হ'ল চাঁগে। অম্বিকে মনতে ভাবিলে। সি মনত পেলাবলৈ যত্ন কৰিছে, ৰিভলভাৰটো ক'ত থাকি আহিব পাৰে। খাৰঘুলিৰ পিনে সি যোৱা নাই। পুৰণা দলটো সপ্তাহত এদিনকৈ খাৰঘুলিলৈকে যায়। দলটোৰ দায়িত্ব ত্ৰিগুনাৰ ওপৰত আছে। সিহঁতৰ প্ৰতিজনৰে একোটাকৈ ৰিভলভাৰ বা পিষ্টল আছে। মুঠতে পাঁচটা। সেইকেইটা খাৰঘুলিতে থাকে। অম্বিক তালৈ ১০/১৫ দিনত এবাৰকৈ যায়। কেতিয়াবা দিনত বন্ধৰ দিন চাই খাৰঘুলিত ত্ৰিগুণা, পীতাম্বৰহঁতৰ লগ লাগি নৈৰ পাৰৰ ডাঙৰ ডাঙৰ শিলৰ আঁৰত বহি সৰু সৰু বোমা তৈয়াৰ কৰাৰ অভ্যাস কৰে যাতে বিয়া-পূজা আদি উৎসৱত সেইবোৰ ফটকাৰ দৰে ফুটাব পাৰি। কেতিয়াবা ৰিভলভাৰ-পিষ্টলেৰে লক্ষ্যস্থান ভেদ কৰাৰ প্ৰতিযোগিতা কৰে আৰু তাৰে আটায়ে লগ লাগি হাবিৰ গছত হোৱা বেল, কঠাল, ৰবাব টেঙা, মধুৰী, আম আদি খাই অম্বিকে তাৰ পৰা পোনে-পোনে বশিষ্ঠলৈ যায়। তেনেবোৰ সময়ত অম্বিকে নিজৰ ৰিভলভাৰটো লগত নানে। সিদিনা কিন্তু তেনে একো কৰা নাছিল। অম্বিকৰ ঠিক মনত আছে বশিষ্ঠলৈ যোৱাৰ আগতে ৰাজগড়ৰ কাষত ভৰলু নৈৰ গৰাৰ শিল কেইটামানৰ তলত হাবিয়ে ঢাকি থোৱা ঠাইখনৰ পৰা ৰিভলভাৰটো উলিয়াই জেপত ভৰাই এৰিয়া বৰকাপোৰখন কান্ধত পেলাই ভালদৰে ঢাকি-ঢুকি লৈ বশিষ্ঠ পাইছিলগৈ। তাত নতুন ঠাই এখন উলিয়াই লবলৈ হাবি-বন জুৰিছিলহে— চানমাৰি অভ্যাস কৰা হোৱা নাছিল। গতিকে জেপতে থাকিব লাগিছিল। আছিল যে তাত কোনো সন্দেহো নাই। কাৰণ অম্বিকে নিজেই বস্তুটো মাজে মাজে জেপত খেপিয়াই চাই আছিল। দোকানত চাহ খাবলৈ সোমোৱাৰ পাছতো বিৰৰ মাজেৰে যাওঁতে জেপত হাতখন ভৰাই বস্তুটো ধৰি আছিল—মানুহে নাপাবলৈ। তেন্তে কি হ'ল? আচৰিত, ভাবি ভাবি অম্বিকে উৰাদিহ নোপোৱা হ'ল। কি কৰিলে ভাল হ'ব ঠিক কৰিব নোৱাৰিলে।

মূৰটো তল কৰি হাত দুয়োখন জেপত ভৰাই বাটৰ কাষৰ ঘাঁহনিৰ ওপৰে-ওপৰে কিছু দূৰ যোৱাৰ পাছত অম্বিকে শিলৰ ৰাস্তাটোত কাৰোবাৰ জোতাৰ শব্দ শুনা যেন পালে। কাণ দুখন উনাই শব্দটো যে জোতা পিন্ধা ভৰিৰ খোজ, সেইটো বুজাত টান নহ'ল। কেউপিনে ডাঠ আন্ধাৰ। চাৰিহাত দূৰৰ বস্তুটোও নেদেখি। দুবাৰমান উভতি চায়ো অম্বিকে কাকো দেখা নাপালে।

প্ৰায় এমাইল মান অহাৰ পাছত আকৌ খোজৰ শব্দ শুনি অম্বিকে বৈ উভতি চালে। অম্বিক ৰোৱাৰ লগে লগে জোতাৰ শব্দটোও বৈ গ'ল। অম্বিকে পিছ পিনে ঘূৰি কঠিন সুৰেৰে মাত লগালে। "এই কোন? কি লাগে?" অম্বিকৰ প্ৰশ্নৰ কোনো উত্তৰ নাহিল। অম্বিকৰ মনত নানান সন্দেহৰ উদ্ভৱ হ'ল। যদি তোনোবা আততায়ীয়ে তাক অনুসৰণ কৰিছে আৰু তাক হঠাৎ আক্ৰমণ কৰে তেন্তে সি কি কৰিব মনে মনে চিন্তা কৰিবলৈ ধৰিলে। যুযুৎসুৰ আটাইকেইটা পেছ তাৰ জনা আছে। গাৰ এৰিয়া চাদৰখনো আৱশ্যক হ'লে আত্মৰক্ষাৰ কামত ব্যৱহাৰ কৰিব পৰাকৈ চাদৰখনৰ বান্ধবোৰ ঠিক ঠাক কৰি লৈ হাত দুখন মুকলি কৰি ললে। চোলাৰ হাত দুখন ওপৰলৈ কোচাই লৈ সি পুনৰ সন্তৰ্পণে সমুখলৈ খোজ ললে।

আন্ধাৰৰ লগতে জাৰৰ ওলমি পৰা কুঁৱলীবোৰ মিলি পৰিবেশটো গধুৰ কৰি তুলিছে। ভৰিৰ ছেণ্ডেলৰ মাজত আঙুলিবোৰ ঠেঁটুৱৈ লগা যেন লাগিছে। অনিশ্চিত বিপদৰ আশংকাত অম্বিকৰ কুমৰ সিৰ দুডাল দপ্‌দপাই মাৰিবলৈ ধৰিলে। ঠাইডোখৰ তেনেই নিজান, চকুৰে মনিব পৰা দুৰত্বৰ ভিতৰত কোনো টিপচাকিৰ পোহৰ চকুত পৰা নাই। এইখিনি ঠাইৰ ইফালে-সিফালে কোনো মানুহৰ বসতি নাই। মন ডাঠ কৰি অম্বিকে খোজৰ বেগ বঢ়াই দি কাণ পাতি শুনিবলৈ যত্ন কৰিলে,— পিছ ফালে ভৰিৰ খোজৰ শব্দ শুনিবলৈ পোৱা যায় নেকি? কিন্তু এইবাৰ কোনো জোতাৰ শব্দ কাণত নপৰিল। হয়তো মানুহটো উভতিল নহ'লে ওচৰতে কৰবাত আঁৰ লবলৈ বহিব পাৰে। এনেতে হঠাৎ অম্বিকৰ কান্ধত কিবা এটা পৰিল যেন পাই অম্বিকে তৎক্ষণাৎ বস্তুটো থাপ মাৰি ধৰিলে। লগে-লগে এটা মৃদু মাত শনা গ'ল।

"ভয় নাখাবা। মই তোমাৰ বন্ধু, শুভাকাংক্ষী। শত্ৰু নহয়।"

"তোমাৰ মুখ মই দেখা নাই। মাতটোও চিনাকি নহয়। মোৰ কাষলৈ আহাঁ। তোমাৰ হাতখন মোৰ হাতৰ পৰা এৰুৱাবলৈ যত্ন নকৰিবা। মোৰ পিছ কেলেই লৈছা কোৱা। নহ'লে মই তোমাক সাৰি যাবলৈ নিদিওঁ। মই কি কৰিব পাৰোঁ তুমি নাজানা।"

মানুহজনৰ ইখন হাতো অম্বিকে ধৰি দুয়ো হাতেৰে মানুহজনৰ হাত দুখনত প্ৰচণ্ড মোচৰ দুটামান দিলে।

"ৰ'বা ৰ'বা, তেনেকৈ নুমুচৰিবা। বৰ দুখ পাইছোঁ। তুমি যে বেচ শক্তিশালী মই জানো। বাৰু, তোমাৰ বন্ধু এটা গণেশগুৰিৰ চাহ দোকানত

চাহ খাই থাকোঁতে তোমাৰ চোলাৰ জেপৰ পৰা হেৰাল নহয় জানো?"

অম্বিক চক্ খাই উঠিল। এওঁ কোন হ'ব পাৰে? কিমানদূৰ জানে?

"কি হেৰোৱাৰ কথা কৈছা? একো হেৰোৱা নাই।"

মানুহজন এইবাৰ অম্বিকৰ সমুখলৈ আহি থিয় হ'ল। ৰাতিৰ আন্ধাৰত অম্বিকে মানুহজনৰ মুখখন নেদেখিলে। মানুহজনৰ কণ্ঠ ইমান গহীন আৰু শীতল আছিল যে অম্বিকৰ দৰে সাহসী ডেকাজনৰো বুকু কঁপি গ'ল। মানুহজনে ক'লে,— "মোক তুমি চিনি নোপোৱা। মই ইয়াৰ পুলিছ বিষয়া। স্বৰাজ্য আন্দোলনৰ লগত জড়িত ব্যক্তিসকলৰ সম্ভেদ লোৱাটো মোৰ মুখ্য কাম। তোমাৰ বিষয়ে মই জানো। চাহৰ দোকানত তোমাৰ এই ৰিভলভাৰটো চোলাৰ জেপৰ পৰা ময়ে উলিয়াই লৈছিলো। তুমি কিন্তু গম নাপালা। ইমান অসাৱধান হ'ব নাপায়। মই বৃটিছৰ চাকৰি কৰোঁ যদিও দেশক ময়ো ভাল পাওঁ। দেশখন বিদেশীৰ শাসনৰ পৰা মুক্ত হোৱাটো ময়ো বিচাৰোঁ। মোৰ নিচিনা এনে বহু বিষয়া আছে। হোৱাঁ, ৰিভলভাৰটো লোৱা। আৰু যেন অসাৱধান নোহোৱা।"

অম্বিকে যন্ত্ৰচালিতৰ দৰে ৰিভলভাৰটো হাত পাতি লৈ জেপত সুমুৱাই থলে। তাৰ ক্ৰুদ্ধ ভাবি নিমিষতে নাইকিয়া হ'ল। এক লজ্জা মিহলি সংকোচে মন অধিকাৰ কৰি ললে। মানুহজনৰ প্ৰতি এক শ্ৰদ্ধাৰ ভাবো হ'ল।

"মই মোৰ অসাৱধানতাৰ বাবে বৰ লাজ পাইছোঁ। আপুনি যে এইটো ওভতাই দিলে— তাৰ বাবে ধন্যবাদ। আপোনাৰ নামটো অনুগ্ৰহ কৰি মোক ক'বনে?" —অম্বিকে নম্ৰ সুৰত ক'লে।

"মোৰ নাম কেদাৰ ঘোষ। আমি আদিতে বংগৰ বৰ্ধমান জিলাৰ মানুহ। অসমলৈ তাৰ অহা প্ৰায় ৭০/৮০ বছৰ হ'ল। অসমীয়া ভাষাদৰে জানো। মোৰ বাবাই তেজপুৰত দোকান দি তাতে থিতাপি লৈছিল। তোমাৰ সকলো কথাৰে খবৰ মই পাইছোঁ। ভাষা আৰু চাকৰি আদি লৈ বাঙালীসকলৰ প্ৰতি যে তোমালোকৰ ক্ষোভ আছে মই জানো। এই ক্ষোভ অস্বাভাৱিক নহয়। মোক কিন্তু বাঙালী বুলি নাভাবিবা। অসমকে মই মোৰ মাতৃভূমি বুলি গ্ৰহণ কৰিছোঁ। আমাৰ ঘৰখনৰ প্ৰত্যেকে নিজক অসমীয়া বুলিয়েই ভাবে। মাইত নামঘৰলৈ যায় নিয়ম মতে।"

অম্বিক কেদাৰ ঘোষৰ কথা শুনি আনন্দত উচ্ছ্বসিত হৈ পৰিল।

"আপোনাক তেন্তে মই দাদা বুলি কম।"

"ৰ'বা, ইমান সহজে আত্মহাৰা নহ'বা।" অম্বিকৰ উচ্ছ্বাসত ভেটা দি কেদাৰ ঘোষে কৈ উঠিল,— "মোৰ লগত তোমাৰ কোনো আত্মীয়তা হ'ব নোৱাৰে। তুমি ৰাজদ্ৰোহী আৰু মই চৰকাৰী পুলিছ বিষয়া। তোমাৰ লগত যেন মোৰ আৰু কেতিয়াও দেখা নহয়, তাকেহে মই ভগৱানক খাটিম। এৰা-এৰি হোৱাৰ আগতে এষাৰ কথা কওঁ— কেইটামান অনুৰোধ। অবাবতে নিজৰ এই মূল্যবান প্ৰাণটো যাতে নেহেৰুৱা তাৰ বাবে সতৰ্ক থাকিবা। ৰিভলভাৰ বে-আইনীকৈ ৰাখিবলৈ দিছে বুলি চিৰস্তাদাৰৰ বিৰুদ্ধে চৰকাৰে কেছ দিব পাৰে; গতিকে সাৱধান। আৰু এটা কথা, সুৰেণ দাসগুপ্তক সম্পূৰ্ণ বিশ্বাস নকৰিবা।"

কেদাৰ ঘোষ যেনেদৰে আহিছিল তেনেদৰেই আন্ধাৰৰ মাজত মিলি গ'ল। অম্বিকে অলপ সময় স্থানুৰ দৰে ঠিয় হৈ থাকিল। তাৰ পাছত বেগাবেগিকৈ খোজ ললে উলুবনিৰ মাজেৰে ভৰলু নৈৰ গৰাৰে নামি ৰিভলভাৰটো নিৰাপদে লুকুৱাই থবলৈ।

সুৰেণ দাসগুপ্তৰ কথা কেদাৰ দাৰোগাই তেনেকৈ কিয় ক'লে অম্বিকে ভাবি নাপালে। বীৰেন্দ্ৰ ভাই পৰমানন্দ আৰু বাৱিন ঘোষৰ বিশ্বাসী ব্যক্তি বুলিয়েই অম্বিকে জানে। এনে ক্ষেত্ৰত বীৰেন্দ্ৰই ইমানকৈ চাৰ্টিফিকেট দিয়া সুৰেণ দাসগুপ্তক সম্পূৰ্ণ বিশ্বাস কৰিব নালাগে বুলি কেদাৰ দাৰোগাই কিয় ক'লে? পীতাম্বৰক কথাটো কোৱা ভাল হ'ব। সি কিবা জানিব পাৰে। দুদিনমান অম্বিকে ৰিভলভাৰটো নিনিয়াই ভাল হ'ব বুলি মনতে থিৰাং কৰিলে।

সিদিনা ডাক্তৰ পিয়াৰী মোহনো গুৱাহাটীলৈ আহিছিল। কিতাপৰ দোকানখন দিয়াৰ কিছুদিন আগৰ পৰা অম্বিকে হৰমোহন চিৰস্তাদাৰৰ লগত খাবলৈ বাদ দিছিল। দোকান এৰি অহাত অসুবিধা হয় বুলি দোকানৰে এচুকত মুখ বহল মাটিৰ কলহ এটাত কাঠৰ টুকুৰা জ্বলাই তাতে ভাত সিজাই খোৱা কৰিছিল। নিশাটো যদিও চিৰস্তাদাৰৰ ঘৰটোতে আগৰদৰেই শুইছিল, মাজে-সময়ে দোকানতো থাকিছিল। পুৱা-আবেলি দোকানতে চাহ-পানী খাইছিল। দুপৰীয়া হয় চিৰা নহ'লে মুড়ি খায়েই কটাইছিল। নিশাৰ সাঁজহে কেতিয়াবা দোকানৰ বাহিৰত চৌকাটো জ্বলাই আনি আলু ভাতত দি ৰান্ধি খাইছিল। চিৰস্তাদাৰে মাছ আনিলে কাম কৰা ল'ৰাটো পঠিয়াই অম্বিকক প্ৰায়ে ভাত খাবলৈ মাতিছিল। পিয়াৰী ডাক্তৰ অহা কাৰণে চিৰস্তাদাৰে ডাঙৰ চিতল মাছ এটা কিনি আনি কাম কৰা ল'ৰা তিখৰুক অম্বিকৰ দোকানলৈ পঠিয়াই দিছিল।

চিৰস্তাদাৰে মাতিলে সকলো কাম পাছ পেলাই থৈও অম্বিক আহে। তিখৰুৱে খবৰ দিয়াৰ লগে-লগে দোকান বন্ধ কৰি অম্বিক আহিল।

তেতিয়া পুৱা ৮ মান বাজিছে। চিৰস্তাদাৰ অফিছলৈ যোৱা নাই। চোতালত বহি গাত তেল মালিচ কৰি আছে। অম্বিক আহি পোৱাৰ লগে লগে চিৰস্তাদাৰে কৈ উঠিল,— "আইছাহ্ যে বৰ ভাল হৈছে দে। এই পিয়াৰীও আইহ্‌ছে। মই ভাল চাই চিতল এটা আনইছু এ, বৰকে খাবা মন গেইছে চিতলৰ ডাঙৰ কালঠি দি নেমুটেঙাৰ আঞ্জা। সি তীখৰুই জুতিটু নাজান্‌বো, তয়ে ৰান্ধ। দিপ্‌ৰা আহি আমি একেলগে খাম। ৰাতিও তই ইয়াতে খাবি। আৰো এখেন জালা ৰান্ধবি,— তই যে ৰান্ধাহ, জীৰা-জালুক ধইনা দি। তীখৰুই মাছটু বাছি থৈছে। মছলাখিনি মিহিকে বট্‌বা দিবি।"

অম্বিকৰ হাঁহি উঠিল— আঞ্জাৰ দিহা দেখি।

"হবো দাদা। মূৰা-ফিছাখিনি দি লাউৰ ঘণ্ট এখনো ৰান্ধি থম। দালি ৰান্ধবা লাগবো নেকি?"

"নাল্‌গে দে। দালিখেন ৰাতিয়ে হবো। মাছো ডাঙৰ খুট্ৰাকে ভাজি থবি। ৰাতিক লগি গাদাৰ মাছ পাতত দিয়াৰ যোগাৰ কৰি থবি।"

চাহ-জলপান খাই চিৰস্তাদাৰ কাচাৰীলৈ গ'ল।

অম্বিকে দেখিলে মাছটো ডাঙৰেই। কোলঠিবোৰ ডাঙৰকৈ কাটিছে। পুৰঠ মাছ। বেচ তেল আছে। টেঙাখন বেচ ভালেই হ'ব। পিয়াৰী শোৱাৰ পৰা উঠাই নাই। ৰান্ধনি ঘৰত সোমোৱাৰ আগতে ভালদৰে গা-মূৰ ধুই আহিবলৈ অম্বিকে ব্ৰহ্মপুত্ৰৰ পিনে খোজ ললে।

ৰন্ধা-বঢ়া প্ৰায় আধা-আধি হৈছে। এনেতে পিয়াৰী আহি অম্বিকৰ ওচৰতে পীৰা এখন পাৰি বহিল। বয়সত ডাঙৰ যদিও অম্বিক আৰু পিয়াৰীৰ মাজৰ সম্পৰ্কটো বন্ধুৰ দৰে। ওচৰত বহাৰ লগে-লগে অম্বিকে বুজি পালে পিয়াৰীয়ে কিবা গুৰুতৰ কথা উলিয়াব খুজিছে। পিয়াৰীৰ পিনে এবাৰ প্ৰশ্নসূচক দৃষ্টিৰে চাই অম্বিকে পুনৰ মাছ ভজাত মনোযোগ দিলে।

"কি ৰান্ধ্‌ছা পন্তাপ খুৰা, বৰ ভাল গন্ধইছে দেখুন।"

অম্বিকে মাছ ভজাত ব্যস্ত থাকিয়েই গহীন সুৰত ক'লে,— "সুধা, কি সুধবা খুজ্‌ছা। আঞ্জাৰ গন্ধৰ কথা কবা নালগে।"

"কথাটু ডাঙাৰেই পন্তাপখুৰা। পিতাই শুনছে, তুমাৰ হাতত বুলে বিভলভাৰ আছে।"

"হয় নাকি? ক'ত আছে? ঘৰত, ইয়াতে না দোকানত?"

"তামছাৰ কথা নহে খুৰা। কথাটু কিবাকে সিগলাখান্ অন্বা লাগ্লি পিতায়ে বিপদত পৰ্বো।"

অম্বিক এইবাৰ পিয়াৰীৰ পিনে ঘূৰি বহিল।

"যদি কেন্বাকে কিবা অলয়, নল কৰ্বা কেন্কে?"

পিয়াৰীয়ে অম্বিকৰ ওচৰ চাপি ফুচফুচাই ক'লে,— "থাকা বস্তু নাথ্কা কৰবা নৰি কিন্তু আইনৰ জঞ্জালত নপ্ৰাকে থাকাৰ ব্যৱস্থা কৰ্বা পাৰি।"

"কেন্কে?"

"মই কলিকতাক গেইছলু কিছুদিন আগতে। তাত ঘমঘণ্ট লাগি গেইছে।"

"কেনে?"

"স্বদেশী আন্দোলন এথেন বিপ্লৱবাদী হৈ পৰছে। ডেকা, বুঢ়া চবে বোমা কৰা, বন্দুক ৰিভলভাৰ মাৰ্বা শিখ্বা ধৰ্ছে। ঘৰতে বানবাও শিখ্ছে। চাহাব মাখা, চৰকাৰী হাকিম-মঞ্চুপ দাৰোগা-পুলিছ চবকে মাৰ্বা অলইছে।"

"চবকে?"

"চবকে মানে যিগিলান মানুহে আমাৰ দেশখেন গোলাম কৰি ৰাখ্বা খুজে— সেইগিলাখানক।"

"তাৰ পিছোত?"

"বৃটিছ চৰকাৰে সেই খুন্তি হাকিম-মঞ্চুপ, চিৰস্তাদাৰ গটে মাখাকে বন্দুক ৰিভলভাৰৰ লাইছেন্স দিছে। চবে গুইলা গুলী কৰি মৰ্বো এথেন।"

"পাছে?"

"আমাৰ অসমতো এই বিপ্লৱবাদী মাখা সুমইছে বুলে হা? তুহাঁৰ স্বদেশী গিল্খানো বুলে তাহুনৰ লগ লাগ্ছা?"

অম্বিকে কোনো উত্তৰ নিদি জ্বলা আঞ্জাৰ মাছখিনি আধা ভজাকৈ তুলি থৈ ভাজি খাবলৈ বুলি বাকী কেইডোখৰ ৰঙা মছমছিয়াকৈ ভাজিবলৈ লৈ তীখৰুক মাত দিলে, "তীখৰু, জীৰা জালুকখিনি মিহিকৈ বটা হ'ল যদি মোক দি। আঞ্জাখেন বহাবা হৈছে।"

"হ'বা খুৰা। অন্য কথা উলইলি নহ'ব। কথাটুৰ কিবা এটা ফয়চলা কৰ্বা লাগে। নহলি তুমাৰো বিপদ, আমাৰো বিপদ কলিকতাৰ ফালে ধৰাধৰি আৰম্ভ হৈছেই।" পিয়াৰীয়ে জোৰ দি কথাষাৰ কৈ অম্বিকৰ কান্ধত হাতখন ৰাখিলে।

অম্বিক অলপ সচকিত হ'ল। কান্ধৰ পৰা পিয়াৰীৰ হাতখন বাঁও হাতেৰে আঁতৰাই গহীন সুৰত ক'লে,— "তুমি মোতকে বয়সত ডাঙৰ। মোতকে পঢ়া-শুনাতো বেছি, দেখ্‌ছাও বহুত। তুমিএ কবাচুন, গটে দেশখেনত যে মানুহগিলানে এইগিলাখেন কৰছে, কিবা পাগ্‌লা হৈছে নেকি?"

পিয়াৰীয়ে ঠাণ্ডা সুৰত ক'লে,— "পাগ্‌লা কিয়ো হবো? স্বাধীন হৈ বাচি থাক্‌বা খুজাটু পাগলামি বুলি অন্য কুনবাই কলিও মই নকউ। কিন্তু বিনা কথাত, স্বাধীনতাৰ আচল যুদ্ধ কৰাৰ আগতেই যদি চব শেষ হ'বা লাগা হয়, সেইটু কামৰ কিবা অৰ্থ আছে বুলি মই নাভাবু। উল্লাস কৰ, বাৰীণ ঘোষ, ক্ষুদিৰামক বিচ্‌ৰি বৃটিছ চৰকাৰে গটেখেন তন্‌চন্ কৰি ফুৰছে। ইয়াতো তেনা হবো। পিতা আহ্নক ৰিভলভাৰ লাইছেন্স দিছেই।"

অম্বিকে মুখেৰে একো নামাতি পিয়াৰীৰ পিনে চাই ৰ'ল। পিয়াৰীয়ে কৈ গ'ল,— "পিতাৰ বন্দুক এটা আছে খুন্তি ৰিভলভাৰ এথেনো কিনা নাই।"

অপ্ৰাসংগিকভাবে অম্বিকে নিৰ্জীৱৰ দৰে বিৰবিৰালে,— "ক্ষুদিৰামক তো আগতেই ধৰা বুলি শুনছিলু!"

পিয়াৰীয়ে উত্তৰ দিলে,— "সেই গিলান মিছা গুজব উঠছিল। তুমি কিন্তু সাবধান হ'বা। কি কৰ্‌বা পাৰা চাবা। বন্দুক ডিলাৰে কিন্তু লাইছেন্সখেনত ৰিভলভাৰৰ নম্বৰ আৰু ৰছিদ এখেনো বেলেগে দিবা লাগ্‌বো।"

অম্বিকে বুজিলে পিয়াৰীয়ে কি ইংগিত দিছে। মুখেৰে একো এটা নামাতি পুনৰ ৰন্ধাত ব্যস্ত হৈ পৰিল।

পিয়াৰীয়ে পুনৰ ক'লে,— "লাইছেন্সখেন মোৰ চুটকেছটোত থৈ যাম। চুটকেছটু খুলাই থাক্‌বো!"

এনেতে বাহিৰত হৰমোহন চিৰুভাদাৰৰ মাত শুনা গ'ল— "কি এ অম্বিক, হ'ল না ৰান্ধা?"

অম্বিকে ৰান্ধনিঘৰৰ পৰাই মাত লগালে,— "হৈছে দাদা। আপনি হাত-ভৰি ধুৱক। ভাত বাঢ়ু"

"অঁ, তোৰো বাঢ়বি। আজি তিনো একে লগে খাম। তই মাছ কিমান খাবা পাৰাহ চাম।"

পিয়াৰীয়ে মাত লগালে,— "কৰা লাগে না? একলাই এটা পাঠা খাব পাৰা ছলি। এই তিখৰু, পাগঘৰোত তিনোটাক লগিন ঠাই কৰি দি।"

দুপৰীয়াৰ সাঁজ খাই উঠি অম্বিক "দোকান খুলোঁ" বুলি ওলাই গ'ল। লগতে জনাই গ'ল যে নিশা ৭-৩০ মানত আহি সি ভাত ৰান্ধিব। তীখরুৱে যেন সকলো যতনাই থয়।

আচলতে সিদিনা পীতাম্বৰ দোকানলৈ অহাৰ কথা। সুৰেণ দাসগুপ্তৰ সম্পৰ্কে কিবা খা খবৰ থাকিলে অম্বিকক দিয়াৰ কথা। আবেলি চাৰি বাজি যোৱাৰ পাছতো পীতাম্বৰ নহাত অম্বিক অলপ আচৰিত হ'ল। পীতাম্বৰে কথা দিলে যেনেকৈ য়ে হওক ৰাখে। কিবা বিপদ-আপদ হোৱা নাইতো? ঠিক আছে, কালিলৈকেই চোৱা যক— অম্বিকে ভাবিলে। কিন্তু পাঁচমান বজাত পীতাম্বৰ হেঁফাই-ফেঁফাই উপস্থিত হ'লহি। সি আহি যি ক'লে তাৰ সাৰমৰ্ম এয়ে যে বিনন্দ আৰু বালেকক ককায়েকহঁতে ঘৰলৈ মাতি লৈ গৈছে, চাহবাগিচাত হেনো কেৰাণীৰ কাম ওলাইছে— তাতে সোমোৱাৰ ঠিক ঠাক কৰি দিছে। গাঁৱৰ ওচৰৰে চাহ বাগিচা, ঘৰখনৰ বহু সহায় হ'ব। গতিকে সিহঁতৰ দলটোত এতিয়া মাত্ৰ তিনিজনহে আছে। তাৰে ভিতৰত ত্ৰিগুণাৰো মতি-গতি ভাল দেখা নাই। প্ৰায়ে ছত্ৰাকাৰ দেৱালয়লৈ গৈ তাত কিবা হেনো তপস্যা কৰে। সুৰেণ দাসগুপ্ত সম্পৰ্কে সি কোনো খবৰ সংগ্ৰহ কৰিব পৰা নাই। মানুহজন উজানবজাৰ-পানবজাৰৰ ভিতৰত নাথাকে। গণেশগুৰিৰ ফালেই থাকে কাৰোবাৰ লগত। ইয়াৰ মানুহ নহয়।

পীতাম্বৰৰ লগত আলোচনা কৰি অম্বিকে ঠিক কৰিলে বশিষ্ঠত নতুনকৈ চানমাৰি অভ্যাস কৰা ল'ৰাকেইজনক খাৰঘুলিলৈকে অনা ভাল হ'ব। তাত প্ৰত্যেককে একোটাকৈ পিষ্টল আৰু ৰিভলভাৰো দিব পৰা যাব। সুৰেণ দাসগুপ্তৰ পৰা সিহঁতক আঁতৰাই ৰখাই উচিত। ইয়াৰ ভিতৰতে দুদিন সুৰেণ দাসগুপ্তই অম্বিক আৰু গণেশ ব্ৰহ্মাই যোগাৰকৰি অনা ল'ৰাকেইটাক বীৰেন্দ্ৰই গোটাই দিয়া ল'ৰাকেইজনৰ লগতে একেলগে বোমা তৈয়াৰ কৰাৰ প্ৰশিক্ষণ দিছিল। কিছুদিন পাছত বোমা নিক্ষেপ কৰা, চিকাৰে গম নোপোৱাকৈ লুকাই থাকি বোমাৰে লক্ষ্যভেদ কৰা ইত্যাদি কৌশল শিকোৱাৰ কথা আছিল যদিও, অম্বিকে ঠিক কৰিলে যে আৰু বেছিদিন সুৰেণ দাসগুপ্তৰ প্ৰভাৱত ইহঁতক ৰখা ঠিক নহ'ব। ল'ৰাকেইটাৰো অনাহকতে বিপদ হ'ব আৰু অম্বিকহঁতৰো বিপদ হ'ব পাৰে। বিনা কাৰণত জীৱ-জন্তু বা মানুহ মৰাটো অম্বিকহঁতৰ উদ্দেশ্য নহয়। সিদিনা গণেশ ব্ৰহ্মাযো সুৰেণ দাসগুপ্তৰ কথা-বতৰাত অসন্তুষ্টি প্ৰকাশ কৰিছে। পীতাম্বৰে ক'লে 'এদিন, বৰ বেছিদিন হোৱা নাই, ৩/৪ দিন হৈছে।

গণেশ ব্ৰহ্মা এদিন বেলতলাত থকা তাৰ আপোন মানুহ এজনৰ তালৈ গৈছিল। গধূলি হোৱাত ৰাতি তাতেই থাকিল। সিদিনাই গধূলি সুৰেণ দাসগুপ্ত সেই মানুহঘৰলৈ বটল খাবলৈ গৈছিল। সিহঁতৰ ঘৰত বিয়া নোহোৱা ছোৱালী আছে। সুৰেণৰ তাইৰ ওপৰত বৰ চকু। প্ৰায়ে তালৈ গৈ মদ খায়। মদ খাই খাই বহু কথা কয়। সি হেনো বহু ঠাই ঘূৰিছে। বহু দেখিছে। সুৰেণক গণেশে মতা নাছিল। সুৰেণেও তাক চিনি পোৱা নাছিল হ'বলা। এদিনহে দেখিছিল বোলে, তই বীৰেন্দ্ৰক লগ ধৰিবলৈ যোৱাৰ দিনা। গণেশে হেনো তোক এৰি লগে-লগে গুচি আহিছিল। সুৰেণ যোৱাৰ পাছত গৃহস্থই গণেশক হেনো কৈছিল মানুহটো ভাল নহয় বুলি।"

অম্বিকে ঠিক কৰিলে গণেশৰ পৰাই বিতং জানি লোৱা ভাল হ'ব।

পিছদিনা অম্বিক বশিষ্ঠৰ শিবিৰলৈ গৈ দেখিলে সুৰেণ দাসগুপ্তই দুয়োটা দলকে একেলগ কৰি বোমা কিমান প্ৰকাৰৰ থাকে তাকে কৈ আছে। অম্বিকে গৈ পায়েই শুনিলে— ৰাভা বোলাজনে সুৰেণক সুধি আছে,— "আপুনি যে কাইলৈ বোমা মাৰি মানুহ বা জন্তু কেনেকৈ মাৰিব পাৰি তাৰ প্ৰদৰ্শন কৰিব বুলি কৈছে, ক'ত কৰিব?"

সুৰেণ দাসগুপ্তই অম্বিকক দেখা নাছিল। তেওঁ তৎক্ষণাৎ উত্তৰ দিলে,— "কেন? এই খান্‌টাই হ'বে। আৰ কোন জাইগায়?"

সুৰেণৰ কথা শুনাৰ লগে লগে অম্বিক আগবাঢ়ি গৈ ক'লে,— "এতিয়াই এইবোৰ নকৰিবা সুৰেণ বাবু। আৰু কিছুদিন য'ক। হাবিৰ আৰু ভিতৰ সোমাব লাগিব। ইয়াত শিল বহুতো আছে। শব্দ বেছি হ'ব।"

অম্বিকক দেখি গণেশ ব্ৰহ্মাৰ ভায়েকে ক'লে;— "নিৰীহ জীৱ বধ কৰা আমাৰ উদ্দেশ্য নহয় বুলি দেখোন আপুনি আমাক কৈছিল ককাইদেউ? ভিতৰলৈ গ'লে বাঘ-সাপ কিবা পাম জানো?"

"পাবা। কিন্তু তাৰ আগতে কেটেপাৰে শিলগুটি দলিয়াই হাত পকা কৰি লব লাগিব। লক্ষ্যভ্ৰষ্ট হ'লে, গুলীয়েই হওক বা বোমাই হওক,— যি মাৰে তাৰেই মৰণ।" —অম্বিকে ক'লে। "আজিলৈ এৰা, সুৰেণ বাবু। আহা আমি বেলতলাৰ পিনে যাওঁ।"

অম্বিকে জানে বেলতলালৈ যাবলৈ সুৰেণ সদায় উন্মুখ। মদ পালে সুৰেণক একো নালাগে। তাৰ পাছত গণেশৰ ভায়েকলৈ চাই অম্বিকে ক'লে,—

"ককায়েৰাক ক'বাচোন, তেওঁ বিচৰা কিতাপখন আহিছে। কাইলৈ দোকনলৈ যাতে পুৱাতে গৈ লৈ আহে, নহ'লে আন মানুহে লৈ যাব। বহু মানুহে কিতাপখন বিচাৰি আহি আছে।"

প্ৰকৃততে গণেশক সোনকালে লগ ধৰিবৰ বাবেই অম্বিকে তেনেকৈ ক'লে।

সুৰেণ আৰু অম্বিক বেলতলাৰ পিনে আহি থাকোঁতে বাটত সুৰেণে অম্বিকক অলপ তপত সুৰত ক'লে,— "তুমি বোমা মৰাটো বন্ধ কৰিলা কিয় অম্বিক বাবু? বন্দুক-ৰিভলভাৰ মৰা, বোমা মৰা— এইবোৰ হ'ল সাহসৰ কাম। এইবিলাক নকৰিলে বিপ্লৱী হ'ব কেনেকৈ? বেংগলত দেখা নাই নে কিমান ডেকা ল'ৰাই কিমানক মাৰিছে আৰু মৰিছে।"

অম্বিকে গহীন হৈ ক'লে,- "আত্মমৰণে মৰা মৃত্যু বীৰৰ মৃত্যু নহয়। বীৰ মৰিব লাগে সমুখ সমৰত। তাৰ বাবে প্ৰস্তুতি লাগে। আমি ইয়াত আৰম্ভহে কৰিছোঁ। আগতে শক্তি গোটাই লওঁ— তাৰ পাছত দেখা যাব।"

"তোমাক বৰ সাহসী বুলি কৈছিল দেখোন বীৰেন্দ্ৰই। কিন্তু মইতো তোমাক কোনো সাহসৰ কাম কৰা দেখা নাই।"

অম্বিকৰ খং তুলিবলৈকে সুৰেণে ক'লে। অম্বিকৰ কিন্তু খং নুঠিল। সি সহজ কণ্ঠেৰেই সুধিলে,- "কেনে সাহসৰ কথা কৈছা?"

সুৰেণে লঘু সুৰত ক'লে, "সিদিনা গণেশগুৰিৰ চাহ দোকানত তুমি চাহ খাবলৈ সোমাওঁতে কেদাৰ দাৰোগাকো মই তাত সোমোৱা দেখিছিলো। সি চোৰাংচোৱা। সেই কাৰণেই মই তাত নোসোমালো। এই মানুহবোৰ বৃটিছৰ গোলাম, আমাৰ শত্ৰু। তাক মাৰিব লাগে।"

সুৰেণে অম্বিকহঁতৰ লগত চিলটিয়া ভাষাতেই কথা কয়। সিদিনাও কৈছিল। অম্বিকে তাৰ সকলো কথা ভালদৰে বুজি নাপায় যদিও অনুমানতে ধৰি লয়। সুৰেণ দাসগুপ্তৰ জিঘাংসাপূৰ্ণ কথাবোৰ শুনি আৰু ভাল লগা নাছিল। মানুহটোক উন্মাদ যেন লাগিছিল। এই ধৰণৰ মানুহবোৰৰ কোনো আদৰ্শ নাই যেন তাৰ অনুভৱ হ'ল। বৃটিছৰ চাকৰি কৰা বাবেই মানুহজনক মাৰিব লাগে বুলি ভাবিব লাগেনে? মানুহবোৰ এই বৃটিছৰ তলত চাকৰি কৰা ভাৰতীয়বোৰ, তেওঁলোকতো আমাৰেই ককাই ভাই!

জীৱিকাৰ কাৰণেহে এইবোৰ মানুহে বৃটিছৰ তলত চাকৰি কৰিছে। যাৰ তলত চাকৰি কৰে তাৰ কথাটো মানিবই লাগিব। তেওঁলোক আটাইবোৰেইতো

বেয়া নহয়। ভাৰতবৰ্ষ স্বাধীন হ'লে তেওঁলোকেও ভাল পায়। বংগদেশত হেনো বহুত বৃটিছ চৰকাৰৰ চাকৰিয়ালে বিপ্লৱীসকলক লুকাই চুৰকৈ সহায় কৰিছে। ইয়াত আমাৰ এছ পি. সেনকো মানুহে স্বদেশী ভাবাপন্ন বুলি কয়। গোবিন্দ লাহিড়ী, আনকি মোকো তেওঁ কেইবাবাৰো বুজাইছে। বৃটিছহে আমাৰ শত্ৰু। ডাঙৰ ডাঙৰ চাহাব, সিহঁতৰ ফৌজ— এইবোৰহে আমাৰ লক্ষ্য হ'ব লাগে। আৰু. চাহাবসকলৰো বহু ভাল মানুহ আছে।" অম্বিকে লাহে ধীৰে ক'লে।

সুৰেণে হাঃ হাঃ কৈ হাঁহিবলৈ ধৰিলে,— "তোমাৰ বুকুৰ পটা দুৰ্বল। মই তোমাক এতিয়াহে চিনি পাইছোঁ। তুমি বাঙালীৰ কলংক।"

অম্বিকৰ এইবাৰহে খং উঠিল। "তেনে কথা নক'বা দেই, মই বাঙালী নহয়— অসমীয়া। আই অসম মোৰ মাতৃ— জন্মভূমি।"

সুৰেণে মুখ বিদৰাই দিলে,— "অ' সেই কাৰণেহে!"

অম্বিকে সুৰেণৰ তাচ্ছিল্য সহ্য কৰিব নোৱাৰিলে। সুৰেণক ধৰি ভালকৈ দুটামান শোধাবৰ মন গৈছিল। কিন্তু নিজক অতি কষ্টেৰে সংযত কৰি দঙা হাতৰ মুঠিটো তললৈ নমাই আনিলে। খঙতে কঁপি থকা মাতটোৰে কোনোমতে,— "চালা, তোক....." বুলি কৈ সুৰেণক বাটতে এৰি গুচি আহিল। সুৰেণে অম্বিকক আৰু একো ক'বলৈ সাহ কৰিব নোৱাৰিলে।

বাটত অম্বিকে বহু কথাই চিন্তা কৰিলে। আজি তাৰ যিমান খং উঠিছিল, হাতত ৰিভলভাৰ থাকিলে সি কি কৰিলেহেঁতেন কোৱা টান। কথা প্ৰসংগত গিৰীশে এদিন কোৱা এষাৰ কথা তাৰ মনত পৰিল। "অস্ত্ৰ হাতত লোৱাটো সহজ কিন্তু তাৰ সঠিক ব্যৱহাৰহে কঠিন।" ঠিকেই, সুৰেণ দাসগুপ্তৰ দৰে মানুহৰ হাতত অস্ত্ৰ পৰাটো সঁচাকৈয়ে বৰ বিপদজনক। সি যুঁজাৰু নহয়, পশ্চাৎঘাটী কাপুৰুষবিলাকেহে লুকাই-চুৰকৈ হত্যা কৰি নিজকে বীৰপুৰুষ বোলায়। কেদাৰ দাৰোগা চোৰাংচোৱা বিষয়া বাবেই তেওঁক মৰাৰ কথা ভাবিব বা ক'ব লাগেনে? চোৰাংচোৱাৰ কাম কৰোঁতে হাতে-লোটে ধৰা পেলাই কিবা এটা কৰা কথাটো সুকীয়া। তেনেক্ষেত্ৰতো হত্যা কৰা কামটো বাঞ্চনীয় হয়নে নহয় তাকো চিন্তা কৰি চাবলগীয়া কথা। মাক দৈৱকীয়ে কোৱা কথাষাৰ তাৰ মনত পৰিল। "ভগাবানে সকলো জীৱকে তেওঁৰ অংশত স্ৰজিছে। চাহাবগিলাও মানুহহে। চাহাবক খেদ্‌বা লাগে ঠিক; কিন্তু মাৰি মাৰিতো চাহাব শেষ কৰ্‌বা নৰ্‌বি! আৰো মানুহ মাৰা মহাপাপ— বংশৰ কলংক হবো।" সঁচা কথা। মুখামুখি

যদি যুদ্ধ কৰিব নোৱাৰি, দুই চাৰিটা চাহাবক মাৰি ভৰতবৰ্ষ স্বাধীন হ'ব পাৰিবনে? আৰু কেদাৰ দাৰোগা হ'ল ভাৰতীয় মানুহ— আমাৰ নিজৰে ভাই। ভাতৃ হত্যাৰ পৰা দেশ স্বাধীন হ'বনে? ভ্ৰাতৃ হত্যাৰ পৰিণতি, —যদু বংশৰ দৰে নিৰ্বংশ হোৱা। স্বাধীনতা কাৰ কাৰণে? দেশৰ প্ৰতিগৰাকী সন্তান— প্ৰতিগৰাকী ভাৰতীয়ক গোলামীৰ পৰা মুক্ত কৰিবলৈকে নহয় নে? নানান প্ৰশ্নই অম্বিকৰ মূৰটো গধুৰ কৰি তুলিলে। তাৰ মনত পৰিল নামঘোষাৰ কথাষাৰ—

"আপুনি আপোন মিত্ৰ আপুনি আপোন শত্ৰু
আপুনি আপোনাক ৰাখে, মাৰে।"

মাধৱদেৱ মহাপুৰুষে ঠিকেই কৈছিল। মানুহৰ শত্ৰু মানুহ নিজেই। আমি আটায়ে আমাৰ নিজৰহে শত্ৰুতা কৰিছোঁ, নিজক মৰাৰ শূলডাল আমিয়ে চাঁচিছো। নিজৰ নিজৰ দেশৰ মানুহক কিন্তু মিত্ৰ কৰিব পৰা নাই। প্ৰেমৰ ডোলেৰে বান্ধ খুৱাব পৰা নাই। এনে এটা অৱস্থাত আমি দেশৰক্ষা কৰিম কেনেকৈ, দেশক স্বাধীনেই বা কৰিম কেনেদৰে? বৃটিছতো বাহিৰৰ শত্ৰু, সিহঁত আহিছেই আমাক শোষণ কৰি নিজৰ দেশ ঐশ্বৰ্যমণ্ডিত কৰিবলৈ, আমাক গোলাম কৰি তাহাঁতৰ কামত গৰুৰ দৰে বাবলৈ। আমি যদি নিজকে মানুহ বুলি ভাবোঁ, মাথোঁ দুমুঠি ভাতৰ আশাত, নিৰাপদে শুই থাকিব পৰাৰ আকাংক্ষাত, গৰুৰ দৰে সিহঁতৰ অন্যায়বোৰ অসহায়ৰ দৰে মানি লওঁ কিয়? এই অসহায়তাৰ ভাব আঁতৰাবৰ বাবেই আমি আটায়ে হাতত ধৰাধৰিকৈ একেলগে থিয় হ'ব লাগিব। তাৰ বাবেইতো লাগে সজাগতা। এই কথাষাৰ বুজে বাবেই সি তাৰ কিতাপৰ দোকানলৈ অহা প্ৰতিটো ল'ৰাকে সি দেশৰ অৱস্থাৰ বিষয়ে সৰু-সুৰা বক্তৃতা একোটা সুবিধা পালেই দিয়ে। কলিকতাৰ পৰা অহা কাকতবোৰ পঢ়িবলৈকো দিয়ে। আচল কথা হ'ল দেশক ভালপোৱা, দেশৰ মানুহবোৰক নিজৰ দৰে ভালপোৱা, এই মানুহবোৰৰ— এই দেশখনৰ সমৃদ্ধিৰ বাবে, দেশ মাতৃকাৰ সন্মান ৰক্ষাৰ বাবে জীৱন উছৰ্গা কৰিব পৰা এক জাতীয় চেতনাৰে উদ্বুদ্ধ হোৱা। এনে চেতনা থকা মানুহেতো দেশৰ মানুহৰ মাজত ভেদভাব মনলৈ আনিবই নোৱাৰে। কিন্তু আমাৰ নিজৰ মাজতে সৰু-বৰ ভাব কিয়? অম্বিকে ভাবি উৱাদিহ নাপায়।

আজিকালি দেশৰ কথা চিন্তা কৰিলেই অম্বিকৰ চকুৰ সমুখত তাৰ মাক আৰু ইন্দুমতীৰ বিষাদ-বেদনাক্লিষ্ট বিধৱাৰ চেহেৰা দুটা ভাহি উঠে। অসম মাতৃও যেন তেনে এক কাণ্ডাৰীহীন অসহায়া নাৰী।

সিদিনা অম্বিক দোকানতে শুইছিল। আন্ধাৰী-পুৱাতে বাহিৰ ফালৰ দুৱাৰত কোনোবাই ঢকিয়াই অনুচ্চ মাতেৰে তাক মতা যেন শুনি দুৱাৰ খুলি দি দেখিলে গণেশ ব্ৰহ্ম।

"পুলিছ বুলি বৰ ভয় খাইছিলো দে। আহ, ভিতৰলৈ সোমাই আহ।" অম্বিকে গণেশক দেখি আশ্বস্ত হৈ ক'লে,— "তোক মই বিচাৰি আছিলো; কিন্তু ইমান পুৱাতে আহিবি বুলি ভবা নাছিলো। ৰহ্ চাহ একাপ খা।" কয়লা নজ্বলাই কাঠ কয়লাকে জ্বলাই চৌকাটোত পানী আধা ছছপেন তুলি দি অম্বিকে পানী এগিলাছ লৈ আলিবাটৰ পিনে মুখ ধুবলৈ গ'ল।

গণেশে দোকানখনৰ পিনে পাৰি থোৱা টেবুলখনত বহি ক'লে,-- "মোকো পানী এগিলাছ দিবি, মুখখন ধুই লম।"

চাহৰ গিলাছত শোহা মাৰি গণেশে আৰম্ভ কৰিলে,— "তোক কেইবাদিনো লগ পোৱা নাই। বৰ ডাঙৰ খবৰ এটা আছে। সেইকাৰণে শেষনিশা সাৰ পায়েই তোৰ ওচৰলৈ দৌৰিছোঁ"

অম্বিকে উৎকৰ্ণ হৈ গণেশৰ পিনে চালে।

গণেশে কৈ গ'ল,— "সুৰেণ দাসগুপ্ত ভাল মানুহ নহয়। সি আমাৰ মানুহখিনিক ভাগ ভাগ কৰিব খুজিছে। বৃটিছৰ পলিছি খটাব খুজিছে। ডিভাইড এণ্ড ৰুল।"

"কেনে?" —অম্বিকে সুধিলে।

"বেলতলাত আমাৰ কছাৰী মানুহ বহুত আছে বুলি তইতো জানই। সুৰেণে ঘৰে ঘৰে বহি প্ৰায়ে মদ খায়। সি সেইদিনা মদৰ খোলাত বহি মোমাইদেউহঁতে তাৰ লগত অসমীয়া কথা কোৱাত বহুতো কথা ক'লে। কছাৰীসকলৰ আচল ৰাজ্য হেনো কাছাৰহে। অসম ৰাজ্যখন বেয়া পাই কছাৰী ৰজাই হেনো কাছাৰত থিতাপি ললে। অসমীয়াৰ ভাষা, নীতি-নিয়ম বেয়া পাই ছিলেটৰ পৰা বঙালী পণ্ডিত মাতি আনি ভাল নীতি-নিয়ম শিকি ললে, বাংলা ভাষা ৰাজভাষা কৰি ললে। বাঙালী গুণী-জ্ঞানী মানুহ আনি কাছাৰখন সভ্য কৰি ললে। এইফালে থকা কছাৰীখিনিয়ে হেনো অসমীয়াৰ লগ লাগি থকা বাবেই একো এটা উন্নতি কৰিব পৰা নাই। মোক মোমাইদেৱে সুধিছিল কথাবোৰ সঁচা নেকি। সুৰেণক বৃটিছৰ চৰ যেন লাগিছে অ'। কি কৰা যায় আলোচনা কৰিবলৈহে তোৰ তালৈ দৌৰি আহিছোঁ।"

গণেশৰ কথা শুনি অম্বিকে তবধ মানিলে। তাৰ অনুমান মিছা নহয়। কেদাৰ দাৰোগাৰ কথাই ঠিক। সুৰেশক বিশ্বাস কৰিব নোৱাৰি। তেতিয়াই সিদ্ধান্ত লোৱা হ'ল যে বশিষ্ঠৰ পৰা অম্বিকহঁতৰ প্ৰশিক্ষণ কেন্দ্ৰটো সিদিনা নিশাই খাৰঘুলিলৈ স্থানান্তৰিত কৰি পোলাব লাগিব। সুৰেশ দাসগুপ্ত আৰু তাৰ লগৰীয়াসকলক এই সম্পৰ্কে ঘূণাক্ষৰেও সম্ভেদ নিদিবলৈ স্থিৰ কৰি অম্বিক আৰু গণেশে গোটোৱা ল'ৰাকেইটাক কেইদিনমান অনুশীলননৈ অহা বন্ধ কৰি দিহাদিহি গুৱাহাটীৰ পৰা আঁতৰাই পঠিয়াবলৈ গণেশক দায়িত্ব দিয়া হ'ল।

"কিবা চিন-মোকাম যদি আছে, তোৰ ভায়েৰ আৰু তই লগ লাগি আজি ৰাতিয়েই আঁতৰাবি।" অম্বিকে গণেশক ক'লে,— "আৰু দুদিন পাছত মোক লগ ধৰিবি তই। ছত্ৰাকাৰ দেৱালয়ৰ তলতে গধূলি ৭/৮ মান বজাত লগ হ'ম।"

গণেশ বহু আশ্বস্ত হ'ল। "হ'ব। মই চব ঠিক কৰিম, তই চিন্তা নকৰিবি। মই মোমাইদেউহঁতকো কম সুৰেশক বৰ আসে নিদিবলৈ। মই এতিয়া যাওঁ, পথাৰলৈ যাব লাগিব— যোৱা বেলি আধিৰ ধান কম হোৱাত মাটিৰ মালিকে বৰ বেয়াকৈ কৈছিল। এইবাৰ সেইকাৰণে বেছিকৈ খাটিছোঁ— ধান সৰহকৈ পাব লাগিব। মই এতিয়া যাওঁ, নহ'লে বেলি হ'ব।"

গণেশ ব্ৰহ্মাহঁত উলুবাৰীত থাকে। নিজৰ পট্টাৰ মাটি নাই বাবে গুৱাহাটীৰে কোনোবা উকীল এজনৰ ভৰলুৰ সিটো পাৰত থকা মাটি আধিত খেতি কৰে। গণেশ গ'লগৈ। অম্বিকে ঠিক কৰিলে পিয়াৰীৰ বুদ্ধি মতেই কাম কৰিব লাগিব। সিদিনা গধূলিয়েই পিয়াৰীৰ পৰা চিৰন্তাদাৰৰ নামত থকা লাইছেন্সখন আনি বন্দুক-ডিলাৰক লগ ধৰিব লাগিব।

দুদিন পাছতে শিৱৰাত্ৰি। ফাগুন মাহ শেষ হ'বলৈ মাত্ৰ কেইদিনমান বাকী। ঠাণ্ডাৰ প্ৰকোপ কম হৈছে যদিও আঁতৰা নাই। গধূলি দোকান সাতমান বজাতে বন্ধ কৰি বন্দুকৰ ডিলাৰৰ তালৈ যাবলৈ অম্বিকে পিয়াৰীৰ পৰা আনি থোৱা ৰিভলভাৰৰ লাইছেন্সখন উলিয়াই লৈছেহে। এনেতে দেখিলে বগা সাজ পিন্ধা নাৰী এগৰাকী দোকানখনৰ ভিতৰলৈ সোমাই আহিছে। দীঘল মেলা চুলিৰে মুখৰ একাংশ ঢাক খোৱা। ইমান আন্ধাৰ ৰাতি! নিশাৰ কথাতো বাদেই, দিনতো গুৱাহাটী চহৰৰ দোকানলৈ তিৰোতা মানুহ নাহে। এনে ক্ষেত্ৰত....! অম্বিক সচকিত হ'ল। কোন হ'ব পাৰে? সঁচাকৈয়ে তিৰোতা মানুহ নে আন কিবা? অলপ ভয়ো খালে অম্বিকে। তাক কলংকিত কৰিবলৈ সুৰেশ দাসগুপ্তৰ ঘৃণনীয় চাল নহয়তো। মানুহগৰাকী কোন তাকে জানিবলৈ মুখখন চাবলৈকো

লেম্পৰ পোহৰ যথেষ্ট নহয়। এনেতে মানুহগৰাকীৰ মাত শুনি অম্বিক চক্ খাই উঠিল।

"মই যে আহি পাইছোঁ তুমি নাজানা নেকি?"

ইন্দুমতী! মানুহগৰাকী ইন্দুমতী, ইন্দুমতীৰে মাত সেইটো। এৰা. ইন্দুমতীৰ বাহিৰে কাৰ এনে সাহস হ'ব? অম্বিকে মাতিব পৰা নাছিল। মাত্ৰ বিস্ফাৰিত নয়নে ইন্দুমতীলৈ চাই আছিল। ইন্দুমতীক মানৱী যেন লগা নাছিল। যেন জোনাকত গা ধুই অহা এগৰাকী দেৱীহে! সমগ্ৰ শৰীৰৰ পৰা যেন এক উজ্জ্বল ৰূপালী পোহৰ বিচ্ছুৰিত হৈছে। মানৱ শৰীৰ ইমান জ্যোতির্ময় হ'ব পাৰেনে? মুখখন,— ইয়াকেই কয় নেকি মুখচন্দ্ৰমা? যেন আধা ডাৱৰে ঢকা শুক্লা পঞ্চমীৰ জোন। মহাশ্বেতা দেৱী সৰস্বতী যেন তাৰ সমুখত থিয় হৈ আছে। ধ্ৰুৱতৰাৰ দৰে স্নিগ্ধ উজ্জ্বল এযুৰি চকুৰে তাৰ্লে একেথৰে চাই আছে। প্ৰেম আৰু অভিমান মিশ্ৰিত সেই অলৌকিক আবেগৰ ঢলে যেন অম্বিকৰ উশাহ বন্ধ কৰি পেলালে। নিৰ্বাক অম্বিক মাত্ৰ স্থাণুৰ দৰে থিয় হৈ ৰ'ল। গভীৰ আবেগত হৃদয় মথিত কৰা এক দীৰ্ঘশ্বাস অম্বিকৰ বুকুৰ পৰা ওলাই আহি ইন্দুমতীকো সচকিত কৰি তুলিলে। লাজৰ আভাই তাইৰ মুখখন ৰঙচুৱা কৰি তুলিলে।

"তোমাৰ খবৰ লবলৈ আহিলো। তুমিতো খবৰেই নকৰা।"

ইমানপৰে অম্বিকৰ অন্তৰাত্মা এক ঐশ্বৰিক অনুভূতিত আচ্ছন্ন হৈ আছিল। এয়ে নেকি আত্মবিলোপ? পৰমাত্মাৰ লগত জীৱাত্মাৰ ঐকান্তিক একাত্মতা? অম্বিকৰ মনত ভাব হৈছিল যেন ইন্দুমতীৰ নৈৰ্ব্যক্তিক সত্ত্বাৰ মাজত তাৰ অস্তিত্ব নাই-নুই হৈ গৈছে। তাৰ মনতে সি ইন্দুমতীক উত্তৰ দিলে,— "তুমিতো সদায় মোৰ মাজতে আছা 'মই' হৈ। তোমাৰ ওচৰলৈ মোৰ দেহাটো যোৱাৰ প্ৰয়োজন ক'ত? কিন্তু এই আন্ধাৰ নিশা তুমি অকলে আহিলা যে, ভয়-সংকোচ নাইনে তোমাৰ?" মুখেৰে কিন্তু এটা শব্দও উচ্চাৰিত নহ'ল অম্বিকৰ।

অম্বিকে কোনো কথা নোকোৱা দেখি ইন্দুমতীয়ে নিজে নিজেই কৈ গ'ল— যেন অম্বিকৰ প্ৰশ্নৰহে উত্তৰ দিছে।

"তুমি ভাবিছা হ'বলা তোমাৰ আত্মাৰ মাজত মই একাত্ম কাৰণে মই তোমাৰ ওচৰলৈ বা তুমি মোৰ ওচৰলৈ যোৱাৰ কোনো প্ৰয়োজন নাই। কিন্তু আছে, বাস্তৱ জীৱনত আছে। সেই কাৰণেই মই লাজ-কাজ পাহৰি এন্ধাৰৰ

আঁৰ লৈ তোমাৰ ওচৰলৈ লৰি আহিছোঁ— কোনোবাই দেখাৰ ভয় কৰা নাই, অকলে আহিবলৈ সংকোচ কৰা নাই।"

অম্বিকৰ যেন চমক ভাগিল। অস্পষ্ট মাতেৰে লৰালৰিকৈ কৈ উঠিল,— "আহা, আহা। ইয়াতে বহাহি।" চকীখন ইন্দুমতীলৈ আগবঢ়াই দি সি থিয় হৈ ৰ'ল।

ইন্দমতীৰ ওঁঠ দুটা এটা চেপা হাঁহিত প্ৰসাৰিত হৈ পৰিল। ইমানপৰৰ মূৰত মাত ওলাইছে তথাপি। ভিতৰলৈ সোমাই আহি তাই চকীখনত বহি পৰিল।

"মোৰ হাতত সৰহ সময় নাই। মাইঁত সেনইঁতৰ ঘৰৰ পৰা ওভতাৰ আগতেই মই গৈ ঘৰ পাব লাগিব। সেনইঁতৰ ঘৰলৈ গ'লে মাই ডেৰ-দুঘণ্টা তাত কৰেই। মই অসহ্য মূৰৰ বিষ বুলি শুই আছিলো। তেওঁলোক ওলাই অহাৰ পাছতে ময়ো পাছে পাছে আহিলো। চাওঁ, তোমাৰ বাঁও হাতখনৰ কটা আঙুলিটো চাওঁ।"

ইন্দুমতীয়ে নিঃসংকোচে অম্বিকৰ বাঁওহাতখন টানি আনি কেএটা আঙুলিটোৰ কটা পাবটোৰ মূৰত চুমা এটা খালে।

"কোৱা, কি কি'বা।" অম্বিকৰ মাতষাৰ যেন কোনোবা দূৰ অতীতৰ প্ৰতিধ্বনিৰ দৰে ওলাই আহিল।

ইন্দুমতীয়ে কিন্তু অম্বিকৰ হাতখন এৰি নিদিলে। অম্বিকো এক নিশ্চল পুতলাৰ দৰে থিয় হৈ থাকিল। হাতখন টানি নিব পৰা শক্তিকণো যেন তাৰ নিঃশেষ হৈ গৈছে।

"ভগৱানে আমি দুজনকে আমাৰ দুজনৰ বাবেইহে সৃজিলে। সাধাৰণ সংসাৰ কৰাৰ ভাগ্য ভগৱানে আমাক দিয়া নাই। সেইকাৰণে সমাজৰ নিয়ম ৰক্ষাৰ বাবে মোৰ বিয়া হ'ল আৰু সংসাৰ কৰাৰ আগতে মই বিধৱাও হ'লো। মই কাশীত ভাই পৰমানন্দক লগ পাইছিলো। মায়ে মোৰ কপালৰ কথা কৈ কৰাকৈ কান্দিলে। ভাই পৰমানন্দই মাক ক'লে ভগৱানে মোৰ সম্পত্তি দেশৰ কাৰণে দিবলৈ দিছে। মোৰ শাহুও ঢুকাল। এতিয়া সকলো সম্পত্তি মোৰ। মই ইয়াৰ পৰা গৈ কাশীত থাকিম। কাশীত এটা ডাঙৰ ঘৰ ঠিক কৰিবলৈ নায়েবক কৈ আহিছো। ভাই পৰমানন্দই কৈছে দেশৰ স্বাধীনতাৰ সংগ্ৰামত বৃটিছৰ অত্যাচাৰপীড়নত বহু নিৰ্দোষী মানুহৰ মৃত্যু হৈছে। তেওঁলোকৰ বিধৱা পত্নী বহুতো আছে, যি শিশু সন্তান লৈ নিৰুপায় নিৰাশ্ৰয় অৱস্থাত দিন

অতিবাহিত কৰিছে। তেনে বিধবা আৰু শিশুৰ বাবে মই কাশীত আশ্ৰম খুলিম। কলিকতাৰ ঘৰত ভাই পৰমানন্দৰ শিষ্যসকলৰ বাবে অতিথিশালা খুলি দিম। তেওঁলোকে গোটেই ভাৰতবৰ্ষতে ঘূৰি ফুৰিব লাগে। বৃটিছৰ অত্যাচাৰত ঘৰত থাকিব নোৱৰা বহু নিৰীহ মানুহ, বহুতো ছাত্ৰ আছে। দৰকাৰ হ'লে তেওঁলোকক তাতে থাকি স্বদেশী কাপোৰ আৰু কাগজ-কিতাপ বিক্ৰি কৰাৰ সুবিধাকণ দিবলৈ নায়েবক কৈ আহিছোঁ। মায়ে মোক এইবিলাক কামত লাগিবলৈ হাক দিছিল। মই কিন্তু মনা নাই। তুমি দেশৰ কামত লাগি থাকিবা আৰু মই একো নকৰিম — ই হ'ব নোৱাৰে। তুমি কি কোৱা? মই বেয়া কৰিছোঁ নে?"

অম্বিকৰ হাতখনত জোকাৰ এটা মাৰি দি ইন্দুমতীয়ে সুধিলে,— "তুমি কথা নোকোৱা কিয়? বোবা হ'লা নেকি? কোৱাচোন মই বেয়া কৰিছোঁ নে ভাল কৰিছোঁ।" অম্বিকে টোপনিৰ পৰা সাৰ পোৱাৰ দৰে বিমূঢ় হৈ ইন্দুমতীৰ মুখলৈ চাই মাত্ৰ ক'লে,— "হুঁ?"

এইবাৰ ইন্দুমতীয়ে অভিমান কৰি অম্বিকৰ হাতখন লাহে-লাহে এৰি দি মৃদুসুৰেৰে উচ্ছ্বাসহীনভাৱে ক'লে, "ঠিক আছে। বেয়া পাইছা যদি মই যাওঁ।"

অম্বিক যেন বিদ্যুৎস্পৃষ্টৰ দৰে উদ্বাউল হৈ পৰিল। ইন্দুমতীৰ হাত এখনত থাপ মাৰি ধৰি পুনৰ এৰি দি কৈ উঠিল,— "বৰ ভাল কৰিছা ইন্দু, এনে মহৎ কাম যে তুমি কৰিলা।"

ইন্দুমতীৰ মুখখন আনন্দেৰে উদ্ভাসিত হৈ পৰিল। "ঠিক কৈছা নে?" উভতি আহি তাই আকৌ চকীখনত বহি পৰিল। "মোৰ কথা ক'লো। এতিয়া তোমাৰ কথা কোৱা।"

"মই আছোঁ আৰু, ক'বলৈ কি আছে?" বিমৰ্ষ সুৰত অম্বিকে ক'লে। তাৰ মনত ভাব হৈছিল,— দেশৰ বাবে সি জীৱন আহুতি দিবলৈ সংকল্প কৰিছিল; কিন্তু সি একো কৰিব পৰা নাই। আনফালে ইন্দুমতী,— যাক সি এক নিৰ্বোধ সৰলা বালিকা বুলি ভাবিছিল,- তায়েই তাইৰ সৰ্বস্ব দেশৰ মানুহৰ বাবে ত্যাগ কৰি এক বিৰল কৰ্ম্মৰে মহত্বৰ জীৱনৰ পথত গতি কৰিলে। তাৰ মন একেলগে এক গৌৰৱ আৰু বেদনাবোধত অভিভূত হৈ পৰিল।

"তুমি গম পাইছানে নাই নাজানো। শিৱৰাত্ৰিৰ পাছতে পুলিছে তোমাৰ দোকান আৰু ঘৰ খানাতালাচ কৰিব। তুমি কিবা বোমা বাৰুদৰ গোপন চক্ৰান্ত কৰিছা নেকি? কিবা বন্দুক-পিষ্টলেৰে গুলীয়াগুলিৰ কাৰবাৰত সোমাইছা নেকি?

সেইবোৰ নকৰিবা সোণা। মানুহ মাৰি দেশৰ একো ভাল কৰিব নোৱাৰি। মানুহেই দেৱতা। চণ্ডীদাসৰ কথাষাৰ মনত নাইনে?

শুনহে মানুষ ভাই,

সবাৰ উপৰে

মানুষ সত্য

তাহাৰ উপৰে নাই।

আমাৰ দেশক চাহাবৰ হাতৰ পৰা উদ্ধাৰ কৰিব লাগে ঠিক, কিন্তু মাৰি-কাটি নহয়। হত্যাতো হিংসা, হিংসাৰ পৰাই জন্ম হয় প্ৰতিহিংসাৰ। হিংসাৰ জুই এবাৰ জ্বলিলে সি সহজে নুনুমায়। সকলোকে চাৰখাৰ কৰি দিয়ে। প্ৰেমৰ শীতল কোমল স্পৰ্শইহে হিংসাৰ অগ্নি নুমুৱাব পাৰে। তুমিতো মোৰ প্ৰেমৰ দেৱতা— দেশৰ প্ৰতি প্ৰেম তোমাৰ জীৱন। তুমি হিংসাক প্ৰশ্ৰয় নিদিবা সোণা। প্ৰেমৰ দ্বাৰাই দেশৰ মানুহক দাসত্বৰ পৰা উদ্ধাৰ কৰা। মানুহক যি ভাল পায়, মানুহক যি শ্ৰদ্ধা কৰে, নিজক যি মানুহ বুলি ভাবে— সি দাস হ'ব নোৱাৰে। বৃটিছৰ কোনো জোৰ-জুলুমৰ ওচৰত সেও নোহোৱাকৈ স্বদেশীৰ বাবে কাম কৰি যাব পাৰে মাত্ৰ একান্তভাৱে দেশক ভালপোৱা মানুহেহে। তোমাৰ দ্বাৰাহে সেই কাম সম্ভৱ। ভগৱানে এই কামৰ বাবেই তোমাক সৃজিছে।" —ইন্দুমতীয়ে দেৱতাই ভৰ কৰা মানুহৰ দৰে অনৰ্গল কৈ গ'ল।

অম্বিকে মাত্ৰ বিস্ফাৰিত নেত্ৰে অবাক হৈ ইন্দুমতীলৈ চাই ৰ'ল। এই দুবছৰতে ইন্দুমতীয়ে ইমান কথা কেনেকৈ বাৰু শিকিলে? ক'ত সেই চৈধ-পোন্ধৰ বছৰীয়া লজ্জাৱতী কিশোৰী আৰু ক'ত এই সোতৰ-ওঠৰ বছৰীয়া পৰিপূৰ্ণা নাৰী। ঠিক যেন মাক দৈৱকীৰ দৰে এক অভিজ্ঞতাপুষ্ট, বিজ্ঞা মাতৃ--- মানৱজাতিৰ মাতৃ,— মানৱৰ মংগল-অমংগলৰ সমস্ত দায়িত্বৰে ভাৰ বহন কৰিব পৰা এক শক্তিশালী নাৰী। এনেদৰেই এক কিশোৰী সময় আৰু বাস্তৱৰ স্পৰ্শত নাৰীত পৰিণত হয় নেকি— হৈ পৰে নেকি চিৰন্তন মাতৃ? বিমুগ্ধ বিস্ময়ত কিছু পৰ নিৰৱে থাকি অম্বিকে গভীৰ স্বৰেৰে ক'লে,— "তোমাৰ এই কথা মোৰ চিৰদিন মনত থাকিব ইন্দু।"

অম্বিকে অনুভৱ কৰিলে এই ইন্দুমতী তাৰ প্ৰেমৰ ৰাণী নহয়, প্ৰেমৰ দেৱী। "তুমি মোক ভগৱানৰ দৰে এই কথাখিনি কৈছা। তোমাক মোৰ ভগৱানৰ দৰে লাগিছে— যেন তুমিয়ে মোৰ অন্তৰাত্মা।" অম্বিকে লাহে-লাহে উচ্চাৰণ কৰিলে।

লজ্জিতৰ দৰে হাঁহি এটা মাৰি ইন্দুমতীয়ে ক'লে,— "তোমাৰ পাগলামি আৰু নগ'ল। মোৰ পলম হৈছে— মই যাওঁ। তোমাৰ কামত মোৰ এইখিনিয়েই হ'ব সহযোগ। তোমাক যদি কিবা কামত মই আৰু কিবা সহযোগ কৰিব লাগে মোক জনাবা। তোমাৰ কামৰ লগত মই সদায় থাকিম— আমৃত্যু। মই এতিয়া যাওঁ।" হঠাৎ তললৈ হালি অম্বিকৰ ভৰি দুখন চুই নিজৰ কপাল স্পৰ্শ কৰি বিজুলীৰ বেগত ইন্দুমতী দোকানৰ পৰা ওলাই গ'ল।

ছাঁয়াবাজীৰ দৰে যেনেদৰে আহিছিল, ইন্দুমতী তেনেদৰেই গুচি গ'ল। অবাক অভিভূত অম্বিক মাত্ৰ চলৎশক্তিহীন পুতলাৰ দৰে থিয় দি থাকিল। অম্বিকৰ এনে লাগিল যেন আকাশ আগুৰি থকা এসোঁতা জোনাক হঠাৎ আন্ধাৰৰ বুকুত নাইকিয়া হৈ গ'ল। তাৰ বুকুখন এক হাহাকাৰৰ শূন্যতাই আগুৰি ধৰিলে। ইন্দুমতীৰ কথা সি প্ৰায়েই ভাবে। ইন্দুমতী যেন তাৰ জীৱনৰ এটা সুৰ, এটা হাঁহি, মন মতলীয়া কৰা এক ফুলৰ সুবাস; যেন তাৰ বুকুৰ উশাহ। সেই চপলা কিশোৰী ইন্দুমতী এই দুবছৰৰ ভিতৰতে যেন পৰিণত হ'ল এক দীপ্তিময়ী নাৰীত, এক বিদ্যুৎ শক্তিত, এক মূৰ্তিমতী প্ৰেৰণাত! ই ভগৱানৰে অভিপ্ৰেত। কিন্তু ইন্দুমতীক যেন সি লগ পোৱাই নহয়— তাই নিজেই আহিল। ইন্দুমতীয়ে অম্বিকৰ মনৰ বহু খুদুৱনি শেষ কৰি থৈ গ'ল। তাক সঠিক পথৰ সন্ধান দি গ'ল। মাক-ককায়েকৰ বুজনিয়েও তাক আশ্বস্ত কৰিব পৰা নাছিল। ইন্দুমতীয়ে ঠিকেই কৈছে, হিংসাৰ লগত প্ৰতিহিংসা সদায় জড়িত হৈ থাকে। এটা হত্যাক আন কেইবাটাও হত্যাই অনুসৰণ কৰে। যি জীৱন মানুহে সৃষ্টি কৰিব নোৱাৰে, সেই জীৱন জানো মানুহৰ ধ্বংস কৰাৰ অধিকাৰ আছে? অম্বিকে ঠিক কৰিলে এই অৰ্থহীন ধ্বংসৰ অভিযানৰ পৰা আঁতৰি আহিব। চিৰন্তাদাৰক নিজ হাতে লাইছেন্সখন আৰু ৰিভলভাৰটো.চমজাই দিবলৈ ঠিক কৰিলে অম্বিকে।

ভৰলুৰ গড়াৰ পৰা ৰিভলভাৰটো আনি অম্বিক যেতিয়া বন্দুক-ডিলাৰৰ দোকানৰ পাছ দুৱাৰৰ মুখত থিয় হ'ল, নিশা তেতিয়া চাৰে-দহ বাজি গৈছে। দোকানৰ মালিকে দোকানৰ হিচাপ-পত্ৰ শেষ কৰি খাই-বৈ উঠিছেহে। এনেতে পিছ দুৱাৰত শব্দ শুনি দুৱাৰ ফাঁকেদি অম্বিকক দেখি টান মাতেৰে চুটিকৈ সুধিলে,— "কোন? ইমান ৰাতি কি লাগে?"

"মই। দুৱাৰ খোলক। জৰুৰী কথা আছে।" অম্বিকে উত্তৰ দিলে।

বন্দুকৰ দোকানখন লাখটকীয়াতে। মালিকজনে অম্বিকক ভালদৰে চিনি পায়। অম্বিকৰ মাত শুনি দুৱাৰখন খুলি দিলে। "এই ৰাতিখন কি কাৰণে আহিলা বাবু?" চিৰন্তাদাৰৰ ভায়েক বুলি অম্বিকক সমীহো কৰে।

কোঠাটোত সোমায়েই অম্বিকে ক'লে,— "মহাজন, তুমি এটা সহায় কৰিব লাগে।"

হাফিজ মহাজন উদগ্ৰীৱ হৈ উঠিল। "কি সহায় বাবু?"

"শুনা মহাজন। তুমি আগ্নেয়াস্ত্ৰৰ চোৰাং বেপাৰ কৰা বুলি আটায়ে জানে। আমাৰ মানুহেই তোমাৰ পৰা পিষ্টল, ৰিভলভাৰ কিনিছে। তোমাৰ এজেণ্টজনকো মই চিনি পাওঁ। এই ৰিভলভাৰটো তোমাৰ এজেণ্টজনৰ পৰাই মই কিনিছিলো।" অম্বিকে কাপোৰৰ তলৰ পৰা ৰিভলভাৰটো উলিয়াই হাফিজক দেখুৱালে।

"এইটোতো পুৰণা বস্তু। ব্যৱহাৰ কৰা হৈছে।" হাফিজে দুৰ্বল মাত এটাৰে আপত্তি কৰিলে।

"পুৰণাই। তোমাৰ এজেণ্টে মোক বিক্ৰি কৰা। আৰু বহুতকে কৰিছে। তোমাৰ পৰাই নিছে। পুলিছে জানিলে বিপদ হ'ব।" গহীন মাতেৰে অম্বিকে ক'লে।

হাফিজে বৰ ভয় খালে। "পুলিছৰ হাতত পৰিব নালাগে বাবু। যি কৰিব লাগে কৰিম।"

"ওঁ, পুলিছে যদি মোক বিনা লাইছেন্সৰ ৰিভলভাৰটোৰ লগত ধৰে, মই তোমাৰ আৰু তোমাৰ এজেণ্টৰ নাম কৈ দিম। কলিকতাৰ মানুহকো যে বিক্ৰি কৰিছা তাকো নাম-ধাম সাক্ষী-বাদী সকলো জনাই দিম। মইতো মৰিমেই তোমালোকো মৰিবা। গতিকে এই ৰিভলভাৰটো চিৰন্তাদাৰ দাদাক বিক্ৰি কৰিছিলো বুলি এতিয়াই ৰছিদ এখন লিখি দিয়া। এই লাইছেন্সখনত হাকিমে চহী কৰাৰ দিনাই বিক্ৰি হোৱা দেখুৱাবা।"

হাফিজে লাইছেন্সখন চাই দেখিলে দুই-তিনি মাহ আগতে চহী কৰা আছে। লৰালৰিকৈ ৰছিদ বহী এখন আনি ৰিভলভাৰটো নম্বৰ চাই সকলো তথ্য বিতং উল্লেখ কৰি হৰমোহন চিৰন্তাদাৰৰ নাম বিক্ৰিৰ ৰছিদ এখন লিখি দিলে। ভয়ে ভয়ে ৰছিদখন অম্বিক পিনে আগুৱাই দি দুৰ্বল মাত এটাৰে হাফিজে সুধিলে,— "পুৰণি ৰিভলভাৰটো মই কাৰ পৰা কিনা দেখুৱাম?"

"সেইটো তোমাৰ সমস্যা, মই নাজানো। চাওঁ, লাইছেন্সখন দিয়া।"

ৰিভলভাৰ আৰু লাইছেন্সখন লৈ ধীৰ পদক্ষেপেৰে অম্বিক ওলাই গ'ল। হাফিজেও উশাহ লৈ বাচিল।

"গ'ল আৰু ওলাই দুশ টকা। পুৰণা ৰিভলভাৰ কিনা বুলি কাগজপত্ৰ যোগাৰ কৰিবতো লাগিব!" হাফিজে বিৰবিৰালে।

ঘৰ পায়েই অম্বিকে পিয়াৰী থকা কোঠাটোৰ বিছনাৰ কাষৰ খিৰিকিখন টুকুৰিয়াই টুকুৰিয়াই পিয়াৰীক মাতিলে। পিয়াৰীৰো ভালকৈ টোপনি অহা নাছিল। খকমককৈ উঠি খিৰিকিখন খুলি মাত লগালে,— "কি হে, পন্তাপ খুৱা নেকি? বহু ৰাতি হ'ল দেখোন!"

"অ'।" চুৰিয়াৰ আগেৰে ৰিভলভাৰটোত লাগি থাকিব পৰা হাতৰ চিনবোৰ মোহাৰি ক'লে,— "কাইলৈ পুৱা দাদাই জলপান খোৱাৰ সময়ত মোক মাতি দিবা। মই দাদাৰ আগত সৈ কাঢ়িম। ইতা ঘুমউঁ যাই। ভাত খাবাৰ মন নাই।"

পিয়াৰীয়ে ৰিভলভাৰ আৰু লাইছেন্সখন লৈ তাৰ বাকচটোত সুমুৱাই থৈ পুনৰ শুই থাকিল। "আজি ইয়াতে থাকা।" পিয়াৰীয়ে নিদ্ৰাবিজড়িত কণ্ঠেৰে ক'লে।

অম্বিক গৈ সি থকা কোঠাটোৰ বিছনাত পৰিল যদিও তাৰ টোপনি নাহিল। নানান চিন্তাই মনত তোলপাৰ লগাবলৈ ধৰিলে। ইন্দুমতী আছিল তাৰ হৃদয়ৰ দেৱী, তাৰ জীৱন তাৰ সৰ্বস্ব। দেশৰ কামত জীৱন আহুতি দি দেশক বিদেশীৰ শাসনৰ পৰা মুক্ত কৰাৰ প্ৰতিজ্ঞা লৈ সি নিজ ৰক্তৰ অঞ্জলিৰে ইন্দুমতীক প্ৰেম নিবেদন কৰি, দুৰ্গম পথৰ যাত্ৰী হ'বলৈ প্ৰিয়াৰ পৰা নিজক বিচ্ছিন্ন কৰি আনিছিল। কিন্তু সি কি কৰিব পাৰিছে? আনফালে ইন্দুমতীয়ে দেশসেৱাৰ ব্ৰতত জীৱনৰ সকলো সুখ-সম্ভোগ ত্যাগ কৰি তাপসীৰ জীৱন যাপন কৰিবলৈ ওলাইছে তাৰেই আদৰ্শৰ অনুসৰণত। ইন্দুমতীয়ে কৈছে,— দেশৰ মানুহৰ সেৱাই দেশ সেৱা। অতি সঁচা কথা। দেশ মানে মাথোঁ অকল দেশৰ মাটিয়েই নহয়। মাটি আৰু মানুহ লৈয়েইতো দেশ! ইন্দুমতীয়ে দেশৰ মানুহৰ সেৱাকে নিজৰ ব্ৰত হিচাপে বাছি লৈছে। হত্যাৰ দ্বাৰা স্বাধীনতা নাহে বুলি কৈছে ইন্দুমতীয়ে। নিৰপৰাধ, সহজ-সৰল মানুহৰ বাবে হত্যাই মাতি আনে অবৰ্ণনীয় নৰক যন্ত্ৰণা। দেশৰ প্ৰতিগৰাকী ব্যক্তিকে যদি যুঁজৰ বাবে সাজু কৰিব পৰা গ'লহেঁতেন,— আত্মৰক্ষাৰ বাবে হ'লেও হাতে হাতে মৰণাস্ত্ৰ দিব পৰা গ'লহেঁতেন! অম্বিকে ভাবিলে। আমাৰ মানুহে দেখোন মানক যেনি বুঢ়িছেহে

অসমলৈ শান্তি মাতি আনিলে বুলি ভাবে,— বৃটিছক ত্ৰাণকৰ্তা বুলি ভাবে। যুঁজ কৰিবলৈ সাজু নহয় বাবেই সিহঁতৰ দললৈকো মানুহ আনিব পৰা নাই। পুৰণিবো কেইটামান আঁতৰিলহে। মুকুন্দ দাসৰ বাটেই আচল বাট। আগতে মানুহবোৰক সজাগ কৰিব লাগিব। তাকেই কৰিব সি। ত্ৰিগুণা, পীতাম্বৰ আৰু গণেশহঁতকো বুজাই ক'ব লাগিব।

ভাবি থাকোঁতে তাৰ কেতিয়া টোপনি আহিল সি তৰ্কিবই নোৱাৰিলে। কিন্তু টোপনি যেতিয়া আহিল মাথোঁ সপোনকে দেখিলে অম্বিকে। দেখিলে, মুকুন্দ দাসৰ লগতে গান গাই গাই সি গোটেইখন দেশ ভ্ৰমি ফুৰিছে। গীতৰ লগতে প্ৰভাৱতীয়ে যেন অবিৰাম গতিত নাচি গৈছে আৰু প্ৰাণ ঢালি গাই গৈছে,—

কাঁপায়ে মেদিনী
কৰ জয়ধ্বনি
জাগিয়া উঠুক মৃত প্ৰাণ
আলস্য জড়তা
নিৰাশা ভীৰুতা
দূৰে কৰিবে পলায়ন।

প্ৰভাৱতীৰ লগতে অম্বিকেও নাচিছে। নাচোঁতে-নাচোঁতে দেখিলে, সেয়া প্ৰভাৱতী নহয়— ইন্দুমতী। ইন্দুমতীয়ে আপোন পাহৰি গাইছে আৰু নাচিছে। ইন্দুমতীৰ গাৰ বগা সাজযোৰ বতাহত উৰি আছে,— যেন এচপৰা পাতল বগা ডাৱৰ। সেই ডাৱৰৰ আঁচলখন ক্ৰমে প্ৰসাৰিত হৈ যেন গোটেই আকাশখন ঘেৰি পেলাইছে আৰু ইন্দুমতীৰ মুখখন,— সেয়াতো ইন্দুমতী নহয়, তাৰ মাক দৈৱকী। দৈৱকীৰ দুচকুৰে যেন অনৰ্গল চকুপানী বাগৰি আছে। চাদৰৰ আঁচলখন তিতি গৈছে আৰু হঠাৎ যেন সেই উৰি থকা চাদৰখন বিশাল নৈ এখনলৈ পৰিবৰ্তিত হ'ল। লগে-লগে অম্বিক উচপ খাই উঠিল— মাকৰ মুখখন যেন এখন উজ্জ্বল সোণালী কাঁহী হৈ গ'ল। কোনোবাই যেন তাৰ কাণে কাণে ক'লে— 'সেয়া দৈৱকী নহয়,— অসম মাতৃ। স্বৰ্ণ প্ৰসবিনী আসমী আই; অকল তোমাৰ নহয়— আমাৰ সকলোৰে আই। আমাৰ মাতৃ— জন্মভূমি।' অম্বিক অভিভূত হৈ মাটিত আঁঠুকাঢ়ি ৰহিল। দুয়োখন হাত অঞ্জলিবদ্ধ কৰি সি মূৰ দোঁৱালে, "আই, মোৰ আই!" পদপ্ৰান্তত উবুৰি খাই মূৰ তুলিবলৈকে নাপালে। অসম মাতৃৰ দুচকুৰে বাগৰি অহা চকুৰ পানীৰ সেই নৈখন যেন

মহাবাহু বিশাল ব্ৰহ্মপুত্ৰত পৰিণত হ'ল। ওপৰৰ পৰা হৰ্হৰাই নামি অহা প্ৰবল জনস্ৰোত তাৰ মূৰৰ ওপৰত বাগৰি পৰিল। প্ৰচণ্ড পানীৰ সোঁতত তাৰ উশাহ বন্ধ হৈ গ'ল যেন লাগিল। বিৰাট উকমুকনি লাগি সাৰ পাই অম্বিকে দেখিলে, সি বিছনাতে শুই আছে। তাৰ গোটেই গাটো জ্বৰ ঘমাদি ঘামিছিল। আচ্ছন্নৰ দৰে কিছু সময় বিছনাত পৰি থকাৰ পাছত বাহিৰত সি চৰাইৰ মাত শুনিলে। দীৰ্ঘ সুহুৰিৰ দৰে সেই মাতে তাক যেন এক অপাৰ্থিৱ জগতলৈ টানি নিলে। মনৰ মাজলৈ আচম্বিতে এটি গানৰ কলি গুণগুণাই সোমাই আহিল—

ক'ৰ পৰানো আচম্বিতে হে মোৰ তুমি প্ৰিয়
নিশাৰ নিঁয়ৰ নৌ সৰোঁতে
পুৱাৰ পোহৰ নৌ উঠোঁতে
হাঁহি হাঁহি মোৰ দুৱাৰত দিলা আহি থিয়।

বিছনাতে সি ভগৱানক প্ৰাৰ্থনা জনালে,— "হে প্ৰভু। তুমি সৰ্বস্ৰষ্টা-সৰ্বদ্ৰষ্টা তুমি। জীৱৰ জনম আৰু মৰণৰ কাৰণো তুমিয়েই। সকলোৰে জীৱন আৰু কৰ্ম তুমিয়েই নিৰূপণ কৰা। তোমাৰ ইচ্ছাতেই এই স্থান, কাল, পাত্ৰই গতি কৰে। মোৰ মাজেৰেও তুমি তোমাৰ ইচ্ছাকেই পূৰণ কৰা প্ৰভু। মোৰ বাবে তুমি যি কৰ্ম নিৰ্ধাৰণ কৰিছা তাক পূৰণ কৰিবলৈ মোক শক্তি দিয়া প্ৰভু হে দয়াময়!"

বিছনাৰ পৰা উঠি অম্বিক যেতিয়া বাহিৰ ওলাল, চিৰন্তাদাৰ বা পিয়াৰী কোনো টোপনিৰ পৰা উঠা নাই। সি তিখৰুক জগাই পানী গৰম কৰিবলৈ ক'লে। পুবৰ আকাশত ৰঙা বেলিৰ ছাঁটো কুঁৱলীয়ে ঢাকি আছে যদিও আকাশৰ গাত ৰঙচুৱা বোলটো স্পষ্ট চকুত পৰিছে। অম্বিকে মুখখন কুঁৱাৰ পানীৰেই ধুই প্ৰাতঃভ্ৰমণৰ বাবে নৈৰ পাৰলৈ ওলাই গ'ল। ব্ৰহ্মপুত্ৰৰ বুকুখন ডাঠ কুঁৱলীয়ে আগুৰি আছে। পাৰটোও কুঁৱলীৰে সিক্ত আৰু ধূসৰ হৈ আছে। অম্বিকৰ মনত ভাব হ'ল অসমৰ জনসাধাৰণৰ মনবোৰো ঠিক এনেকুৱা সেমেকা হৈয়েই আছে। এইবোৰ সেমেকা মনত বিদ্ৰোহৰ জুই জ্বলাব লাগিলে অকল গুৱাহাটীতে ব্যস্ত হৈ থাকিলে নহ'ব। গাঁৱে-ভূঁয়ে সোমাই পৰি দেশৰ প্ৰকৃত অৱস্থা গাঁৱৰ ৰাইজক জনাব লাগিব। এই কামৰ বাবে লাগিব অজস্ৰ নিষ্ঠাবান কৰ্মী। অসমীয়া মানুহ এনেয়েও সংখ্যাত কম। মানৰ আক্ৰমণৰ কালত মানৰ নৃশংস অত্যাচাৰত বহুতো মানুহ ঘৰ এৰি যেনি-তেনি পলাই কেউপিনে সিচৰিত হৈ পৰিল। এইখিনি কৰিবলৈ কোনো শক্তিশালী ব্যক্তি মান যোৱাৰ পাছত নোলাল।

চন্দ্ৰকান্ত, কমলেশ্বৰ, পুৰন্দৰ আটায়ে মাথোঁ নিজে ৰাজপাট খোৱাৰ চিন্তাতে ব্যস্ত থাকিল। অসমলৈ ৰাজনৈতিক সুস্থিৰতা নাহিল। গতিকে মানুহে বৃটিছৰ শাসনকে ভাল বুলি ভাবিছে। আনফালে ভাষা সংস্কৃতিৰ ওপৰতো পৰোক্ষ আক্ৰমণ। গতিকে বংগ-ভংগৰ গইনা লৈ স্বদেশী আন্দোলন কৰিলেই নহ'ব। অসমী আইক বচাব লাগিব— বচাব লাগিব অসমৰ মাটি আৰু মানুহক— মানুহ হোৱাৰ সকলো আহিলাক— ভাষা, সংস্কৃতি আৰু কৃষ্টিক। তাৰ মনত ভাব হ'ল, অসমীয়া জাতিটোক সচেতন কৰি শংকৰ-মাধৱৰ অসমখনৰ সেৱা কৰিবলৈকে ভগৱানে তাক জন্ম দিছে। কুঁৱলীৰ ছাট লাগি তাৰ কাণ-মূৰ চেঁচা পৰি গৈছে। মনটোও যেন তাৰ স্পৰ্শত ধোৱা-নিকা হৈ পৰিছে। এক পবিত্ৰ পবিত্ৰ লগা মন লৈ সি উভতি ঘৰৰ পিনে খোজ ললে।

নৈৰ পাৰেদি পাক এটা মাৰি শুক্ৰেশ্বৰ ঘাটৰ পৰা ঘূৰি পণ্ডিতৰ দোকান পাৰ হৈ কেইখোজমান আগ বাঢ়িছেহে, এনেতে পশ্চিম ফালৰ বাটটোৰে নিধিৰামে হেঁফাই-ফেঁফাই দৌৰি আহি অম্বিকৰ ছোলাটোত টান মাৰি ধৰি তাক থমাই দিলে।

"এই, ইমান আটাহ পাৰছু, ইমানকে গেইৰচু তোক, শুনা নাই? ইফালে হাহাকাৰ লাগ্‌ছে।" অম্বিক থমক খাই ৰ'ল। হাহাকাৰ? কিহৰ হাহাকাৰ লাগিছে? চিৰস্তাদাৰৰ গা বৰ ভাল নাছিল। তেওঁৰ একো হোৱা নাইতো?

"কিহৰ হাহাকাৰ? কাবাৰ কিবা হৈছে নেকি?"

"কাৰ আৰো হ'ব? তোৰে হৈছে— দোকানত পুলিছ।"

"পুলিছ? মোৰ দোকানক পুলিছ কিয়ো আইহ্‌ছে?"

"কবা নৰু কিয়ো আইহ্‌ছে। তোক বিচ্‌ৰি আছে। কেশবে মোক আহি মাতাতহে মই জানলু। বিছনাৰ পৰা গিৰিপকে উঠিয়েই দৌৰ মাৰচু তোৰ দোকানোক। আহ্ আহ্ সনকালতে আহ।" —নিধিৰাম অধৈৰ্য হৈছিল।

"যাই আছু যা। তাঁহাক ৰবা কবি। তই আগবাঢ়" অম্বিকে কোৱাৰ লগে-লগে নিধিৰামে লৰ ধৰিলে।

অম্বিকে গৈ দেখে দোকানৰ সমুখৰ বাটটো লোকে লোকাৰণ্য হৈ পৰিছে। তাৰ দোকানৰ সমুখত দুজন চিপাহী আৰু থানাৰ ২ নম্বৰ দাৰোগা।

অম্বিক পোনে পোনে আহি দাৰোগাৰ ওচৰ পালে। "ইমান হুলস্থূল কিয় দাৰোগা বাবু? মোক বোলে বিচাৰিছিল, কিয়?"

দাৰোগাই তৎক্ষণাৎ একো উত্তৰ নিদিলে। অম্বিকৰ মূৰৰ পৰা ভৰিলৈকে তীক্ষ্ণ দৃষ্টি বুলাই লৈ গহীন মাতেৰে ক'লে, "তোমাৰ দোকান খানাতালাছ কৰাৰ ৱাৰেণ্ট আছে। দোকান খোলা। সাক্ষী দুজনমানো লাগিব।" দাৰোগাই তাত গোট খোৱা এজনলৈ আঙুলিয়াই ক'লে, "এই, তুমি এইফালে আহা।"

অম্বিকে দোকানৰ তলাটো খুলিবলৈ লৈ নিধিৰামক মাত দিলে,— "নিধিৰাম, তয়ো থাক। কিন্তু দাৰোগাবাবু, মোৰ দোকান খানাতালাছৰ ৱাৰেণ্ট কিয়? কাক লুকুৱাই ৰাখিছোঁ মই?"

"মানুহ নহয়। গুলী-বাৰুদ, পিষ্টল, বোমা, বন্দুক, ৰিভলভাৰ।"

"সেইবিলাক বস্তু মই কি কৰিম?"

দাৰোগাই অম্বিকৰ কথাৰ কোনো উত্তৰ নিদি চিপাহীটোক দোকান খানাতালাছ কৰিবলৈ লগাই দিলে। চিপাহীটোৱে বস্তুবোৰ টনা-টুনি কৰি আটাইবোৰ কেউফালে সিঁচৰিত কৰি দিলে। চিপাহীৰ কাম দেখি অম্বিকৰ বৰ খং উঠিল।

"এই কিতাপ-কাগজ নষ্ট হ'লে কিন্তু মই সুদাই নেৰোঁ। ডেমেজ ছুট দিম। এই নিধিৰাম, তয়ো সাক্ষী থাক।"

অম্বিকৰ কথা শুনি চিপাহীৰ উৎপাত আৰু বেছি বাঢ়িল। খঙে গৈ অম্বিকৰ মূৰৰ চুলি পালেগৈ। আগবাঢ়ি গৈ চিপাহীৰ হাতখনত টান মাৰি ধৰিলে। দাৰোগাই গহীন সুৰত অম্বিকক সতৰ্ক কৰি দিলে।

"চৰকাৰী কামত বাধা দিলে কিন্তু এৰেষ্ট কৰি লৈ যাম।"

অম্বিকে চিঞৰি উঠিল,— "কৰাচোন এৰেষ্ট, চাওঁ। মোৰ সৰু দোকান। বস্তু বেছি নাই। নষ্ট হ'লে কোনে ভৰিব? ভালদৰে চাব নোৱাৰিনে? চাহাবৰ গোলাম চালা, বিচাৰ বিবেচনা চব পুৰি খাইছ তহঁতে।"

গতি বেয়া দেখি নিধিৰামে অম্বিকৰ কান্ধত জোৰকৈ হাতেৰে ধৰি উৎকণ্ঠিত চেপা মাতেৰে ক'লে,— "এই অম্বিক, মনে মনে থাক। হৈ যাবা দি কামটু।"

বস্তুবোৰ লণ্ডভণ্ড কৰি চুক-কোণ ওপৰ-তল কেউপিনে হাতৰ লাঠীডালেৰে খুচি-খুচৰি চাই চিপাহীজনে দাৰোগাক ৰিপৰ্ট দিলে,—"কতো একো নাই হুজুৰ।"

দাৰোগাই অম্বিকক সুধিলে,— "পিছফালে ওলোৱা-সোমোৱা বাট আছে নেকি?"

ক্ৰুদ্ধ দৃষ্টি নিক্ষেপ কৰি অম্বিকে ক'লে,— "নিজে নোচোৱা কিয়?"

দোকানৰ বেৰবোৰ ইকৰাৰে সজা। তাত গোবৰ-মাটিৰে লিপি চূণ দিয়া আছিল। দাৰোগাই অম্বিকৰ কথাৰ কোনো উত্তৰ নিদি হাতৰ লাঠীডালেৰে বেৰত কোবাবলৈ ধৰিলে। ঠায়ে-ঠায়ে ফাটি কিছুমান মাটি চপৰা সৰি পৰিল। ইকৰাৰ ফাঁকেৰে পিছফালে থকা ঘৰৰ চোতাল এখন দেখা গ'ল। কোনো গুপ্ত বাটৰ সন্ধান বেৰবোৰত নোলাল। দাৰোগাই তেতিয়া অম্বিকৰ দোকানৰ পৰাই উকা কাগজ এখন টান মাৰি আনি খানাতালাছৰ প্ৰতিবেদন লিখিবলৈ ঠাই এৰি তলত অম্বিক, নিধিৰাম, দাৰোগাই ৰখাই থোৱা সাক্ষীজন আৰু চিপাহীটোক চহী কৰিবলৈ ক'লে।

অম্বিকে তৎক্ষণাৎ কৈ উঠিল,— "উকা কাগজত কোনেও চহী কৰিব নোৱাৰে। আগতে ওপৰত কি লিখে লিখক, তাৰ পাছতহে চহী।"

"হয় দাৰোগা বাবু, ৰিপৰ্টটো আগতে লিখা উচিত হ'ব।" নিধিৰামে অম্বিকৰ কথাতে হয়ভৰ দিলে।

দাৰোগাই কঁপালখন কোঁচাই অম্বিক আৰু নিধিৰামলৈ এবাৰ চাই খানাতালাছৰ প্ৰতিবেদনখন লিখিবলৈ লৈ চিপাহীজনলৈ চাই সুধিলে,— "কিবা পালা নেকি?"

"পালো ছাৰ, কিতাপ কেইখনমান, পুৰণি বাতৰিকাকত আৰু আলোচনী কিছুমান, বগা কাগজ কেইদিস্তামান, কেঁচাবন্ধা আৰু পকাবন্ধা বহী কিছুমান, কলম. চিয়াহী, ৰবৰ...।"

দাৰোগাৰ মূৰ গৰম হৈ গ'ল। ধমক মাৰি সুধিলে,— "আৰে অন্য কিবা অস্ত্ৰ-চস্ত্ৰ পালি নেকি গৰু...।"

"অস্ত্ৰ?" মূৰ খজুৱাই চিপাহীয়ে থেৰোগেঁৰোকৈ ক'লে,— "এখন কলম কটাৰী পাইছোঁ ছাৰ, অন্য একো নাইচোন।"

"ঠিক আছে।" কিতাপ-কাগজৰ বাহিৰে বোমা-বাৰুদ বা অস্ত্ৰ-শস্ত্ৰ একো পোৱা নহ'ল বুলি প্ৰতিবেদন লিখি দাৰোগা আৰু চিপাহীয়ে চহী কৰাৰ পাছতহে নিধিৰাম, অন্যজন সাক্ষী আৰু অম্বিকে খানাতালাছ প্ৰতিবেদনখনত চহী কৰিলে।

দোকানখন বন্ধ কৰি তলা মৰাৰ পাছতেই দাৰোগাই অম্বিকক গম্ভীৰ সুৰত ক'লে,— "এতিয়া বলা, তোমাৰ ঘৰলৈ।"

অম্বিকে আচৰিত হোৱাদি ক'লে,— "মোৰ ঘৰ? মোৰতো নিজা ঘৰ নাই।"

দাৰোগাই নিধিৰামলৈ চাই সুধিলে,— "নিশা এওঁ ক'ত শোৱেহে?"

"চিৰন্তাদাৰৰ বাহিৰা ঘৰত। তালৈকেই যাব নেকি? আহক তেনেহ'লে।" অম্বিকেই উত্তৰ দি লগে লগে চিৰন্তাদাৰৰ ঘৰৰ পিনে আগবাঢ়িল।

অম্বিকৰ ভয় লাগি আছিল। ৰিভলভাৰটোৰ কথা লৈ। যদি চিৰন্তাদাৰ থকা ঘৰটোতো খানাতালাছ কৰিবলৈ সোমায়। কিন্তু ঘৰ পাই দেখিলে পিয়াৰী ডাক্তৰ ইতিমধ্যে ছুটকেছটো লৈ বৰপেটালৈ ৰাওনা হৈছে আৰু চিৰন্তাদাৰো অফিছলৈ গৈছে। তেতিয়া দহ বাজোঁ বাজোঁ। চিৰন্তাদাৰ ন বজাতে অফিছলৈ যায়।

দাৰোগাই অম্বিক থকা ঘৰটোৰ আটাইকেইটা কোঠা আৰু এনেকি ৰান্ধনি ঘৰটোও চালে। চিৰন্তাদাৰৰ বৰঘৰটোত নোসোমাল। কতো একো নাপাই দোকানত দিয়াৰ দৰে খানাতালাছ কৰি কোনো আপত্তিজনক বস্তু পোৱা নাই বুলি প্ৰতিবেদন লিখি চহী লৈ আঁতোৰাৰ পাছতেই অম্বিকে দাৰোগাৰ পিনে ঘূৰি কঠোৰ স্বৰেৰে ক'লে,— "দাৰোগাবাবু। আমাৰ দেশৰ পৰম দুৰ্ভাগ্য যে আপোনালোকৰ দৰে যিবোৰ মানুহে দেশৰ জনসাধাৰণক ৰক্ষাৰ ভাৰ লৈছে, তেওঁলোকৰ হাততে ৰাইজৰ স্বাধীনতা ধ্বংস হৈছে। নিজৰ বিবেক-বুদ্ধি সকলো আপোনালোকে চাহাবৰ হাতত হয় বন্ধকী থৈছে নহ'লে বিক্ৰি কৰিছে। এটা কথা জানি থব, হাতত বন্দুক-বাৰুদ পালে দেশৰ মানুহে, এনেকি মহো, আপোনালোকৰ দৰে বিষয়া আৰু বমফিল ফুলাবৰ দৰে চাহাবকে প্ৰথমে গুলীয়াই মৰা অসম্ভব নহয়।"

অম্বিকৰ কথা শুনি নিধিৰামৰ চকু থিয় হৈ গ'ল। "কি কহ এ অম্বিক। মানুহ মাৰা ইমানে সহজ না?"

"নহয়। মানুহ মাৰা সহজ নহয়; কিন্তু মানুহ অত্যাচাৰত অতিষ্ঠ হলিহে মানুহক মাৰে। জীৱন ৰক্ষাৰ কাৰণে, বন্ধু-বান্ধৱক ৰক্ষাৰ কাৰণে— দেশ আৰু জাতি ৰক্ষাৰ কাৰণে মাৰে আৰু মৰেও।" গহীন সুৰত অম্বিকে ক'লে। "গতিকে চাকৰি কৰিছে কৰক; কিন্তু মানুহৰ জীৱন আৰু সম্পত্তি নষ্ট নকৰিব— মোৰ দোকানত কৰাৰ দৰে। জীৱিকা ধ্বংস কৰা মানেই জীৱন ধ্বংস দাৰোগা বাবু!"

দাৰোগাই মুখেৰে একো নামাতি অগ্নিবৰ্ষা চকুৰে অম্বিকলৈ চাই গুলাই গ'ল।

নিধিৰামে অম্বিকক ক'লে,— "বৰ কলি দে।"

অম্বিকে মাথোঁ দাৰোগা যোৱাৰ ফাল এক নিৰাশ অভিব্যক্তিৰে চাই ৰ'ল। এইবোৰেই আমাৰ দেশৰ ক্ষুদ্ৰস্বাৰ্থৰে আচ্ছন্ন মানুহ।

হৰমোহন চিৰন্তাদাৰক জিলাৰ বৰ চাহাবে তেওঁৰ ব্যক্তিগত চেম্বাৰলৈ মাতি নিলে। চিৰন্তাদাৰে গৈ দেখিলে এছ. পি. সেনে বৰ চাহাবৰ লগতে বহি আছে। বৰ চাহাবে চিৰন্তাদাৰক দেখা পোৱা মাত্ৰে গম্ভীৰ সুৰত প্ৰশ্ন কৰিলে,—"ইটু কি হৈছে ৰৰবাবু, থুমাৰ ভাই কি চব কৰিছে?"

চিৰন্তাদাৰে কথা কি বুজি নাপাই প্ৰশ্নসূচক দৃষ্টিৰে এছ. পি. লৈ চালে। এছ. পি. সেনে চিৰন্তাদাৰক কথাটো বুজাই দিলে, "অম্বিকৰ বিৰুদ্ধে সন্ত্ৰাসবাদী কাৰ্যকলাপৰ লগত যুক্ত আছে বুলি অভিযোগ এটা আহিছে। তাৰ দোকান আৰু থকা ঘৰত বোমা-বাৰুদ, আগ্নেয়াস্ত্ৰ আছে বুলি এটা সংবাদ পাই পুলিছে আজি ৰাতিপুৱা তাৰ দোকান আৰু থকা ঘৰ খানাতালাছ কৰিছে। আপুনি গম নাপায় নেকি?"

হৰমোহন চিৰন্তাদাৰ আকাশৰ পৰা যেন সৰিহে পৰিল। এইবোৰ কথাৰ কোনো শুং-সূত্ৰই তেওঁ পোৱা নাছিল।

"মই সঁচাকৈয়ে একো জনা নাই ছাৰ। কিবা পালে নেকি? মই তাৰ বাবে বৰ লজ্জিত ছাৰ।" তলমূৰকৈ চিৰন্তাদাৰে ক'লে।

"কিবা পালে নে নাই দাৰোগা আহিলেহে গম পোৱা যাব।"

এনে সময়তে বৰ চাহাব অৰ্থাৎ ডি. ছিৰ পিয়নজনে আহি ছেল্যুট দি জনালে, "চাব, দাৰোগা বাবু আপসে মিলনে চাহতা।"

লগে-লগে বৰ চাহাবে আদেশ দিলে,— "বুলাও জলদি।"

অলপ পাছতে দাৰোগা সোমাই আহি দীঘলীয়া ছেলুট এটাৰে ডি. ছিক অভিবাদন জনাই এছ.পি.কো ছেল্যুট দি সষ্টম হৈ থিয় দিলে।

এছ. পি. সেনে দাৰোগালৈ চাই ক'লে,— "ৰিপৰ্ট আনিছানে?"

"আনিছোঁ ছাৰ" দাৰোগাই ৰিপৰ্টটো এছ. পিলৈ আগবঢ়াই দিলে।

এছ. পিয়ে কাগজৰ পৰা মূৰ নোতোলাকৈয়ে পুনৰ সুধিলে,— "সন্দেহজনক কিবা পালা নেকি?"

"নাই পোৱা ছাৰ; কিন্তু কথাবোৰ হ'লে বৰ উগ্ৰ।" নিম্নস্বৰত দাৰোগাই জনালে।

"ক্যা হুৱা, মি. সেন?" বৰ চাহাবে অধৈৰ্য হৈ এছ. পিক সুধিলে।

"কুচ মিলা নেহি ছাৰ, দিছ ইজ দ্য ৰিপৰ্ট।" মি. সেনে দাৰোগাৰ ৰিপৰ্টটো ডি.ছিলৈ আগবঢ়াই দিলে।

চিৰন্তাদাৰ যেন উশাহ লৈ বাচিল।

"ইউ মে নাও গ' বৰবাবু। বাট্ আপ্‌না ভাইকো চম্ভালনা, নহীতো...।" ৰিপৰ্টটো পঢ়ি চাই বৰচাহাবে চিৰন্তাদাৰক বিদায় দিলে।

দীঘলীয়া চালাম এটা দি চিৰন্তাদাৰ তলমূৰকৈ গুচি গ'ল।

পুলিছে দোকান আৰু ঘৰ খানাতালাছ কৰি যোৱাৰ পাছত অম্বিক সিহঁতৰ খাৰঘুলিত থকা বস্তুখিনিৰ কথা চিন্তা কৰি শংকিত হৈ পৰিল। ত্ৰিগুণাক যেনেতেনে লগ ধৰি ইয়াৰ এটা সুব্যৱস্থা কৰিব লাগিব! কাপোৰ-কানি পিন্ধি ওলাবলৈ ধৰোঁতেই তিখৰুৱে মাত লগালে,— "দাদা, কুঁৱাৰ পাৰতে গাটু ধুই ভাত মুঠা খাই একেবাৰে অলে য'ক। ভাত হৈছেই— দালিত চম্ভাৰটু দিলিয়ে হ'ল।"

অম্বিকেও ভাবি চালে কথাটো তিখৰুৱে বেয়া কোৱা নাই। ভাতকেইটা খাই-বৈ ওলোৱাই ভাল হ'ব। উভতি আহোঁতে কিমান পলম হয় ঠিক নাই।

ত্ৰিগুণা ঘৰত নাছিল। বঙ্কিমৰ তালৈ গৈছে বুলি শুনি অম্বিক বঙ্কিমৰ ঘৰলৈকো গ'ল, কিন্তু ত্ৰিগুণা-বঙ্কিম কাকো লগ নাপালে। দুয়ো ডিঃগাৰুৰ ফালে গ'ল বুলি শুনিলে। অম্বিক কেইবাদিনো বশিষ্ঠৰ ফালে যোৱা নাই। বশিষ্ঠৰ কেম্প কেইটাৰ চিন-মোকাম মাৰি গণেশে নিশ্চয় নোহোৱা কৰি পেলালে। অম্বিকে দক্ষিণপাৰৰ পৰা গোটোৱা ল'ৰাকেইটাক প্ৰশিক্ষণৰ বাবে খাৰঘুলিলৈ অনাৰ কথা কৈছিল যদিও সিহঁতে কি কৰিছে অম্বিকে খবৰ লব পৰা নাই। গতিকে নিজে গৈ চাই অহাটোৱেই ভাল হ'ব বুলি ভাবিলে। বঙ্কিমহঁতৰ ঘৰৰ পৰা ওলায়েই অম্বিকে পীতাম্বৰক লগ পালে। পীতাম্বৰ বৰ অস্থিৰ হৈ আছিল। অম্বিকক আঁতৰৰ পৰা দেখিয়েই সি প্ৰায় লৰ মাৰি অহাদি আহিল।

"ইমান বিচাৰি ফুৰিছোঁ তোক! ক'ত ঘূৰি ফুৰিছ? বাপ্‌ৰে, মোৰ ইফালে মূধা ছুট ঘটিবৰ উপক্ৰম!" —পীতাম্বৰে হেঁফাই ফেঁফাই কোৱাদি ক'লে।

পীতাম্বৰৰ অৱস্থা দেখি অম্বিকেও বৰ ভয় খালে। কিবা অঘটন আকৌ ঘটিল নেকি! দলৰ কাৰোবাক বাৰুদে-পিষ্টলে ধৰিলে নেকি বাৰু?

"ইমান অস্থিৰ হৈছ কিয়, কি হৈছে? ইমান উধাতু খাই আহিছ কিয়?" —উদ্বিগ্ন মাতেৰে অম্বিকে পীতাম্বৰক সুধিলে।

উশাহ নসলোৱাকৈয়ে পীতাম্বৰে অম্বিকক ভৰ্ৎসনাৰ সুৰত ক'লে,— "ক'ত ঘূৰি ফুৰিছ? বিচাৰি বিচাৰি মই হায়ৰাণ। ভাবি চাইছনে নাই, তোৰ পিছে পিছে মানুহ থাকিব পাৰে বুলি?" মুখখন অম্বিকৰ কাণৰ কাষলৈ নি ফুচফুচাই কোৱাদি পুনৰ ক'লে,— "তোৰ দোকন ঘৰ পুলিছে খানাতালাছ কৰিছে মানে লগৰে কোনোবাই পুলিছক কিবা কৈছে। সিহঁতে আন কোনোবাকো তোৰ ওপৰত চকু ৰাখিবলৈ নলগাবনে? তই যে খানাতালাছৰ পাছতে আক-তাক বিচাৰি ফুৰিছ, পুলিছৰ চোৰাংচোৱাই গম পালে তাহাঁতকো হাৰাশাস্তি নকৰিবনে?"

অম্বিকে থমক খালে। পীতাম্বৰৰ কথা শুনিহে বুজিব পাৰিলে যে সি সঁচাকৈয়ে বুদ্ধিভ্ৰষ্ট হৈছে। এতিয়াই সি ৰক্তিম-ত্ৰিগুণাহঁতক ঘৰে ঘৰে বিচাৰি ফুৰিব নালাগিছিল। অলপ কিংকৰ্তব্য বিমূঢ় হোৱাৰ দৰে সি পীতাম্বৰলৈ চালে।

"কিন্তু...!"

"আহ আমি হৰিবহঁতৰ তালৈ যাওঁ। সিহঁতৰ ঘৰত অকল হৰিবহে আছে। ঘৰৰ আটাইবোৰ শিৱসাগৰলৈ গৈছে। হৰিবৰ মোমায়েকৰ জীয়েকৰ বিয়া। সাদিনমান পাছতহে আহিব। তাৰ তাত বহিয়েই কথাবোৰ আলোচনা কৰি কিবা এটা কৰিব লাগিব।" পীতাম্বৰে অম্বিকৰ হাতত ধৰি আমবাৰীৰ পিনে টানি লৈ গ'ল।

হৰিবৰ দেউতাক দৰ্জী। কোনোমতে পেটে-ভাতে খাই আছে যদিও ল'ৰাক পঢ়ুৱাবলৈ এৰা নাই। হৰিবে পীতাম্বৰৰ লগতে এণ্ট্ৰেন্স পাছ কৰি এতিয়া দেউতাকৰ কামটোকেই ভালকৈ শিকি লৈ পাণবজাৰত মেচিন এটা লৈ বহা আৰম্ভ কৰিছে। অম্বিকহঁতৰ দলটোৰ আটাইকেইটাৰ লগতে তাৰ হৃদ্যতা আছে। সভা-সমিতি, যাত্ৰা-পালা পতা, ইঁচৰি, মহোহো, খেলা-ধূলা সকলো কামতে বৰ সহায় কৰে। ১৬ অক্টোবৰৰ বংগ-ভংগ বিৰোধী সভাখন হৰিব, তালেব, ৰহিমহঁতৰ যত্নতে সফল হৈছিল বুলি ক'লেও মিছা কোৱা নহয়। মাছখোৱা আৰু লাখটকীয়া অঞ্চলৰ কেইবাগৰাকী হেকিম আৰু মৌলবী চাহাবে সেই

সভাত হিন্দু-মুছলমানৰ এক ভ্ৰাতৃত্ব, অসমৰ সাম্প্ৰদায়িক মিত্ৰতাৰ বিষয়ে যি উদ্দীপ্ত ভাষণ দিছিল তাৰ মৰ্ম্ম সভাত থকা প্ৰতিগৰাকী ব্যক্তিৰ মনত বহুদিনলৈ গভীৰভাৱে বহি গৈছিল।

অম্বিকহঁত যেতিয়া হাবিবৰ ঘৰ পায়গৈ, হবিবে তেতিয়া ভাত খাবলৈ বহিছিল। অম্বিকহঁতক দেখি হবিব উৎফুল্ল হৈ উঠিল। "ভালে হৈছে দে আহিছ। ৰান্ধি-বাঢ়ি অকলে অকলে খাবলৈ বৰ বেয়া লাগি আছিল। বিলাহীৰে মাছৰ টেঙা আৰু ভাপত দি সিজোৱা মাছ। তহঁতেও খা আহি।" হাত ধুই দুখন কাঁহী লৈ আহি হবিবে পীতাম্বৰ আৰু অম্বিকৰ বাবে খেৱা ঠাই ঠিক কৰাত লাগিল।

পীতাম্বৰ গোড়া বামুণৰ ঘৰৰ ল'ৰা। কিবাকৈ কেতিয়াবা মুছলমানৰ হাতেৰে ৰন্ধা মাছ-ভাত খোৱাৰ কথা ওলাই পৰিলে তাৰ ঘৰলৈ যোৱাটোৱেই অসম্ভৱ হ'ব। গৰুৰ গোবৰ খাই, চুলি খুৰাই প্ৰায়শ্চিত্ত কৰিও শান্তিত থাকিব নোৱাৰিব। অম্বিকে কথাটো ভালদৰেই জানে। পীতাম্বৰে কিবা ক'বলৈ মুখ মেলাৰ লগে লগে অম্বিকেই কৈ উঠিল,— "পীতাম্বৰে এইমাত্ৰ খাই আহিছে। সি ক'ত খাব— মোকে দে।" মাটিত পীৰা এখন পাৰি লৈ অম্বিক হবিবৰ ওচৰতে বহি ললে।

পীতাম্বৰেও সকাহ পালে। "তহঁতে খাই উঠি মোক চাহ এপিয়লাকে বনাই দিবি। অন্য কিবা খাবলৈ পেটত ঠাই নাই।"

"ঠিক আছে।" ভাতৰ পাতত বহি হবিবে পীতাম্বৰক সুধিলে,— "এতিয়া ক, কিবা কামত আহিছ নে এনেয়ে আহিছ দোস্তৰ গৰিবখানালৈ।"

"আচলতে এটা বৰ ডাঙৰ কামত তোৰ সহায় বিচাৰি আহিছোঁ।" পীতাম্বৰে আৰম্ভ কৰিলে। "আজি ৰাতিপুৱা অম্বিকৰ ঘৰ আৰু দোকান পুলিচে খানাতালাছ কৰিলে। তাৰ মানে বুজিছই নহয় তাৰ ওপৰত ইংৰাজ চৰকাৰৰ চোকা চকু পৰিছে। কিন্তু দেখিছনে, সি নিশ্চিন্ত মনে কেনেকৈ ঘূৰি ফুৰিছে।" —অম্বিকৰ পিনে ভৰ্ৎসনাভৰা দৃষ্টিৰে চাই পীতাম্বৰে ক'লে।

অম্বিক সৰিয়হ বটা, আদা-নহৰু বটা আৰু কেঁচা জলকীয়া দি ভাপত সিজোৱা ৰৱালি মাছৰ কোলাঠি এটা বাতিৰ পৰা কাঁইট তুলি লোৱাত ব্যস্ত আছিল। পীতাম্বৰৰ কথা শুনি মাত্ৰ চকু তুলি পীতাম্বৰ আৰু হবিবৰ পিনে চাই পুনৰ খোৱাত ব্যস্ত হৈ পৰিল।

অম্বিক বৈষ্ণৱ ধৰ্মমতত বিশ্বাসী যদিও মানুহৰ মাজত জাত-পাত ধৰ্ম-সম্প্ৰদায়ৰ পাৰ্থক্য সি নামানে। সি কয়, শংকৰদেৱে কৈছে,— সৃষ্টিৰ প্ৰতিটো জীৱই পৰমপিতা পৰমব্ৰহ্মৰ সন্তান। গতিকে ইজন মানুহৰ আনজন মানুহৰ লগত পাৰ্থক্য ক'ত? আৰু ধৰ্মও মানুহেহে সৃষ্টি কৰিছে। আচল ধৰ্মটো এটাই-মানব ধৰ্ম। মোৰ জাত বা ধৰ্মটো ইমান ঠুনুকা বস্তু নে যে কোনোবাই ৰন্ধা আৰু কাৰোবাৰ ঘৰত খালেই সেইটো নষ্ট হ'ব! অম্বিক যদিও জাত-পাত বা ধৰ্ম-সম্প্ৰাদায়ৰ ক্ষেত্ৰত উদাৰ আছিল, খাদ্য-বাছনিৰ ক্ষেত্ৰত সংৰক্ষণশীল আছিল বুলি ক'লেও অত্যুক্তি কৰা নহয়। মঙহৰ ক্ষেত্ৰত সি ছাগলী, পাৰ, হাঁহ, পহু আৰু কাছৰ বাহিৰে অন্য মাংস আৰু মাছৰ ক্ষেত্ৰত গৰুৱা, শাল চেনাৰ আৰু শিঙি মাচ নাখাইছিল। জাত-পাতৰ ক্ষেত্ৰত অম্বিক ইমান উগ্ৰ আছিল যে তাৰ উপনয়নৰ সময়ত দিয়া লগুণডালো গুপ্ত সংগঠনটো খোলাৰ লগে-লগে গাৰ পৰা খুলি পুৰি পেলাইছিল।

পীতাম্বৰে তাৰ নিজৰ কথাৰ আঁত ধৰিয়েই ক'বলৈ ধৰিলে,— "তই অম্বিকক মিএগ সজাই দিব পাৰিবিনে?"

হৰিব যেন আকাশৰ পৰাহে পৰিল,— "মিএগ?"

পূব বংগৰ মৈমনসিঙৰ পৰা অসমলৈ অহা মুছলমান মানুহখিনিক অসমীয়া মানুহে মিএগ বুলিছিল। কলিকতাৰ পৰা ডিব্ৰুগড়লৈ চলা জাহাজবোৰৰ খালাচীবোৰো চট্টগ্ৰাম অঞ্চলৰ মিএগই আছিল। তেনেবোৰ মিএগক গুৱাহাটীতো দুই-চাৰিজন দেখা গৈছিল। তেওঁলোকে টিনৰ বাকচ, ড্ৰাম, চাকি আদি তৈয়াৰ কৰা, বাল্টি মেৰামতি কৰা ইত্যাদি কামৰ লগতে মাটি আদি কটাৰ কামো কিছু কিছু কৰিছিল।

পীতাম্বৰে ক'লে,— "এৰা, মিএগ কামলা সজাই দিব লাগে— যাতে পুলিছৰ পৰা পলাই ফুৰিব পাৰে। ৰাতি চিন্তা নাই, দিনটোতহে ভয়। তাৰ নিজৰ কাপোৰজোৰ তোৰ ইয়াতে থৈ যাব। গধূলিৰ পাছত এটা সময়ত আহি আকৌ কাপোৰ সলাই যাব। ক, তই পাৰিবিনে? লুঙি, দাড়ি, চুলি, কোৰ, —এইবোৰ দিব পাৰিবিনে?"

"লুঙি, কোৰ দিব পাৰিম ৰহ; কিন্তু দাড়ি, চুলি নহ'লেও হ'ব দে। লুঙি এখন, পুৰণা লুঙি লাগিব কিন্তু; অলপ ফটা হ'লেও বেয়া নহয়;— আৰু মাটি পেলোৱা টুকুৰি এটা, লগতে কোৰখন হ'লেই হ'ব।"

"ৰ, বাবাজানৰ পুৰণি ফটা লুঙি এখন বেৰতে ওলোমাই থোৱা আছে।"

অম্বিকে যেতিয়া ফটা লুঙিখন পিন্ধি তলৰ পাতলিটো ওপৰলৈ তুলি কঁকালত খোঁচ মাৰি, মূৰত মাটি পেলোৱা পুৰণি টুকুৰি এটা উবুৰিয়াই পিন্ধি কান্ধত কোৰখন লৈ ওলাল পীতাম্বৰে সকাহৰ নিশ্বাস এটা পেলালে। হবিবে কৰবাৰ পৰা ফটা মলিয়ন ছোলা এটা অম্বিকক যোগাৰ কৰি দিছিল। হাত ভৰিবোৰো অম্বিকে ধূলিমাটি মোহাৰি চেহেৰাটো সাইলাখ দিন-হাজিৰা কৰা মানুহৰ দৰে কৰি লৈছিল।

চাহ পিয়লা কাই পীতাম্বৰ ঘৰৰ পিনে গ'ল আৰু অম্বিকেও বশিষ্ঠৰ পিনে খোজ ললে।

বশিষ্ঠ পাই অম্বিকে সিহঁতে বোমা-তৈয়াৰ কৰা ঠাই কেইখন এফালৰ পৰা চাই গ'ল। পুৰণি ঠাইবোৰত নতুনকৈ গছ-লতা গজি উঠি চিনিব নোৱৰা কৰি তুলিছে। নতুনকৈ চাফ-চিকুণ কৰি লোৱা ঠাইবোৰৰ ওচৰে-পাজৰে খৰিকটিয়াই খৰি লুৰাৰ চিন আছে। ওপৰৰ শুকান গছৰ ডাল ভাগি পৰিছে দুই-এঠাইত। অম্বিকে বুজি পালে গণেশৰ কথা মতে সেই ঠাইডোখৰৰ পৰা প্ৰশিক্ষাৰ্থীবোৰ আঁতৰোৱা প্ৰায় দহ-পোন্ধৰ দিনেই হ'ল। অম্বিকে এটা স্বস্তিৰ নিশ্বাস পেলালে। শুকান গছৰ ডাল কিছুমান ভাঙি খৰি এবোজা কৰি মূৰৰ টুকুৰিটোত তুলি লৈ বেলতলাৰ পিনে আগবাঢ়িল। আধা কেঁচা সৰা ডাল এটা ওপৰৰ বাকলিবোৰ গুচাই বিড়িৰ দৰে কৰি হাতত লৈ কৰবাত সেইটো জ্বলাব পাৰে নেকি ইফালে-সিফালে চাই আহি থাকোঁতে গণেশকে লগ পালে। বং চাওঁ বুলি গণেশক সি মাত লগালে—

"কুথা থাকে আইছল্যান বাবু? বিড়িডা খাইতে জ্বালানি পাবু কুতে বাবু?"

গণেশে চক খাই অম্বিকৰ পিনে চাই জেপৰ পৰা জুইবাহ এটা উলিয়াই দি অম্বিকৰ মুখলৈ চালে। মানুহটোক কৰবাত দেখা যেন লাগিছে, ক'ত দেখিছে মনত পৰা নাই। গণেশে মুখলৈ চাই থকা দেখি অম্বিকে হাঁহি সামৰিব নোৱাৰিলে। হাঃ হাঃ কৈ হাঁহি দিলে। গণেশে তেতিয়াহে চিনি পালে, অম্বিক, অম্বিক এইটো।

"এই, তই এইটো বেশত ইয়াত ঘূৰি ফুৰিছ কিয়?"

"আহ, সোঁখিনিতে বহি গোটেইখিনি কথা কওঁ।" বাটৰ পৰা অলপ আঁতৰত থকা শিমলু গছ এজোপাৰ ওচৰলৈ অম্বিকে গণেশক মাতি নি গোটেইখিনি কথা ক'লে। গণেশ চিন্তাত পৰি গ'ল।

"নৰেশ্বৰ ঘৰৰ পৰা অহা নাই। বাৰীৰ কামত লাগিছে; কিন্তু বকো অঞ্চলৰ ল'ৰা দুজন আহিছে। সিহঁতে খাৰঘুলিলৈ অহা-যোৱা কৰি আছে। বশিষ্ঠত পুলিচে একো নাপায়। কিন্তু খাৰঘুলিত যদি পুলিছে দল-বল লৈ সোমায়, দিগদাৰ আছে। মই এইকেইদিন মামাহঁতৰ ঘৰত আছোঁ —মামাহঁতৰ খেতিত অলপ লাগি দিব লাগে। কাইলৈ ৰাতিপুৱাতে কিন্তু নৰেশ্বৰো খাৰঘুলিলৈ যোৱাৰ কথা। তাৰে ওচৰত কৰবাত ছালি এখন সাজিছে। ছয়গাঁৱৰ ল'ৰা এটাও আহিব। চাৰিওটা সেই ছালিখনতে থাকিব। ঘৰৰ পৰা আহি খাৰঘুলিত কাম শিকা তাৰ অসুবিধা। সিহঁতক কথাটো জনাব লাগিছিল নহ'লে বিপদ হ'ব। মই ইফালে এৰিব নোৱৰা কামত লাগিছোঁ, যাব নোৱাৰিম। তয়ে সিহঁতক বচাব লাগিব।" —চিন্তান্বিতভাৱে গণেশে ক'লে।

"তই চিন্তা নকৰিবি। যেনেকৈয়ে হ'ক মই কিবা এটা কৰিম।" অম্বিকে গণেশক সান্ত্বনা দি ক'লে,— "মই বশিষ্ঠৰ পৰা সিহঁত আঁতৰিছেনে নাই তাকেহে চাবলৈ আহিছিলো। বৰ পিয়াহ লাগিছে, চাহ খুৱাব পাৰিবি নে?"

"পাৰিম। মোমাইহঁতৰ তালৈকে যাওঁ। তোৰ যিটোহে ভেশ ধৰিছ, চোতালৰ এমূৰত খৰি এছটা পাৰিহে বহিব লাগিব। মাটিৰ বাচনত চাহ দিব। খাই উঠি সেইটো বাহিৰলৈ আনি ভাঙি দলিয়াই পেলাব লাগিব। ৰ, তই মিঞাৰ দৰে কথা ক'বলৈ শিকিলি ক'ত?"

"কত আৰু! ইয়াতেই শিকিলো। সুৰেশ দাসগুপ্ত, জাহাজৰ খালাচী ইহঁতৰ— পৰাই শিকিলো।"

"হয় দে, একদম মিঞা যেন লাগিছে অ' তোক।"

"মাত্ৰ বেছি কথা নুসুধিবি। বেছিকৈ কথা কলেই ধৰা পৰি যাম।" অম্বিক আৰু গণেশ দুয়ো স্ফুৰ্তিতে হাঁহি দিলে।

গণেশৰ মোমায়েকহঁতৰ তাত চাহ খাই উঠি অম্বিক যেতিয়া গৈ হৰিবৰ ঘৰ পায় তেতিয়া নিশা আঠ বাজি গৈছে। মূৰৰ টুকুৰিটো নমাই থৈ অম্বিকে হৰিবক ক'লে,— "এয়া, খৰি লৈ আহিছোঁ। চাহ-জলপান খুউৱা।"

"চুজিৰ হালুৱা গাখীৰেদি বনায়েই থৈছোঁ। ই পীতাম্বৰে হেনো ৰুটী-ভাজি নাখায়। চাহৰ পানী উতলিয়েই আছে— চেকি দিলেই হ'ল।"

পীতাম্বৰ হৰিবৰ বিছনাতে বাগৰ দি আছিল। অম্বিকে বাহিৰতে হাত-ভৰি দুই ঘৰ সোমোৱাৰ লগে-লগে উঠি বহিল।

"বহুত পলম কৰিলি!"

"কমটো বাটনে? পাহাৰত ঘূৰি-পকি নামি আহোঁতেই গধূলি হ'ল। বেলতলাৰ ওচৰ পাওঁতেই গণেশক লগ পালো। তাৰ লগত কথা-বতৰা পাতি গম-গতি লৈ এই আহি পালো আৰু" —অম্বিকে কাপোৰ সলাই সলায়েই কৈ গ'ল।

"গণেশে তোক চিনি পালে নেকি?" —পীতাম্বৰে উৎকণ্ঠিত সুৰত সুধিলে।

হাঁহি মাৰি অম্বিকে ক'লে,— "ক'ত চিনি পাব। মই চিনাকি দিয়াতহে সি হতবাক হৈ গ'ল। এটা কথা, বকোৰ ল'ৰাকেইটাই হেনো ওচৰতে ছালি এখন সাজি থাকিবলৈ লৈছে। তই জান নেকি ক'ত আছে?" মাতটো সৰু কৰি অম্বিকে পাছৰ কথাখিনি ক'লে।

"ওঁ, জানো। ত্ৰিগুণাই ঠাইডোখৰ দেখুৱাই দিছে। ভয় কৰিব লগা একো নাই। খাৰঘুলিৰ ইটো মূৰত মানুহৰ মাজতে আছে।" —পীতাম্বৰে ক'লে। "মই অলপ খা-খবৰ লৈছোঁ। তোৰ ঘৰ-দোকান আজি খানাতালাছ কৰিছে যেতিয়া এতিয়া কেইদিনমান আৰু একো নকৰে। আমি কেৱল বৰ সতৰ্ক হৈ থাকিব লাগিব।"

এনেতে হৰিবে চাহ-জলপান অনাত অম্বিকহঁতৰ কথাত যতি পৰিল। হৰিব স্বদেশী আন্দোলনৰ লগত পৰোক্ষভাৱে জড়িত যদিও অম্বিকহঁতৰ সন্ত্ৰাসবাদী কাম-কাজৰ বাতৰি সি নাপায়। সি মাথোঁ জানে,— 'বন্দিনী ভাৰত' নাটকখন স্কুলত কৰিবলৈ লোৱাৰ পৰাই অম্বিকৰ ওপৰত পুলিচৰ বেয়া চকু।

চাহ-জলপান খাই পীতাম্বৰ আৰু অম্বিক ওলাই গ'ল। বাটত পীতাম্বৰে ক'লে,— "ত্ৰিগুণা আৰু ৰক্তিমক মই কম, বস্তু-বাহানিখিনি সিহঁতে যাতে ভালদৰে লুকুৱাই ৰাখে। তই এতিয়া ঘৰলৈ যা। কেশৱে ক'লে, ডি ছিয়ে চিৰস্তাদাৰক তোৰ কথা কৈ বৰ ককৰ্থনা কৰিছে। তই দিনটো ঘৰত নাই। এতিয়া বেছি ৰাতি হ'লে কথাটো বেয়া হ'ব। তই পলাই ফুৰিছ বুলি ভাবিব।"

অম্বিকে ভাবি চালে পীতাম্বৰে ঠিক কথাকে কৈছে। সি ঘৰৰ পিনে যিমান পাৰে খৰকৈ বাট পোনালে।

আগে-পিছে চিৰস্তাদাৰে চাৰে আঠ বজাতে খাই-বৈ শুই থাকে। সিদিনা বিছনাত পৰিছিল যদিও চিৰস্তাদাৰৰ টোপনি অহা নাছিল। নিশা দহমান বজাত

অম্বিক অহা গম পায়েই তেওঁ দুৱাৰখন খুলি অম্বিকক মাত দিলে, "অম্বিক, এই ফালে আহ।"

অম্বিক নিমাতে গৈ চিৰন্তাদাৰৰ সমুখত থিয় হ'লগৈ। গুৰু গম্ভীৰ মাতেৰে চিৰন্তাদাৰে ক'লে, 'ভিতৰক সুমে আহ।" অম্বিক ঘৰৰ ভিতৰ সোমোৱাৰ লগে লগে তেওঁ সুধিলে, "ইমান ৰাতিক লগি কোক্ গৈইছিলি? তোৰ কাৰণে আজি মই কিমান লাঞ্চনা পালু কৰা পাৰাহ্ না?"

অম্বিকে তলমূৰ কৰি থাকিয়েই যিমান পাৰে নিম্ন স্বৰত ক'লে, "পুলিছে আজি পুৱা মোৰ কিতাপৰ দোকানখেন আৰো মই থাকা এই খেৰী ঘৰটু খানাতালাছ কৰি গৈইছে। কুনবাই বোলে মই বোমা-বাৰুদ, পিষ্টল-ৰিভলভাৰ ৰাখা বুলি খবৰ দিছিল। একো নাপালাক। মই বন্দিনী ভাৰত খেন লেখি নাটক কৰাটুৰেই এইগিলাখানৰ গুৰি। ইটা তো লেখা-মেলা এৰচুৰে, তথাপিও কিয়ো তাহুন মোৰ পাছত লাগি আছে? মোৰ লগৰ কেটাকো জুলুম কৰে বুলি মই ভয় খাইছিলু। তাহাঁক খবৰ দিবা গৈইছলু। তাতে দেৰি হ'ল।"

"মোৰ লগত থাক্‌লি এইগিলাখান নচলবো। মই তোৰ কাৰণে মানুহৰ কথা শুন্‌বা ভাল নাপাউঁ।" —হৰমোহন চিৰন্তাদাৰে সতৰ্কবাণী শুনালে।

"কাইলৈৰ পৰা মই দোকানতে থাকিম দাদা, মোৰ কাৰণে আপুনি দিগদাৰিত পৰাত মোৰো বৰ বেয়া লাগিছে।"

"ঠিক আছে। ভাত-পানী খাই এথেন ঘুমে থাক। কালি পুৱাই গুচি যাবি। কথা-বাৰ্তা যেথেন নুশুনাহে, নিজোৰ মতেই চল যাই।"

অম্বিক কোঠাৰ পৰা বাহিৰ পোৱাৰ লগে-লগে চিৰন্তাদাৰে গম্ভীৰ মুখেৰে দুৱাৰখন মাৰি দিলে। তিথৰুৱে অম্বিকৰ বাবে ভাত বাঢ়ি থৈ আছিল। অম্বিকে কুঁৱাৰ পাৰত তিথৰুৱে তুলি থোৱা পানীৰে মুখ-ভৰি ধুই ভাতৰ পাতত বহিল।

ৰাতি পুৱাৰ লগে-লগে নিজৰ লাম-লাকতুখিনি গোটাই লৈ দোকানলৈ যাবলৈ অম্বিক সাজু হ'ল। চিৰন্তাদাৰ আগে পিছে পলমকৈ উঠে। সিদিনা পুৱে উাঁৰ দিয়াৰ লগে লগে উঠি বাৰাণ্ডাত বহি আছিল। অম্বিকে বস্তু-বাহানি লৈ ওলোৱা দেখি মাত দিলে,— "চাহ খাই যা। ঐ তিথৰু, চাহ-তাহ দি অম্বিকৰ খাটখেন তই দোকানত দি আহিহ্‌বি কাপুৰৰ লগোতে।"

অম্বিকে বুজিলে চিৰন্তাদাৰৰ ৰাতি টোপনি অহা নাই। তাক যাবলৈ দি তেওঁ যে বেয়া পাইছে সি ঠিক। অম্বিকে কিন্তু চিৰন্তাদাৰে যাবলৈ কোৱাত

মনে-মনে ভালেই পাইছিল। তাৰ কাম-কাজে চিৰস্তাদাৰৰ চাকৰিৰ ক্ষেত্ৰত সমস্যাৰ সৃষ্টি কৰে বুলি সি ভিতৰি ভিতৰি বৰ চিন্তাত আছিল। চিৰন্তাদাৰৰ ঘৰৰ পৰা গৈ দোকানতে থকাৰ ব্যৱস্থা কৰাৰ কথা বহুদিন ভাবিছে; কিন্তু চিৰন্তাদাৰে নিজেই যাবলৈ কোৱাত সি মনতে বৰ সকাহ পালে। বাহিৰত মনৰ ভাব প্ৰকাশ নকৰি হাতৰ কাপোৰৰ টোপোলাকেইটা বাহিৰত পৰি থকা পাছিটোতে থৈ দি অম্বিকে ক'লে,— "তিথৰু, চাহ আৰু লগত খোৱা কি আছে বাৰাণ্ডাতে দি যা। দাদাকো একেলগে দি।" বাৰাণ্ডাত থকা মেজখনৰ ওচৰৰ খালী চকীখনত বহি অম্বিকে ক'লে,— "দোকানত খাট পাৰবৰ জাগা নাই দাদা, মই কিতাপ কাগজ থকা চাপাৰ আলমাৰিটুতে ৰাতি থাক্‌বা পাৰিম। আলমাৰিটুৰ উপৰখেন ঘুমবা পাৰাকে বহল। খাট খেন নাল্‌গে। কাপুৰৰ টপ্‌লা দুটা নি দিলিয়ে হবো।"

হৰমোহন চিৰন্তাদাৰে কৈ গ'ল,— "তোক মই পঢ়বা আনছিলু। তই আধাখেচ্ছা কল্লি। পঢ়া-শুনা বাদ দি কিবা বুলে স্বদেশী কৰাত লাগলি। ক'ত ফুৰাহ কি কৰাহ মোক একো নাজনাহ। মই ইমান বেমাৰী মানুহ এটা— কি কৰিম? ইমান দিনে ৰাখলু, ডাঙাৰ হৈছাহ। যি ভাল দেখাহ কৰ, খালি মোক মিছাতে নেলেইতবি।"

অম্বিকে কোনো উত্তৰ নিদিলে। মনে-মনে চাহ মিঠকি খাই যাবলৈ উঠি চিৰন্তাদাৰৰ ভৰি চুই সেৱা কৰি ক'লে,— "আপুনাৰ ধাৰ সুজাৰ শক্তি মোৰ নাই দাদা। দৰকাৰ হলি খবৰ দিবো, যি পাৰু কৰিম। এই তিথৰু, টপলা দুটা লৈ আহ।"

আন সময়ত হ'লে টোপোলা দুটা অম্বিকে নিজেই কটিয়াই নিলেহেঁতেন। কিন্তু সিদিনা চিৰন্তাদাৰৰ বাক্য ৰাখিবলৈহে তিথৰুক নিবলৈ দিলে। হৰমোহন চিৰন্তাদাৰে অম্বিকক আশীৰ্বাদ দিবলৈকো পাহৰি গ'ল। তলমূৰকৈ বাননাতিটোৰ চাহটোপাত লাহে-লাহে শোহা মাৰি খোৱাত ব্যস্ত থকা যেন দেখুৱালেও চকু দুটাৰে অম্বিক ওলাই যোৱাৰ পিনেহে চাই থাকিল।

দুদিনমান দোকান ঘৰটো বাটি-বুটি থকাৰ উপযুক্ত কৰি তোলাৰ কামতে অম্বিক ব্যস্ত থাকবি লগা হ'ল। খেতিৰ আৰু ত্ৰিগুণায়ো লাগি ভাগি দিলেহি। ক্ষিতীশ দে আৰু নিধিৰামে আসাম ভেলি ট্ৰেডিং কোম্পানিৰ পৰা কাগজৰ ৰিম, কেঁচা বন্ধা আৰু পকাবন্ধা বহী কিছু বাকীলৈ যোগাৰ কৰি দিলে।

বাতৰিকাকত আৰু আলোচনীৰ এজেন্সি চলি থকাত কাকত আৰু আলোচনীবোৰো নিয়মমতে আহি আছিল।

ইয়াৰ ভিতৰতে অম্বিকে এদিন গৈ নবীন বৰদলৈক লগ ধৰিলে। বৰদলৈয়ে কাচাৰীতে অম্বিকৰ ঘৰ আৰু দোকান পুলিছে খানাতালাছ কৰাৰ কথাটো শুনি অলপ উদ্বিগ্ন হৈ আছিল। অম্বিক অহা দেখি ভালেই পালে। অম্বিকক বুলনি ঘৰতে বহিবলৈ দি সুধিলে,— "খা-খবৰ কেনে?"

"ককাইদেউ, কাচাৰীত আপুনি মোৰ খা-খবৰ নুশুনাকৈ যে থকা নাই মই জানো। মইতে আপোনাৰ ওচৰলৈ খবৰ বিচাৰি আহিছোঁ।"

বৰদলৈয়ে গহীন হৈ ক'লে, "গোচৰ চলাব পৰাকৈ কোনো প্ৰমাণ নাপালেও চৰকাৰৰ ওচৰত তুমি দাগী বুলি প্ৰমাণিত।"

"চৰকাৰে মোক দাগী কৰক, মোৰ কোনো আপত্তি নাই ককাইদেউ; কিন্তু মোৰ সহকৰ্মীসকলৰ প্ৰতি মোৰ এক দায়িত্ব আছে। তেওঁলোকৰ কোনো প্ৰকাৰৰ ক্ষতি মই সহ্য কৰিব নোৱাৰিম। দেশক আৰু নিজৰ জাতিক ভাল পোৱাটো মানুহৰ কোনো অপৰাধ নহয়। বিদেশী শাসকে সিহঁতৰ নিজ দেশৰ স্বাৰ্থতে আমাক গোলাম কৰি ৰাখিব খোজে। তাৰ বিৰুদ্ধে কোনো প্ৰতিবাদকে সিহঁতে সহ্য নকৰে। আমাৰ মানুহ ভয়তে কঁপি থাকে। মানুহ যদি ভয়ত বিতত হৈ থাকে, স্বাধীনতাৰ আশা কেনেকৈ কৰিব? দুৰ্বল মানুহ সদায় ভয়াতুৰ হয়। এই দুৰ্বলতা আঁতৰাবৰ বাবেই শৰীৰ আৰু মনৰ শক্তিৰ অনুশীলন লাগে ককাইদেউ। সমগ্ৰ জাতিৰ মনত আত্মবিশ্বাসৰ ভাব জগাই তুলিবলৈকে আমাৰ এই সংগঠনৰ সাধনা। তাক নষ্ট হ'বলৈ দিয়া উচিত নহ'ব। সেই কথাটোকে মই আপোনাক জনাবলৈ আহিছোঁ। আপুনি আমাক সহায় কৰিব লাগিব।"

বৰদলৈয়ে স্থিৰ দৃষ্টিৰে অম্বিকৰ মুখলৈ চাই কথাখিনি শুনি আছিল। অম্বিকৰ মুখত ফুটি উঠা আবেগ, নিষ্ঠা, দৃঢ়তা আৰু চিন্তাৰ গভীৰতাই বৰদলৈৰ মনতো এক শিহৰণ তুলি দিছিল। কিছুপৰ মনে মনে থাকি তেওঁ সুধিলে,— "মই কি কৰিব লাগিব? কিন্তু কাকো মোৰ ঘৰত আশ্ৰয় দিব নোৱাৰিম। কোনো আগ্নেয়াস্ত্ৰও ৰাখিব নোৱাৰিম।"

অম্বিকৰ হাঁহি উঠিল। "সেইবোৰ একো কৰিব নালাগে ককাইদেউ। তিনি-চাঁৰিজন লৰা এইখিনিতে ঘৰ এটা ভাৰা লৈ আছে। সিহঁতৰ এজনক মই আজি গধূলি আপোনাৰ লগত চিনাকি কৰি দিম। বাকী দুজনক সিয়ে আপোনাৰ ওচৰলৈ লৈ আহিব। সিহঁতক পুলিছে জুলুম কৰিলে আপুনি সিহঁতক

বচাব লাগিব। সিহঁতৰ লগত বা ঘৰত কোনো [illegible] নাই। শিকাৰুহে।"

"বাৰু ঠিক আছে। গধূলি মই ঘৰত থাকিম।"

ত্ৰিগুণাক লগত লৈ অম্বিকে দুপৰীয়া নবগ্ৰহৰ [illegible] খাৰঘুলিৰ আছুতীয়া ঠাইখন পালেগৈ। আহোম ৰজাৰ [illegible] সময়ত সৈন্যসকলে তাৰেই সুচল ঠাইত যুঁজত ব্যৱহাৰ [illegible] আদি সুৰক্ষিত কৰি ৰাখিছিল। সেই কাৰণেই ঠাইখনৰ নাম খাৰঘুলি। ঠাইখনৰ উত্তৰফালে ব্ৰহ্মপুত্ৰ নৈৰ পিনে থিয় গৰা। প্ৰকাণ্ড প্ৰকাণ্ড শিলে তাত প্ৰাকৃতিক বুৰুজৰ কাম কৰিছে। শিলবোৰৰ মাজে মাজে বহুতো ঘুলিৰ দৰে গাঁত। নৌ যুঁজাৰু নাওবোৰ শিলৰ মাজে মাজে গজা নৈৰ ফাললৈ হালি থকা গছ বনৰ আঁৰত অনায়াসে লুকুৱাই ৰাখি অস্ত্ৰ বাৰুদ আদি বোজাই কৰিব পাৰি। এই ঘুলিবোৰৰ ভিতৰতে অপেক্ষাকৃত সৰু আৰু পাহাৰৰ ভিতৰৰ ফালে থকা দুটা ঘুলি অম্বিকহঁতে বাছি লৈছিল। দুটা দীঘল বহল চেপেটা শিলৰ মাজত লতা-বনেৰে ঘেৰি থকা চেপ এটাত কাগজৰ ওপৰত শুকান ঘাঁহ পাতেৰে মেৰিয়াই দুটা ৰিভলভাৰ আৰু তিনিটা পিষ্টল লুকুৱাই থৈছিল। বস্তুবোৰ [illegible] ভিতৰতে ইটোৰ পৰা সিটো আঁতৰত অ'ত ত'ত এনেদৰে লুকুৱাই থৈছিল যাতে সহজে বিচাৰি পোৱা নাযায়। চানমাৰি অভ্যাসৰ বাবে ব্যৱহাৰ হোৱা চেৰা গুলী কিছুমান ফটা খাকী কাপোৰেৰে মেৰিয়াই [illegible] গছৰ খোৰোং এটাত সুমুৱাই তাৰ ওপৰত গছৰ শুকান ডালপাতেৰে সজা চৰাইৰ বাঁহ এটা পাতি থৈছিল। গছজোপাৰ তলৰ পৰা গজি অহা গছৰ ডালপাতবোৰত একেবাৰে হাত নিদি সেইবোৰক স্বাভাৱিক অৱস্থাত এৰি থৈছিল। ভাল গুলী কেইজাইমান কিছু ভিতৰৰ ফালে প্ৰথমে ফটা চৰকাৰী কাগজত বান্ধি পাছত পুলিছৰ ফটা টুপীৰ ৰঙা কাপোৰৰ টুকুৰাৰে ভালদৰে মেৰিয়াই [illegible] কাপোৰৰ জাপৰ মাজত বতাহ-পানী সোমাব নোৱৰাকৈ থৈ শিলৰ চপত লুকুৱাই থৈছিল।

অম্বিকে পীতাম্বৰৰ ঘৰতে ভাত খাই আহিছিল। পীতাম্বৰক কইসেধমান কেৰাছিন তেল আনিবলৈ কৈ আহিছিল যাতে ৰিভলভাৰ পিষ্টলবোৰত লগাই চাফা কৰি থব পাৰে। পীতাম্বৰ আহি পোৱাৰ পাছত তিনিও ৰিভলভাৰ পিষ্টল কেইটা লৈ নৈৰ ফালে তললৈ নামি গ'ল। ঠাইখনত [illegible] শিল কিছুমান

থিয় হৈ আছে। কিছুমান শিল এনেদৰে আছে যেন একোটা পৰ্বতৰ চূড়াহে। বনবীয়া লতাই শিলবোৰ ছাটি আছে। শিলবোৰৰ মাজে মাজে ঠায়ে ঠায়ে কঁহুৱা, বেল, মজ, চাহিত চাপ, সোণাৰু, শিমলু আদি চিনাকি অচিনাকি বহু গছ গজি কিছুমানৰ ডাল কিছুমানৰ আনকি গা-গছ ডালেই নৈৰ পিনে হালি শুকান শিলৰ মাজত এক শীতল শ্যামল পৰিবেশ ৰচনা কৰিছে। তেতিয়াও নাৰিষাই পূৰ্ণ ৰূপত আত্মপ্ৰকাশ কৰা নাই। দুপৰীয়াৰ ৰ'দত চিকচিকাই থকা বালিচৰবোৰ ঢাকি গজা ঝাউ গছবোৰৰ সেউজীয়া পাতবোৰ ধূসৰ মাটিয়া হৈ আহি মাথোঁ আগবোৰত সেউজীয়া ৰংবোৰ লাগি আছে। দুই-চাৰি নাৱৰীয়াৰ বাহিৰে আন মানুহ তাত খৰি লুৰিবলৈ নাহে। নাৱৰীয়াবোৰেও প্ৰাকৃতিক প্ৰয়োজনতহে নাও চপায়। ঠাইখিনি বাঘ আৰু সাপৰ ৰাজ্য বুলি এক জনপ্ৰবাদ আছে। তাতে নাও চপোৱা দুজনমান নাৱৰীয়া হেনো এবাৰ বাঘৰ চিকাৰ হৈছিল। তেতিয়াৰ পৰা নাৱৰীয়া আৰু সৰ্বসাধাৰণৰ ঠাইখনলৈ বৰ ভয়।

পীতাম্বৰে দটা বটলত কেৰাছিন ভৰাই মোনা এটাত লৈ আহিছিল। সি ইফাই কৌফাই আহিছিল।

"ঐ, ইমানকৈ ফোঁপাইছ কিয়?" —খংমুৱা হৈ অম্বিকে সুধিলে।

"নোফোঁপাবি! মোৰ জীৱ যায় যেনেই পালো।" —মোনাটো হাতত লৈ অম্বিক আৰু ত্ৰিগুণাৰ লগে-লগে শিলবোৰৰ মাজত ত্ৰিগুণা আৰু অম্বিকে চাই থোৱা ঠাইখিনিলৈ আগবঢ়াৰ লগে-লগে পীতাম্বৰে কৈ গ'ল। "মোনাখনত কিবা খোৱা বস্তু আছে বুলি ভাবি হ'বলা, বান্দৰ এজাকে এনেদৰে খেদিলে যে বাটলু-গুটি মাৰি মাৰিও মই তৎ নাপালো। পৰিছৰি উৎপাত। চা, এইবোৰ ছাল-বাকলি তেনেই গ'ল।" পীতাম্বৰে হাত আৰু ভৰিৰ আঁচোৰবোৰ দেখুৱালে।

"তেজ ওলোৱা নাই যেতিয়া চিন্তা নাই। কেৰাছিন তেল লগাই দিলেই হ'ব।" গুৰুত্ব নিদিয়াৰ সুৰত অম্বিকে ক'লে।

"এই, এই, চাবি, চাবি, সাপি সা-প।" —আতংকত ত্ৰিগুণাই চিঞৰি দিলে।

অম্বিক তৎক্ষণাৎ স্থিৰ হৈ থিয় দি ৰ'ল। পীতাম্বৰে এখোজ পিছুৱাই গৈ চেপা মাতেৰে সুধিলে, —"ক'ত ক'ত? কোন ফালে?"

অলপ পৰ বৈ সতৰ্কতাৰে ইফালে-সিফালে চাই দেখিলে এটা দীঘল ক'লা মটিয়া সাপ শুকান পাতৰ ওপৰেৰে সৰ্‌সৰাই পুব ফাললৈ গৈ ক্ৰমে নেদেখা হৈ গ'ল।

অম্বিকে ক্ৰুদ্ধ মাতেৰে ত্ৰিগুণাক তিৰস্কাৰ কৰিলে— "ছত্ৰাকাৰ দেৱালয়লৈ তই মিছাতে অহা-যোৱা কৰ। সাপ দেখিলে যে লৰচৰ নকৰাকৈ থাকিব লাগে— আজিলৈকে তাকো জনা নাই নে?"

"গ'ল দে সাপটো! এই ভৰ দুপৰীয়াখন; ভয় নালাগি কি হ'ব?" —ত্ৰিগুণাই অলপ লজ্জিত সুৰত ক'লে— "চাবি, কৰবাত কণী-চনী পাবি থব পাৰে।"

পীতাম্বৰে মাত দিলে,— "এটা কথা অ' অম্বিক! মই কেইটামান বিভলভাৰ আৰু পিষ্টলৰ গুলী আনিছিলো। আচল গুলী। কেশৱৰ পৰা চুৰ কৰি আনিছোঁ। কেশৱে বাপেকৰ লগত চিকাৰলৈ যাওঁতে নিছিল— মৰা নহ'ল। মই সিদিনা যাওঁতে তাৰ আলমাৰিত দেখি সৰকালো। পিষ্টলৰ গুলীকেইটা চেৰা। এটা কাম কৰা ভাল হ'ব। দুটা বিভলভাৰত কেইটামান গুলী খাজি লোৱা উচিত হ'ব।"

অম্বিক আৰু ত্ৰিগুণাই একেলগে কৈ উঠিল,— "এই, যদি কেশৱে কেনেবাকৈ গম পায়?"

পীতাম্বৰে মুখ বিদৰালে। "অসম্ভৱ! পীতাম্বৰে গোপনে কৰা কাম কোনোবাই ধৰা পেলোৱাৰ সাধ্য নাই। দে এতিয়া বিভলভাৰ দুটা!"

অম্বিকে বিভলভাৰ দুটা আৰু পিষ্টল তিনিটা ত্ৰিগুণাৰ লগত লগ লাগি উলিয়াই লৈছিলহে। ওপৰৰ ঘাঁহ-বনবোৰ আঁতৰোৱাই নাছিল।

"বহ, আগতে সৌ শিলকেইটাৰ মাজত বহি লওঁগে। এই কাগজ আৰু ঘাঁহ-বনবোৰ ইয়াতে এৰন্বাৰ নোৱাৰি।"

তিনিও গৈ ওখ ওখ শিলবোৰৰ মাজত সুচল ঠাই এডোখৰ উলিয়াই বহি ললে। পীতাম্বৰে বিভলভাৰকেইটা লৈ তাত দুটাকে গুলী খাজি লৰৰ যো-জা কৰিলে। অম্বিক আৰু ত্ৰিগুণাই পিষ্টল দুটা চাফা কৰাত লাগিল। গুলী খাজি খাজি পীতাম্বৰে কৈ গ'ল,— "আজি দুদিন আগতে এটা বাঘে ইয়াতে খৰিকটীয়া এটাৰ নেলুত ধৰি টানি লৈ গৈছে। দৌলৰ আগে-আগে এটা হৰিণ আৰু এই দহ পোন্ধৰ দিন আগতে আৰু এটা হৰিণ মাৰিছে। যোৱা বাৰিষাত বহু কেইজনী হৰিণা ইয়াত সোমাইছেহি। আমি বাঘ নাপালেও হৰিণা এটা হ'লেওতো মাৰিব পাৰিম!"

অম্বিকে পিষ্টল কেইটাত তেল দি চাফা কৰাত ব্যস্ত আছিল। মুখেৰে একো নামাতিলে। ত্ৰিগুণা কিন্তু সন্ত্ৰস্ত হৈ পৰিল।

"এই দুপৰীয়াখন গুলী-চুলি নামাৰিবি অ'পীতাম্বৰ। খৰি লুৰিবলৈ অহা মানুহে শুনিলে সৰ্বনাশ।"

"তই মিছাতে ভয় খাব। বাঘে খৰিকটীয়াজনক ধৰাৰ পৰা কোনো মানুহ এতিয়া এইফালে নাহে। আৰু আহিলেও ইয়াত গাছ-গছনি এনেকৈ জাপ খাই আছে যে এটা দুটা নালাগে দহটা গুলী মাৰিলেও মানুহে শুনাৰ ভয় নাই।" ত্ৰিগুণাৰ পিনে ঘূৰি চাই পীতাম্বৰে ক'লে,— "তইতো নিজেই জান ঠাইডোখৰৰ পৰা মানুহ-দুনুহ থকা ঠাই কিমান দূৰ। গছত বা বাঘ-হৰিণ মাৰিলে শব্দ ইমান ডাঙৰ নহয় নহয়। আৰু শব্দ কম হোৱাকৈ গুলী কেনেকৈ ফুটাব লাগে তই শিকা নাই জানো? ৰহ মই দেখুৱাই দিওঁ।" পীতাম্বৰে ফটা কাপোৰেৰে মেৰিয়াই ৰিভলভাৰটো এফালে টোৱালেই।

হাবিখন তেনেই জঁয়াল। বৰ বৰ গছবোৰৰ ডাঙৰ-সৰু নানা আকৃতিৰ শাখা-প্ৰশাখাই আকাশখন চকুৰ পৰা সম্পূৰ্ণ আঁতৰাই ৰাখিছে। উঁইচিৰিঙাৰ ৰিণৰিণনি, কেৰ্কেটুৱাৰ কিচকিচনি আৰু বান্দৰৰ খেকখেকনিৰ বাহিৰে একো শব্দ শুনা নাযায়। ইকৰাৰ বেৰৰ জলঙাৰে অহাৰ দৰে ঘন-ডাল-পাতৰ চেউনিৰ মাজেৰে অ'ত-ত'ত দুই এচেৰেঙা ৰ'দৰ জিলিকনিয়েহে ঠাইখন অলপ পোহৰ কৰি ৰাখিছে।

পীতাম্বৰে "ৰহ মই দেখুৱাই দিওঁ" বুলি কোৱাৰ লগে-লগে অম্বিকে মূৰ তুলি চালে।

"কোন পিনে কি ওলাইছে?"

পীতাম্বৰে ফিচফিচাই ক'লে,— "হৰিণা! চুপ, কোনেও শব্দ নকৰিবি। ভয় খালে লৰ মাৰিব।"

অম্বিক আৰু ত্ৰিগুণাই একেলগে পীতাম্বৰে লক্ষ্য কৰা দিশলৈ চালে। অম্বিকে দেখিলে গছৰ ফেৰেঙণিৰ মাজেৰে পাত-লতা ভেদ কৰি এখন ক'লা-মাটিয়া দীঘলীয়া মুখ! মুখত আধা চোবোৱা পাত ওলমি আছে। এজোৰ ঘন ক'লা পল্লৱে ঘেৰা দীঘল চানেকীয়া নিষ্পাপ চকু। সি যেন অবাক হৈ অম্বিকহঁতৰ কাৰ্যকলাপ চাই আছে। অম্বিকৰ চকুৰ আগেৰে যেন এক ছয়াময়া বগা চাদৰৰ আঁচল বতাহত নাচি নাচি ক্ৰমে গছবোৰৰ মাজলৈ আগবাঢ়ি গ'ল। ঘন ক'লা একোছা চুলিৰ অৰণ্যই অম্বিকৰ চকু বাষ্পাকুল কৰি তুলিলে। হৰিণাজনীৰ চকুৰ মাজেদি যেন আন এজুৰি বহল কলা কৰুণ চকুৱে ভুমুকি মাৰিলে এসাগৰ অনুনয় লৈ। অম্বিকৰ উশাহ বন্ধ হোৱাৰ দৰে হ'ল। এয়া

ইন্দুমতী, ইন্দুমতী। উকমুকনি খোৱাৰ দৰে চেপা মাতেৰে সি আৰ্তনাদ কৰি উঠিল, “নামাৰিবি, নামাৰিবি। পীতাম্বৰ! নামাৰিবি।”

আহত পশুৰ দৰে অম্বিকৰ সেই আৰ্তনাদত পীতাম্বৰ চক খাই উঠিল। হাত কঁপি গ'ল। ইতিমধ্যে সি ট্ৰিগাৰ টিপিলেই, কিন্তু গুলী লক্ষ্যভ্ৰষ্ট হ'ল। গুলীটো ফটা কাপোৰৰ মাজেৰে হুচকৈ ওলাই আঁতৰৰ গছৰ গাত ধুপকৈ সোমাই গ'ল। বিজুলী বেগত হৰিণাজনী ঘন হাবিৰ মাজত সোমাই পৰিল।

“কি হ'ল অম্বিক?”

সপোনৰ পৰা সাৰ পোৱাৰ দৰে অম্বিকে পীতাম্বৰৰ পিনে চাই বিৰবিৰাই কোৱাৰ দৰে ক'লে,— “চকু—চকু দুটা!”

অবাক হৈ পীতাম্বৰে সুধিলে,— “চকু দুটা? মই চকু দুটা দেখিয়েইতো জানিছিলো পহু বুলি। তোৰ চিএওৰত হাত নকঁপিলে আজি ভাল ভোজ হ'লহেঁতেন। কিন্তু তই তেনেকৈ চিএওৰিলি কিয়?”

চকু দুটা মোহাৰি অম্বিকে ক'লে,— “চকু দুটা দেখি মোৰ মানুহৰ চকু যেন লাগিছিল—কোনোবা নাৰীৰ নিষ্পাপ অসহায় চকু যেন লাগিছিল।” নিজৰ মনতে অম্বিকে আওৰালে,— “ইন্দুমতীৰ চকু!” পিষ্টলকেইটা হাতত থকা ফটা গামোচাখনেৰে মচি অম্বিকে ক'লে,— “পীতাম্বৰ, ৰিভলভাৰ দুটাৰ পৰা গুলীকেইটা উলিয়াই থ। গুলীকেইটা যেনেকৈ আনিছ তেনেকৈয়ে থৈ আহিবি। নহ'লে বৰ বেয়া কথা হ'ব।”

পীতাম্বৰে এবাৰ অম্বিকৰ মুখলৈ চাই পাছত ৰিভলভাৰটো খুলি গুলী এটা উলিয়াই জেপত ভৰাই থলে। ৰিভলভাৰটোত সি দুটা গুলী ভৰাইছিল তাৰে এটা খৰচ কৰিলেই। গতিকে এটাহে আছিল। বাকী দুটা গুলী আনটো ৰিভলভাৰত ভৰাই ত্ৰিগুণাৰ হাতত দিছিল। সেইটোৰো গুলী দুটা উলিয়াই দুয়োটা ৰিভলভাৰ অম্বিকৰ হাতত দিলে। অম্বিকে ৰিভলভাৰ দুটা চাফা কৰাত মনোযোগ দি গহীন সুৰত পীতাম্বৰ আৰু ত্ৰিগুণাক ক'লে,— “তহঁতে পিষ্টলকেইটা ভালকৈ বান্ধ। এনেদৰে বান্ধিবি, যাতে ওপৰৰ পৰা তেল ঢালিলেই হৈ যায়।”

ত্ৰিগুণা আৰু পিতাম্বৰে বুজিলে অম্বিকৰ হঠাতে কিবা এটা হৈছে। অম্বিকৰ মনৰ এনে অৱস্থাত লগৰ কোনেও মাত মাতিবলৈ সাহ নকৰে। ত্ৰিগুণা আৰু পীতাম্বৰে পিষ্টলকেইটা বান্ধি-কুন্ধি পাছত ৰিভলভাৰকেইটাও ভালদৰে

কাপোৰেৰে মেৰিয়াই ঘাঁহ-বনেৰে বান্ধি লৈ আগৰ ঠাইত কোনেও ধৰিব নোৱাৰাকৈ লুকুৱাই থলে। কামখিনি শেষ কৰোঁতে প্ৰায় গধূলিয়েই হ'ল।

অম্বিকে ত্ৰিগুণা আৰু পীতাম্বৰক ক'লে,— "তহঁতে যি বাটেৰে সহজ সেই বাটেৰেই ঘৰলৈ উভতি যাগৈ। পীতাম্বৰ! তেলৰ বটল দুটা নিওঁতে কোনো অসুবিধা নহয়তো?"

"অনাৰ সময়তে অসুবিধা নহ'ল, এতিয়া নিয়াৰ সময়ত কি হ'ব?" —গোমা মুখেৰে পীতাম্বৰে ক'লে।

"তেনেহ'লে যা। মই গণেশৰ ভায়েকৰ মেছত সোমাই যাম।" অম্বিকে পীতাম্বৰৰ পিনে চাই ক্ষমা প্ৰাৰ্থনাৰ সুৰত ক'লে,— "বেয়া নাপাবি পীতাম্বৰ। মোৰ মনটো হঠাতে বৰ বেয়া হৈ গ'ল।" তাৰ পাছত ত্ৰিগুণাক ক'লে,— "এই সময়ত নৈৰ পাৰলৈ মানুহ ফুৰিবলৈ আহে। তোক মোৰ লগত এই ফালৰ পৰা যোৱা দেখাটো ঠিক নহ'ব। মুকলি ঠাই পোৱাৰ আগতে মই তোক এৰিম। তই ৰজাবাৰীৰ কাষেৰে ছত্ৰাকাৰলৈ যাবি। মই হাবিয়ে হাবিয়ে গৈ গণেশৰ ভায়েকহঁতৰ মেছ ওলামগৈ, আহ।"

অম্বিকে গণেশৰ ভায়েকক লৈ গৈ ববদলৈৰ লগত চিনাকি কৰি দি দোকানলৈ উভতি আহোঁতে নিশা প্ৰায় আঠ বাজি গ'ল। দোকান খুলিবলৈ যো-জা কৰিছেহে, এনেতে নিধিৰাম আহি উপস্থিত।

"কোক গৈইছ্লি এ, বিচ্ৰি বিচ্ৰি হায়ৰাণ ইফালে। ডাক্তৰ দাদাই তোক মাত্ছে।" ডাক্তৰ দাদা মানে ডাক্তৰ হৰেকৃষ্ণ দাস।

অম্বিক চিন্তাত পৰিল। কিয় বা মাতিছে। দোকান খোলা বাদ দি আগতে ডাক্তৰ দাসৰ তাৰ পৰা অহাই ভাল হ'ব বুলি ভাবি নিধিৰামক সুধিলে,— "ডাক্তৰ দাদা ডিব্ৰুগড়ৰ পৰা আহিল নেকি? কিয়ো মাত্ছে?"

"নাজনু কিয়ো মাত্ছে। কালি আইহছে কিবা কামোত। কালিক লগিন নাথ্কিবো বুলে। পুৱাই যাবো।"

"ঘাউঁ আহ তেনাহলি।"

নিধিৰামৰ লগতে অম্বিক গৈ ডাক্তৰ দাসৰ ঘৰ ওলালগৈ। ডাক্তৰ দাসে তেতিয়া বাহিৰৰ ঘৰটোত কাগজ-পত্ৰ কিবা চাই আছিল। অম্বিকক দেখি মাত লগালে,— "কি হে। কেথেন আহি ঘৰ সুমলা?"

"অলপ দেৰি হ'ল দাদা। জৰুৰী কাম এটাত অলে গেউছিলু।" তলমূৰকৈ অম্বিকে ক'লে।

"জৰুৰী কাম! কি জৰুৰী কাম? দোকান কেনে চল্‌ছে?" অম্বিকে উত্তৰ দিয়াৰ আগতেই ডাক্তৰ দাসে পুনৰ ক'লে, "কৰা নাল্‌গে, মই কাণ্ড-কাৰখানা গতে শুনচু। বৰপেটাৰ নাম নুমাবা এনকে চল্‌লি। গুৰু বংশৰ ছলি! শংকৰ গুৰুই কি কৈছে? সমস্ত প্ৰাণীকে দেখিবেক আত্মসম—কৈছে না নাই? আৰো নকৈছে না—জগতৰে আত্মা ঈশ্বৰ দেৱ। তোমাৰ শত্ৰু-মিত্ৰ নাহি কেৱ—?"

"কৈছে দাদা, আৰো কৈছে—কুক্কুৰ চণ্ডাল গৰ্দভৰো আত্মা ৰাম। জানিয়া সবাকো পড়ি কৰিবা প্ৰণাম।"

"তেনাহলি জানাই যদি এনা কামত লাগ্‌ছা কিয়ো?"

"কেনে কামত লাগ্‌ছু দাদা? মইতো একো বেয়া কাম কৰা নাই।"

অম্বিকে বিনম্ৰভাৱে সুধিলে।

নিধিৰামে মাত্ৰ ওচৰত বহি অম্বিক আৰু ডাক্তৰ দাসৰ কথা শুনি আছিল। অম্বিকৰ কথা কোৱাৰ ধৰণ দেখি ডাক্তৰ দাসে নিধিৰামৰ পিনে চাই ক'লে,—"নিধি, তুমিয়ে কৰা চুন অম্বিকৰ দোকান আৰো ঘৰ পুলিছে খানাতালাছ কৰ্‌ছিল কিয়ো?"

"ও, সেইটু কথা? পুলিছক বুলে কুনবাই মই চাহাবোক মাৰ্‌বা বোমা বাৰুদ লুকে ৰাখা বুলি কৈছিল। চালাক গটে জাৰি জাক্‌ৰি। মই সেইগিলা বস্তু ৰাখলিহে পাবো।" —নিজপক্ষ সমৰ্থন কৰি অম্বিকে ক'লে।

"কথাটু হৈ দাদা।" নিধিৰামেও শলাগিলে।

ডাক্তৰ দাসে কথাটোৰ তাতে ওৰ পেলাই অম্বিকক সুধিলে,—"চিৰন্তাদাৰেও বুলে তুমাক ঘৰোত থাক্‌বা নেদা হৈছে— দোকানত আছা আহি। দোকানখেনোতনু থাকবাৰ ঠাই আছে না?"

"আছে দাদা, মোৰ কুনো অসুবিধা হৱা নাই।"

"ঠিক আছে। থাকা যিমান দিন পাৰা। দৰকাৰ পৰলি মোক জানবা। ডিব্ৰুগড়তে কিবা এটা বেৱস্থা হবো। আৰো এখেন ইয়াতে ভাত খাই যাবা। নিধিৰাম, তুমিও খাই যাবা। আমি একেলগে খাম। পুৱাৰ জাহাজোতে মই ডিব্ৰুগড়ক যাম। কালি আৰো লগ নাপবা। অম্বিকে কিন্তু মোৰ কথাটু মনোত ৰাখ্‌বা! ৰাখ্‌বানা?" —অম্বিকৰ পিনে চাই ডাক্তৰ দাসে সুধিলে।

"ৰাখিম দাদা।"

অম্বিকৰ সিদিনা নিশা ভালদৰে টোপনি নাহিল। ওৰেটো নিশা ছটফটাই বিছনাত ইবাগৰ-সিবাগৰ কৰি থাকোঁতেই গ'ল। খাৰঘুলিৰ হাবিত সি কি দেখিলে? ইন্দুমতীতো হ'বই নোৱাৰে। সেই গহীন অৰণ্যলৈ অকলে অকলে তাই কেলেই যাব? তাৰনো ইমান ভ্ৰম হ'ব পায় নে? পীতাম্বৰে বৰ আশা কৰিছিল হৰিণাৰ মাংস খাব বুলি। বৰ বেয়া পালে চাগে সি। কিন্তু অম্বিকৰ হঠাৎ এনে ভ্ৰম হ'ল কিয়? আগতে বহুবাৰ সিহঁতে সেইখন হাবিতে লক্ষ্য স্থিৰ কৰিবলৈ গৈ বন-কুকুৰা, শৰালি, পানী কাউৰী— বহুতো মাৰিছে। আনকি শহা, শিয়ালো বাদ পৰা নাই। গছৰ ওপৰত পৰা বগলীও মাৰিছে। পিষ্টল, ৰিভলভাৰ শব্দ কোনোবাই শুনিব বুলি ভয়ো কৰা নাই— আশংকাও কৰা নাই। কিন্তু আজি কিয় এনে হ'ল? মনটোৱে তাৰ ইচাট-বিচাট কৰিবলৈ ধৰিলে। ইন্দুমতীৰ চকু দুটাই তাক আমনি কৰিবলৈ ধৰিলে। ইন্দুমতী ইয়াতে আছে নে গ'ল? ছেঃ ইন্দুমতীৰ চিন্তাত তাৰ মন উচাটন হ'ব লাগেনে? ইন্দুমতীয়ে তাৰ মন বিকল কৰিব নালাগে। ইন্দু তাৰ প্ৰেৰণা, তাৰ শক্তি— তাৰ হৃদয়, তাৰ আত্মা ইন্দুমতী। সেই ইন্দুমতীয়েতো তাৰ মন দগ্ধ কৰিব নালাগে— এক অনিৰ্বাণ দীপ শিখাৰ দৰে তাৰ সত্বাক বাট বিচাৰি উলিওৱাত সহায় কৰিব লাগে। কিয় হ'ল এই অঘটন? অম্বিকে চিন্তা কৰি ওৰ নোপোৱা হ'ল। হঠাতে তাৰ মনত পৰিল মাকে তাক কোৱা কথা এষাৰ— "নাউ বাপা। মনটো অথিৰ-অবিৰ লাগ্‌লি ভগৱানৰ অষ্ট নাম গাবি উৰে-ঘূৰে। মন ঠাণ্ডা পৰি আইহ্‌বো।"

অম্বিকে তাকেই কৰিলে। শ্ৰীকৃষ্ণৰ অষ্ট নাম মনতে আওৰাবলৈ ধৰিলে—

"অচ্যুত কেশৱ বিষ্ণু
হৰি সত্য জনাৰ্দন
হংস নাৰায়ণ।"

আঙুলিত গণি গণি এশ আঠ বাৰকৈ দুবাৰ গোৱাৰ পাছত টোপনি কেতিয়া আহিল অম্বিকে গমেই নাপালে।

হঠাতে দুৱাৰত জোৰে জোৰে ঢকিয়াই কোনোবাই বৰ উত্তেজিত সুৰত মতা শুনি অম্বিকে কেঁচা ঘুমটিতে সাৰ পাই ধহমহকৈ উঠি বহিল। আকৌ কি হ'ল? কি জঞ্জাল।

"কোন অ', কি লাগে এই ৰাতিখন?"

"এই আন কোনো নহয়, মই আৰু ক্ষিতীশ, ক্ষিতীশ দে। দুৱাৰ খুলি দে। বাহিৰত বৰ আন্ধাৰ।"

"মই মানে কোন? এই ৰাতিখন কিয় আহিছ?" খঙৰ সুৰত অম্বিকে সুধিলে।

"মই মানে অনুকূল, অনুকূল দাসগুপ্ত। দুৱাৰখন খুলি দে। জৰুৰী কথা আছে।"

অনুকূল দাসগুপ্ত অম্বিকহঁতৰ সেৱা সংঘত প্ৰথমতে আছিল যদিও বহুদিন অম্বিকহঁতৰ লগত তাৰ কোনো সম্পৰ্ক নাছিল। আজি হঠাতে কিয় আহিল—তাতে ইমান ৰাতি। অম্বিক সচকিত হ'ল। কাৰোবাৰ কিবা বিপদ হ'ল নেকি? বিছনাৰ পৰা উঠি অম্বিকে লৰালৰিকৈ দুৱাৰ মেলি দিলে।

"কি হ'ল?"

অনুকূল আৰু ক্ষিতীশে ভিতৰ সোমাই দোকানৰ দুৱাৰখন জপাই বিছনা অৰ্থাৎ কিতাপ থোৱা আইনা লগোৱা বাকচটোৰ ওচৰতে থিয় দি আৰম্ভ কৰিলে,— "ৰাতি পুৱাবলৈ বৰ বেছি সময় নাই। আমি পুৱাৰ আগতেই যাব লাগিব। কেশৱে নিশা আঠমান বজাত ক্ষিতীশক তোৰ দোকানলৈ পঠিয়াইছিল। তোক নাপালে। তাৰ পাছত নিশা দহমান বজাত কেশৱ নিজে আহিছিল। তেতিয়াও তই নাছিলি।" —অনুকূলেই ক'লে।

"এৰা, মই ডাক্তৰ দাদাৰ ঘৰত আছিলো; ভাত খাবলৈ মাতিছিল। কিন্তু কথাটো কি? ইমান জৰুৰী কি কথা?"

উত্তৰটো ক্ষিতীশেই দিলে,— "অনুকূলৰ ককায়েক মানে সম্পৰ্কীয় বৰদেউতাকৰ ল'ৰা সুৰেণক তই লগ পাইছনে নাই নাজানো। সি কেউপিনে ঘূৰি ফুৰা মানুহ। মিটিং কৰি ঘূৰি ফুৰে বুলি শুনা যায়। অন্য কিবা কৰেনে নাই নাজানো। সি হেনো মাজে-সময়ে থানালৈ যায়। তাত দাৰোগা-পুলিছৰ লগত বহি মদ খায়। জুৱাও খেলে। মাজতে বহুদিন সি নাছিল। কালি হেনো হঠাৎ থানা ওলাইছিলগৈ। তাতে মদৰ নিচাত হেনো দাৰোগাক কৈছিল— তোৰ দোকান আৰু ঘৰ খানাতালাছ কৰা বাবে সি হেনো বৰ ভাল পাইছে। সি লগতে কৈছে যে তই হেনো বৰ সাংঘাতিক মানুহ। বৰলাটক আৰু অসমৰ লাটচাহাবক হেনো মাৰিবলৈ বংগদেশৰ বিপ্লৱীবোৰৰ লগ লৈছ। ইয়াতে তই

কৰবাত বোলে বোমা তৈয়াৰ কৰিবলৈ মছলা-বাৰুদ গোটাইছ। দাৰোগাই কথাটো এছ. পিক জনাইছে। বীৰেশ্বৰ বাবুৱে কেশৱক হেনো সুধিছিল সি কিবা জানে নেকি? সি একো নাজানে বুলি ক'লে যদিও তই কিবা বিপদত পৰ নেকি বুলি ভয় খাই তোক জনাবলৈ মোক ক'লে। মইতো তোক লগ নাপালো, গতিকে নিশা সি নিজেই আহিছিল। সিও নাপালে। কেশৱে নিশাৰ ভিতৰতে তোক যেনে-তেনে খবৰটো দিবলৈ দঢ়াই দঢ়াই কৈছিল। গতিকে অনুকূলক লগত লৈ ৰাতিপুৱাৰ আগতেই আহিলো।"

"এই অম্বিক, তই মাৰপিটত যে আছ তাক জানো; কিন্তু এই বোমা-বাৰুদৰ কামতো আছ নেকি অ'?" —অলপকৈ হাঁহি এটা মাৰি অনুকূলে সুধিলে।

"কিহত আছোঁ কিহত নাই, জানিব লগা হ'লে তো নিজে নিজেই জানিবি। মোক আকৌ সোধ কিয়?" —গহীন হৈ অম্বিকে ক'লে।

অনুকূলহঁতে আৰু কথা নবঢ়ালে।

"ঠিক আছে। আমি এতিয়া যাওঁ। তই সাৱধানে থাকিবি।" অনুকূল আৰু ক্ষিতীশ গ'লগৈ। অম্বিকে দুবাৰখন মাৰি পুনৰ বিছনাত পৰিল। ৰাতি তেতিয়াও পুৱা নাই।

বিছনাত পৰিল যদিও অম্বিকৰ টোপনি আৰু নাহিল। শুই শুই সি ভাবিবলৈ ধৰিলে আজি কেইমাহমানৰ ভিতৰত সি লগ পোৱা মানুহবোৰ আৰু ঘটনাবোৰৰ কথা। তাক যে মানুহ কিছুমানে সঁচাকৈয়ে ভাল পায়, তাৰ নানান বদনাম থকা সত্বেও যে তাৰ মংগল কামনা কৰে, তাৰ শুভাকাংক্ষী— সেই কথাটো সি অন্তৰেৰে উপলব্ধি কৰিলে। ডাক্তৰ দাস, নবীন বৰদলৈ, এছ. পি. বীৰেশ্বৰ সেন, পিয়াৰী ডাক্তৰ এনেকি অচিনাকি কেদাৰ ঘোষ, —আটায়ে তাৰ নিৰাপত্তা লৈ ইমান চিন্তিত। এই নিধিৰাম, কেশৱ সেন, তালেব, হবিব, ক্ষিতীশ, অনুকূল,— ইহঁতৰ এতিয়া অম্বিকৰ লগত বিশেষ কোনো সম্পৰ্ক নাই। অথচ অম্বিকক লৈ সিহঁতৰ কিমান চিন্তা। সি যাতে কোনো বিপদত নপৰে, তাৰ বাবে সিঁহত আটাইৰে কিমান যত্ন। ইহঁতৰ ঋণ সি কেনেদৰে সুজিব। তাৰ দৰে এটা উতনুৱা ল'ৰাৰ প্ৰতি মানুহবোৰৰ ইমান মৰম, ই নিশ্চয় ভগৱানৰে কৃপা। ভগৱানৰ ইচ্ছা নহ'লে কোনেও একো কৰিব নোৱাৰে, অথচ আমি মানুহবোৰ ইমান অজ্ঞানী, 'মই এইটো কৰিলো, মই সিটো কৰিম' বুলি

গৰ্ব কৰি ফুৰে। মনৰ মাজত এফাঁকি ঘোষা সি নিজৰ অজ্ঞাততেই গুনগুনাই গাই উঠিল—

"আমি যত জীৱ তোমাৰ পালন
হৰি হৰি হৰি হৰি এ
তুমিসে পালিয়া ফুৰা হুয়া অন্তৰ্যামী,
আৰে যেৰে নিজ ভৃত্য বুলি পালা
হৰি হৰি হৰি হৰি এ
তেৰেসে কৃপাল কৃতকৃত্য হওঁ আমি।
তুমি যাক পালা সিও জন আমি
হৰি হৰি হৰি হৰি এ
সংসাৰ নিকাৰ ভুঞ্জিয়া ফুৰোঁ বহুত
তোমাৰ অধীন হুয়া কেনে আমি
হৰি হৰি হৰি হৰি এ
ভৈলোহো স্বতন্ত্ৰ ইটো কেনে অদভূত।"

সঁচাকৈয়ে, মানুহৰ মূঢ়তাৰ শেষ নাই। নিজক এনে স্বতন্ত্ৰ বুলি ভাবে যে নিজৰ বাহিৰে আন সকলোকে মানুহে তেওঁৰ নিজৰ সম্পত্তি বুলি ভাবে। নিজৰ খেয়াল-খুচি মতে যে একো কৰাৰ ক্ষমতা মানুহৰ নাই, অদৃশ্য নিয়তিয়ে যে মানুহৰ ভাগ্য নিয়ন্ত্ৰিত কৰি আছে তাক মানুহে আত্মম্ভৰিতাৰ হেঁচাত পাহৰি যায়। ক'ব নোৱৰাকৈ এটা গভীৰ নিশ্বাস তাৰ বুকুৰ পৰা ওলাই আহিল।

"মোৰ দ্বাৰা যি কৰাব খুজিছা, তাকেই কৰোৱা প্ৰভু। মাথোঁ তোমাৰ দ্বাৰা. নিৰ্দিষ্ট কৰ্ম প্ৰাণ ঢালি কৰি যাবলৈ মোক শক্তি দিয়া।

মোৰ জীৱন মৰণ মথি
তুমি কি ভাবি কৰিছা মোৰ
এনে লটিঘটি
তুমি যি ভাবিছা তাকে কৰা
তুমিয়ে মোৰ গতি।"

গণেশ ব্ৰহ্মৰ ভায়েকক নবীন বৰদলৈৰ লগত চিনাকি কৰি দিবলৈ নিওঁতে অম্বিকে তাক বাটত বুজাই কৈছিল যে সিহঁতৰ কাম-কাজ এতিয়া বন্ধ থাকিব; গতিকে খাৰঘুলি পাহাৰৰ ভিতৰলৈ যেন সিহঁত নাযায়। খৰি-চৰি যদি লাগে আলিকাষৰ গছৰ ডালহে যেন কাটি আনে। তাক বুজাই কৈছিল যে পুলিচ সিহঁতৰ পিছত লাগিছে। কোনোবাই সিহঁতৰ, বিশেষকৈ অম্বিকৰ কথা পুলিচক লগাইছে, গতিকে সিহঁতো যেন সাৱধানে থাকে। বৰ্তমান থকা ঘৰটো এৰি যেন কলৈকো নাযায় আৰু তাতে থাকি গাঁৱৰ পৰা চাউল-পাচলি, তামোল-পাণ আনি ঘৰে-ঘৰে বিক্ৰি কৰি ফুৰে। মানুহে সিহঁতক যেন বেপাৰী আৰু ইটো-সিটো কাম কৰা বনুৱা বুলিহে জানে। ঘৰটো এৰিলে সন্দেহ কৰাৰ থল ওলাব বুলি বুজাই দিছিল। বৰদলৈৰ আগতো তেনেদৰেই চিনাকি দিবলৈ কৈছিল। বৰদলৈয়ে অৱশ্যে কথাবোৰ ভালদৰেই ধৰিব পাৰিছিল আৰু গণেশৰ ভায়েকক লগৰ বাকী ল'ৰা দুটাকো এদিন সোনকালে লৈ আহি বৰদলৈৰ লগত চিনাকি কৰি দিবলৈ পৰামৰ্শ দিছিল। অম্বিক সিহঁত কেইটাৰ সম্পৰ্কত সেই কাৰণে নিশ্চিত আছিল। পীতাম্বৰ-ত্ৰিগুণাক লৈ দুশ্চিন্তা কৰিব লগীয়া একো নাই—সিহঁতে নিজক বচাব জানে।

অম্বিকৰ বহাগ বিহুত ঘৰলৈ যোৱাৰ কথা। দৌলৰ সময়তো এইবাৰ বৰপেটালৈ যোৱা নহ'ল। লগৰবোৰে চাগে বৰ বেয়া পাইছে। ফাকুৱাক বৰপেটাত দৌল বুলিয়েই তাৰ মানুহে জানে, কাৰণ সিদিনা কলীয়া গোসাঁই অৰ্থাৎ শ্ৰীকৃষ্ণৰ বিগ্ৰহটো ভাঁজঘৰৰ পৰা নি দৌলত তোলে। এই দৌলোৎসৱ বৰপেটাত তিনিদিনীয়া। প্ৰথম দিনাক গন্ধ বুলি কয়। দ্বিতীয়দিনা গোসাঁইক ফাকু দিয়ে আৰু শেষৰ দিনা অৰ্থাৎ কলীয়া গোসাঁইক লৈ নগৰ পৰিভ্ৰমণ কৰাৰ দিনাহে সমূহ ৰাইজে ফাকু খেলি ৰঙতে মতলীয়া হৈ পৰে।

ফাকুৱাৰ সময়ত প্ৰথম গন্ধৰ দিনাৰ পৰাই কীৰ্তন ঘৰৰ চোতালত ডেকা ল'ৰাবোৰৰ মাজত নানান প্ৰতিযোগিতামূলক খেল হয়। তাৰ ভিতৰত এক বিশেষ খেল হ'ল গোটা দীঘল বাঁহ এডালৰ মূৰত বন্ধা থকা মিঠাতেল ভৰ্তি টেকেলি এটা মাটিত পোতা থকা বাঁহডালেৰে ওপৰলৈ উঠি গৈ তেলসহ নমাই অনা। এই খেলটো কিশোৰ আৰু কৈশোৰ অতিক্ৰম কৰা ল'ৰাবোৰৰ বৰ প্ৰিয় খেল আছিল। অম্বিকে এই খেলটোত প্ৰতি বছৰে অংশ গ্ৰহণ কৰিছিল আৰু খেলটোৰ বিজয়ীৰ সম্মানটো অম্বিকেই পাইছিল। বাঁহডাল প্ৰায় ৩০/৩৫

হাত দীঘল পুৰঠ জাতি বাঁহ। বাঁহডাল যাতে পোন আৰু নিৰ্ধাৰিত উচ্চতালৈ বাঢ়ে তাৰ বাবে বাঁহৰ গৰাকীয়ে গজালি ওলোৱাৰ পৰা যথেষ্ট যত্ন লয়। এই খেলৰ বাবে বাঁহ দিব পৰাটো মানুহে বৰ পুণ্যৰ কথা বুলি ভাবে। দৌল উৎসৱ পৰিচালনাৰ দায়িত্বত থকা ব্যক্তিসকলে দৌলৰ দহদিনমান আগৰে পৰা বাৰীয়ে বাৰীয়ে ঘূৰি বাঁহ পৰীক্ষা কৰি নিৰ্বাচিত বাঁহডাল কাটি আনি চাঁচি-চুচি নিমজ কৰে। বাঁহডালৰ আগটোত পাতৰ থোপা এটা এৰে। তাৰ অলপ তলতে তেলৰ টেকেলিটো বন্ধাৰ ব্যৱস্থা কৰে। ইয়াৰ পাছত কীৰ্তন ঘৰৰ চোতালত ৩/৪ হাত দ গাঁত এটা কৰি বাঁহডাল ধৰ্মীয় নিষ্ঠাৰে পোতে আৰু বাঁহডালৰ কেউপিনে ঘেৰি নিৰ্মাণ কৰা ১৫/১৬ হাত ওখ চাঙৰ ওপৰত ইটোৰ কান্ধৰ ওপৰত সিটো থিয় হৈ ৩/৪ খলপীয়া মানুহে পতা চাঙৰ ওপৰত উঠি এজনে ভৰা তেলৰ কলহটো বাঁহডালত বান্ধি দি নামি আহে। খেলুৱৈগৰাকী বাঁহডালৰ প্ৰায় আধামানলৈ হেলাৰঙে উঠিব পাৰে; কিন্তু তাৰ পিছৰ পৰা বাঁহডাল কিছু কিছু লৰিবলৈ আৰম্ভ কৰে। লগে লগে মিঠাতেলৰ টেকেলিটোত জোকাৰণি লাগে আৰু টেকেলিৰ পৰা জোলোকা-জোলোকে তেল ওলাই বাঁহডালৰ গাটো পিছল হৈ পৰে আৰু পিছল বাঁহটোত উঠিবলৈ যত্ন কৰা খেলুৱৈজনৰ হাত তেলতেলীয়া পিছল হৈ পৰি তললৈ হুহঁকি আহিবলৈ বাধ্য কৰে। কেতিয়াবা খেলুৱৈজনৰ গাৰ ওপৰতে জোলোকা-জোলোকে তেল পৰে. খেলুৱৈজনৰ হাত, ভৰি, গা তেলতেলীয়া হৈ পৰে আৰু খোপনি ৰাখিব নোৱাৰি তলৰ বালিৰ ওপৰত পৰি কিম্ভূত-কিমাকাৰ ৰূপ ধৰে। কেউপিনে থিয় হৈ খেল চাই থকা দৰ্শকসকল হাঁহিত একো ক'ব নোৱৰা হৈ পৰে। ল'ৰাহঁতে স্ফূৰ্তিতে কিৰিলি পাৰি জঁপিয়াই জঁপিয়াই নাচিবলৈ ধৰে।

অম্বিকৰ খেলাৰ কৌশল সম্পূৰ্ণ নিজস্ব আছিল। আনবোৰ খেলুৱৈৰ দৰে অম্বিকেও বাঁহডালত উঠিবলৈ যোৱাৰ আগতে গোটেই গাটোৱেই মাটি-বালিৰে মোহাৰি লৈছিল আৰু চুৰিয়াখনৰ পোন্ধটো ভালদৰে মাৰি লৈ চুৰিয়াৰ কোঁচত শুকান ধূলি কিছু বান্ধি লৈছিল। বাঁহত উঠি যাওঁতে কোঁচৰ পৰা ধূলি উলিয়াই হাত ভৰিত ছটিয়াই মোহাৰি লৈছিল; কিন্তু বাঁহত উঠোঁতে অম্বিক এনে কৌশলেৰে উঠিছিল যে বাঁহডালৰ ওপৰৰ ফালে এটা মৃদু কঁপনি উঠাৰ বাহিৰে আন একো লৰচৰ নহৈছিল। গতিকে তেলো বেছি নপৰিছিল। অম্বিকে ওপৰলৈ উঠি গৈ টেকেলিটোৰ বান্ধটো দাঁতেৰে ছিঙি তললৈ সৰসৰাই নামি আহে। সি মাটিত ভৰি নিদিওঁতেই তলত ৰৈ থকা ল'ৰাবোৰে হৈ-ধ্বনি দি তাক কান্ধত

তুলি লয় আৰু গোটেই জাকে চিঞৰ-বাখৰ কৰি তেলৰ টেকেলিসহ অম্বিকক নি তাৰ ঘৰৰ চোতাল পোৱায়গৈ। মাক দৈৱকীয়ে ল'ৰাহঁতক চোতালত বহিবলৈ দি চাহ-পিঠা খুৱাই বিজয়-উৎসৱ উদযাপন কৰে। অম্বিক গুৱাহাটীলৈ যোৱাৰ পাছত এই আনন্দোল্লাসত ভেঁটা পৰিছিল যদিও সুযোগ পালেই অম্বিকে দৌলোৎসৱ বাদ নিদিছিল। মাক নাথাকিলেও সিহঁতৰ চোতালত চন্দ্ৰ চৌধুৰীৰ পৰিবাৰেই ল'ৰাহঁতৰ আলপৈচান ধৰিছিল। দৌলৰ কথা মনত পৰিলেই অম্বিকৰ গাটো সাতখন-আঠখন কৰে।

এইবেলি মাকো ঘৰত আছে। তথাপি সি যাব নোৱাৰিলে। "বহাগ-বিহুত যেনে- তেনে যাব লাগিব। আইৰ কাৰণে স্বদেশী মিলৰ সৰু পাৰিৰ বগা ধুতি এখনো নিব লাগিব। ঘৰতে কাটি মেখেলা সী লব পাৰিব। চাদৰো হ'ব।" অম্বিকে মনতে ভাবিলে। বক্ৰিদ যোৱা চাৰিদিনেই হ'ল। তালেব অহাৰ কথা আছিল, কিন্তু অহা নাই। ঈদ-উল-ফিটৰত তালেবে অম্বিকক সিহঁতৰ ঘৰত ঈদ উপলক্ষে হালুৱা আৰু ঘিউৰে মচমচীয়াকৈ ভজা নিমকি খাবলৈ মাতিছিল। কেতিয়াবা পৰঠা আৰু আলুৰ কাজু-বাদাম বটি দিয়া তৰকাৰীও হালুৱাৰ লগত খুৱাইছিল। বকৰিদত কিন্তু নামাতিছিল। কাৰণ, সিদিনা সিহঁতে হালাল কৰা মাংসহে খাইছিল। হিন্দুৱে তেনে মাংস নাখায় বাবেই অম্বিক সিদিনা বাদ পৰিছিল। অম্বিকে ঠিক কৰিলে,— তালেবকে কিতাপৰ দোকানখন চমজাই দি যাব। দোকানৰ মালিক তালেবৰ আপোন মানুহ। গতিকে অসুবিধা একো নহ'ব।

চাহটোপা খায়েই অম্বিকে দোকানখন বন্ধ কৰি তালেবৰ ঘৰলৈ যাওঁ বুলি ওলাই গ'ল। তালেব ঘৰত নাছিল। অম্বিকক দেখি তালেবৰ দেউতাকে উচ্ছ্বসিত সুৰত মাত দিলে, —"বাবাজান দেখোন, আহা আহা বহাহি। হেৰা তালেবৰ মাক, অম্বিক বাবাজান আহিছে। তালেবক মাতি দিয়া।"

"আদাব খুৰাদেউ, তালেব মোৰ তালৈ যোৱাৰ কথা আছিল। যোৱা নাই দেখোন, সেই কাৰণেই বিচাৰি আহিছোঁ।"

তালেবৰ মাকে বাৰাণ্ডালৈ ওলাই আহি সুধিলে, "বাহিৰতে বহিবানে ভিতৰলৈ আহিবা বাবাজান? তালেব বজাৰলৈ ওলাই গৈছে, আহি পাবহিয়েই আৰু।"

অম্বিকে উত্তৰ দিলে,— "বাহিৰত ৰ'দ উঠি আহিছে। ভিতৰতে বহোঁ খুৰীটি।"

"আপুনিও বাহিৰত বহি থাকিব নালাগে। মূৰঘূৰণি থকা মানুহ, ৰ'দে ধৰিব।"

তালেবৰ দেউতাক আৰু অম্বিক ঘৰৰ ভিতৰ সোমাই বাহিৰৰ চ'ৰাঘৰত বহিলহি।

"হেৰি নহয় বাবাজান, পুলিছে বোলে তোমাক বৰ জুলুম কৰিছে, কথাটোনো কি?"

"বৰ একো নহয় খুৰাদেউ। কোনোবাই হেনো পুলিছক কিবা লগালে, তাতে সন্দেহতে ঘৰ-দোকান খানাতালাছ কৰিছিল।"

"তোমাক একো কৰা নাই নহয়? আমাৰ বৰ চিন্তা লাগিছিল। তালেব আজি তোমাৰ তালৈ যোৱাৰ কথাই আছিল।"

"অলপ লোকচান কৰিলে দোকানৰ, কিতাপ-কাগজ কিছুমান নষ্ট হ'ল। কি কৰিব, উপাই নাই।"

অলপ পাছতে তালেবৰ মাকে দুখন থালত দুখনকৈ গাখীৰেৰে গুলি ভজা ময়দাৰ মালপোৱা লৈ আহি মেজত থৈ ক'লে,— "এতিয়া খুৰাদেৱেৰোৰ লগত নাস্তাকে কৰা। তালেব আহি পাবহিয়েই। দুপৰীয়াৰ সাঁজো ইয়াতেই খাই যাবা। মই চাহ আনি দিছোঁ। অই জেৰিণা, হাত ধুবলৈ পানী-বাটি আৰু পানী-গামোচাখন দি যা।"

জেৰিণা তালেবৰ সৰু ভনীয়েক। ন বছৰমান হৈছে। মৰম লগাকৈ ছটফটীয়া হাঁহিমুখীয়া ছোৱালীজনীয়ে পানীৰ বাটিটো আৰু গামোচাখন মেজত থৈয়েই লৰ মাৰি ভিতৰ সোমাই গ'ল। ভিতৰ চোতালত তাই লগৰ ছোৱালীৰ লগত কড়ি খেলি আছিল।

চাহ-জলপান খোৱাৰ পাছত তালেবৰ দেউতাকে অম্বিকৰ লগত সুখ-দুখৰ কথা কৈ থাকোঁতেই তালেব আহি ঘৰ সোমাল। বজাৰৰ মোনাটো মাকৰ হাতত দিওঁ বুলি ভিতৰলৈ খোজ দাঙোতেই তালেবৰ বাপেকে ক'লে, "হেৰি অ' তালেব। আম্মাৰে বাবাজানক দুপৰীয়াৰ সাঁজ ইয়াতে খাই যাবলৈ কৈছে। তেতিয়ালৈ তহঁতে নৈত গাটো জোবোৰা মাৰি আহ। বাবাজানৰ কাৰণে সলাবলৈ কাপোৰ এসাজো লৈ যাবি।"

অম্বিকে ভালেই পালে।

পাণবজাৰৰ ঘাটত গা ধুই উভতি আহোঁতে অম্বিকে সকলো কথা ক'লে। "বুজিছ তালেব, আমাৰ মানুহবোৰ বৰ অঁকৰা। চাহাব আহি দেশখন বচালে

বুলি যে কয়, আচল কথাটো বুজিব পাৰিলে কেতিয়াও তেনেদৰে নক'লেহেঁতেন। আমি আজি নিজৰ খুচি মতে একো কৰিব নোৱাৰোঁ। সিহঁতৰ মতেহে চলিব লাগিব। আমাৰ দেশ, আমাৰ দেশৰ মাটি, তাকো সিহঁতে চাহাববোৰক বিলাই দিছে— চাহ বাগান খুলিছে। তাত কাম কৰিবলৈ বাহিৰৰ পৰা মানুহ আনিছে। আমাৰ মানুহ হেনো অকামিলা, কথা মানিব নোখোজে, পইচা সৰহকৈ খোজে। বাহিৰৰ পৰা অনা বনুৱাবোৰক গৰু-ছাগলীৰ দৰে ৰাখিব পাৰে। বেচেৰাহঁতে ভাতমুঠি বিচাৰি ইয়ালৈ আহিছে— একো ক'বও নোৱাৰে। ক'লেই খেদা খাব। জমিদাৰৰ তলত থকা মানুহ, মালিকৰ অত্যাচাৰ সহ্য কৰা অভ্যাস আছে। আমাৰতো সেইবোৰ অভ্যাস নাই; কাৰো বৰ কথা শুনিব নোৱাৰোঁ। সিহঁত চাহাবহঁতে কিনা গোলামৰ দৰে চলাব খোজে। অথচ আমাৰ মানুহবোৰে বুজি নাপায়।"

"সঁচাকৈয়ে দেই। আমাৰ মানুহবোৰৰ মাজত, হিন্দু-মুছলমানৰ মাজত কিমান মিল আছিল! চাহাবহঁতে বংগদেশৰ পৰা আনি ইয়াত থিতাপি লগোৱা মানুহখিনি এনে গোড়া, তেওঁলোকে আমাক নুবুজেতো নুবুজেই, বুজিবলৈ যত্নও নকৰে। বৰ অশান্তি লাগে।" — তালেবে হয় ভৰ দিলে।

"দোষটো বংগদেশৰ পৰা অহা মানুহখিনিৰ নহয়, বৰদলৈ ককাইদেৱে কৈছে। বংগদেশখন বহুদিন মোগলৰ তলত আছিল। মোগল নবাবৰ লগত অহা পালি পহৰীয়া সৈন্য-সামন্তই বংগদেশৰ মানুহবোৰক বহুধৰণে হাৰাশাস্তি কৰিছিল। সেইকাৰণেই তাৰ মানুহবোৰৰ মুছলমানৰ প্ৰতি আমাৰ দৰে ভাল ভাব নাই। চাহাববোৰে তাৰে সুবিধা লৈছে। আচল শত্ৰু হৈছে চাহাব— মানে বৃটিছ। সিহঁতে আমাক ভাগ ভাগকৈ ৰাখি ইচ্ছামতে ৰাই থাকিব খোজে। আমিও মাথোঁ আৰামত খাই-শুই থকাৰ বাবে তেনে এটা অৱস্থাতে সন্তুষ্ট থাকোঁ। আন কোনো চিন্তা নকৰোঁ। এই অৱস্থাটোৱেই বেয়া হৈছে তালেব। মানুহবোৰৰ মন কেনেকৈ এই যুঁজৰ পিনে ঢাল খুৱাব পাৰি সেইটোহে আচল কথা।"

"কিন্তু কৰিবি কেনেকৈ।"

"কেলেই সভা পাতি, মুকুন্দ দাসৰ দৰে গান গাই, নাটক কৰি!"

"এইবোৰ কৰি ফুৰিলে পুলিছে নধৰিবনে?"

"ধৰিলে ধৰিব। পুলিছক ভয় কৰিলে কি হ'ব? সিহঁতেতো আমাক একো কৰিবলৈকেই নিদিয়ে। সেই বুলি আমাৰ মাতৃভূমিৰ মুক্তিৰ বাবে নুযুঁজিমনে?

আমাৰ শাস্ত্ৰত আছে— জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী। মাতৃ আৰু জন্মভূমি তহঁতৰ বেহেস্ততকৈও মহান, ডাঙৰ। মাকক বিদেশীয়ে ধৰি—বান্ধি বে-ইজ্জতি কৰিলে কোনে সহিব পাৰে? আমাৰ জন্মভূমিক চাহাবহঁতে লুটিছে— আমি মনে মনে সহি থকা উচিত হ'বনে?"

তালেবে অম্বিকৰ স্বভাৱ ভালদৰেই জানে। দেশৰ কথা ওলালেই সি উত্তেজিত হৈ উঠে। গতিকে একো নামাতি কিছু সময় মনেমনে থাকি অম্বিকৰ উত্তেজনা শাম কাটিবলৈ দিলে। কিছু বাট নিৰৱে আহি সি অম্বিকক সুধিলে,—"তই পিছে এতিয়া কি কৰিব খুজিছ?"

"সদ্যহতে বিহুৰ বাবে বৰপেটালৈ যাম। অহা-যোৱা, তাত থকা, ফুৰা,— আটাইখিনি লৈ প্ৰায় বিছ-পঁচিছ দিন হ'ব। এই কেইটা দিন দোকানখন তয়ে চলাব লাগিব। তাকে ক'বলৈ মই আহিছিলো। কোনো নাথাকিলে কোনে কি কৰে ঠিক নাই।" অলপ বৈ হঠাৎ কিব মনত পৰাৰ দৰে অম্বিকে পুনৰ ক'লে, "তোক আৰু এটা বস্তু দেখুৱাব লাগিব। আজি খাই বৈ উঠি আবেলি এঠাইলৈ যাম দে। ওলাবি।"

"হ'ব দে।"

আবেলি চাৰি মান বজাত তালেব আৰু অম্বিক ব্ৰহ্মপুত্ৰ নৈৰ পাৰৰ বালিত খোজ কাঢ়ি পাণবজাৰৰ ঘাটৰ পিনে আগবাঢ়ি গৈ নৰ্থ ব্ৰুক গেটৰ খট্‌খটিৰে উঠি শুক্ৰেশ্বৰ মন্দিৰৰ সমুখৰ বাটটো পালেগৈ। ইমানপৰে সিহঁতে নিজৰ মাজতে নানা ব্যক্তিগত কথাহে পাতি গৈছিল। কলৈ যাব খুজিছে কোৱা নাছিল। গতিকে কলৈ নিব খুজিছে, কি দেখুৱাব খুজিছে তালেবে জানিবলৈ উচপিচাই আছিল। এনেতে দেখিলে কেশৱ সেন, ধীৰেণ সেন আৰু ক্ষিতীশ দেই আৰ্য নাট্য মন্দিৰৰ সমুখত নৈৰ পাৰত বহি কিবা কথা পাতি আছে। তিনিওটাৰে মুখ গম্ভীৰ। তালেবে সিহঁতৰ পিনে আঙুলিয়াই অম্বিকক ক'লে,— "সিহঁত তিনিটাই কি কথা পাতিছে অ', বৰ গহীন গহীন যেন লাগিছে দেখোন।"

"ইয়াৰ পৰা কেনেকৈ জানিবি? আহ ওচৰলৈ যাওঁ।" অম্বিকে চিএৰ মাৰি কেশৱক ক'লে, "এই কেশৱ, কি কথা পাতিছ আমাকো ভাগ দে।" কওঁতে কওঁতে অম্বিক গৈ কেশৱহঁতৰ ওচৰত উপস্থিত হ'লেই। তালেবকো টানি লৈ গৈ কেশৱহঁতৰ ওচৰতে ঘাঁহনিত বহি পৰিল।

"ক, কি কথা পাতি আছিলি।"

অম্বিকক দেখিয়েই ধীৰেণহঁতে একেবাৰে চুপ হৈ গৈছিল। তিনিওটাৰে মুখবোৰ বিষন্ন। অম্বিকৰ কথা শুনি সিহঁত তিনিও ইজনে সিজনৰ মুখলৈ চোৱা-চুই কৰিবলৈ ধৰিলে। ধৰণ-কৰণ দেখি অম্বিকৰ বৰ আমোদ লাগিল। হাঃ হাঃ হাঃকৈ হাঁহি উঠিল।

"তহঁতৰ নিজৰ মাজৰ কিবা গোপন কথা আছে যদি নালাগে দে ক'ব। মুখ কেইখন দেখোন কিবা টেমী যেন কৰি আছ। মোৰ বিৰুদ্ধে একো ষড়যন্ত্ৰ নহয়তো? মোক দেখিয়েই দেখোন মুখত তলা লগালি গোটেই কেইটাই। বেয়া পাইছ যদি যাওঁ দে। আহ তালেব।"

অম্বিক উঠিব খোজোঁতে কেশৱে হাতত ধৰি বহুৱাই দিলে।

"তোৰ কথাকে আলোচনা কৰি আছিলো। এটা বৰ বেয়া খবৰ আছে।"

অম্বিক চক্. খাই উঠিল। "বেয়া খবৰ? তহঁতে মোক সদায়েই বচাই আছ। সকলো বিপদৰ খবৰ আগতেই দি মোক সাৱধান কৰিবলৈ যত্ন কৰিছ— কথা লুকুৱাবলৈ যত্ন কৰা নাই। আজি মোক ক'বলৈ সংকোচ কৰা কি বেয়া খবৰৰ কথা কৈছ। মোৰ বৰ ভয় লাগিছে কেশৱ। কাৰ কি হৈছে মোক সোনকালে ক।"

"কাৰো একো হোৱা নাই। তোকহে আমি হেৰুৱাব লাগিব?"

"হেৰুৱাব লাগিব মানে? মোক জেলত থব নেকি বিদেশী চৰকাৰে, নে ফাঁচি দিব?" কেশৱক থাপ মাৰি ধৰিলে অম্বিকে।

"একৰকম জেলেই। তোক বৃটিছ চৰকাৰে গুৱাহাটীত থাকিবলৈ নিদিয়ে। গুৱাহাটীত তই ল'ৰাবোৰক বৃটিছ চৰকাৰৰ বিৰুদ্ধে উচটাইছ হেনো। সন্ত্ৰাসবাদী দল খুলিবলৈ যত্ন কৰিছ;— বোমা-বাৰুদ কৰা কাৰখানা খুলিছ।" —কেশৱে ক'লে। অম্বিকে হাঃ হাঃকৈ হাঁহি দিলে। "কাৰখানা? এৰা, টকা পইচা থাকিলে নিশ্চয় কৰিলোহেঁতেন কাৰখানা; কিন্তু নকৰাকৈ বদনাম খাবলৈহে বেয়া পাইছোঁ। বাৰু, বাৰু, গুৱাহাটীত যদি থাকিবলৈ নিদিয়ে, ক'লৈ পঠিয়াব তাৰ কিবা গম পাইছনে নাই?"

"নাই. কলৈ পঠিয়াব ক'ব নোৱাৰোঁ।" —কেশৱে ক'লে।

ধীৰেণ আৰু ক্ষিতীশে ইমানপৰ একো এটা নোকোৱাকৈ মনে মনে বহি নৈৰ পিনে চাই কেশৱ আৰু অম্বিকৰ কথা শুনি আছিল। এইবাৰ ক্ষিতীশে হঠাৎ কৈ উঠিল,-- "কলিকতালৈ বা ঢাকালৈ পঠালে ভাল হয়। তাত তই বাৰীণ ঘোষহঁতক লগ ধৰিব পাৰিবি।"

কেশৱ আৰু অম্বিকে অবাক হৈ ক্ষিতীশলৈ চালে।

"বৰ কলি দে। ইয়াতে লাঠী-কুস্তি-ডেগাৰ শিকোঁতেই চাহাবহঁতৰ ভয়ত তৎ নাই। আকৌ ঢাকা-কলিকতাত বিপ্লৱীসকলক লগ ধৰিবলৈ পঠিয়াব" অম্বিকে বিদ্ৰূপৰ সুৰত মন্তব্য কৰিলে। "বাদ দে। যলৈকে পঠিয়ায় পঠিয়াওক— চিন্তা কৰিবলৈ একো নাই। বোমা-বাৰুদ নোচোৱাকৈ, চাহাব নমৰাকৈও দেশৰ কাম কৰিব পাৰি। কিন্তু তই কেনেকৈ জানিলি মোক গুৱাহাটীত থাকিবলৈ নিদিয়ে বুলি। বাবাৰেই ক'লে নেকি?"

"বাবাই কিয় ক'ব। ডি. ছিৰ অৰ্ডালিজন আসাম ভেলি ট্ৰেডাৰ্ছলৈ আহি থাকে। তাৰ পৰাই সকলো খবৰ পাওঁ। সিয়ে কৈছে। সি ইংৰাজী কথা বুজি পোৱা হৈছে। বাবা ডি. ছিৰ তালৈ প্ৰায়ে যায়। তাত হোৱা আলোচনাবোৰ নুবুজা ভাও ধৰি সি শুনি থাকে। পাছত আসাম ভেলি ট্ৰেডাৰ্ছলৈ আহি গোবিন্দ লাহিড়ীক কৈ যায়। গোবিন্দ লাহিড়ীয়ে তাক মাজে-সময়ে মাংস-পৰঠা খুৱায়। তাৰ লাহিড়ীৰ লগত এইটো এটা বন্দবস্ত। অৰ্ডালিটো ঢাকাৰ মানুহ।" কেশৱে ক'লে।

"ঠিক আছে! পঠিয়াওক কলৈ পঠিয়ায়। পিছে বহাগ বিহুত আইক সেৱা কৰি আহিবলৈ দিব নে নাই?"

"ক'ব নোৱাৰোঁ।" বিমৰ্ষভাৱে উত্তৰ দি হঠাৎ কেশৱে কৈ উঠিল,— "আৰু এটা খবৰ পাহৰিয়েই আছিলো। আই বুলি কওঁতেহে মনত পৰিল। কালি অৰ্জুন আহিছিল বৰপেটাৰ পৰা। অৰ্জুন মানে তই যে কলেৰাৰ পৰা বচাইছিলি সেই ল'ৰাটো। চিৰস্তাদাৰক অফিছত কিবা কথাত লগ ধৰিবলৈ আহিছিল। সিদিনাই নামনিমুৱা জাহাজত উভতি গ'ল। তোক লগ ধৰিব নোৱাৰিলে। থানাৰ ওচৰত বৰপেটাৰ চিপাহী এটাক কৈ গৈছিল তোক খবৰ দিবলৈ। চিপাহীটোৱে আমাৰ ঘৰলৈ আহি মোকে ক'লে। তোৰ দোকান-ঘৰ পুলিছে খানাতালাছ কৰিলে বুলি শুনাৰ পাছত আয়েৰে বোলে ভাত-পানী খাবলৈ এৰিছে, তই মানুহ মৰা দলত সোমাইছ বুলি।"

কথাবাৰ শুনিয়ে অম্বিক গিৰিস্‌কৈ থিয় হ'ল।

"আহ্ তালেব যাওঁ।"

অম্বিকৰ মনটো এনেয়েও বৰ অস্থিৰ হৈ আছিল। মাকৰ খবৰ শুনাৰ পাছত আৰু বেয়া হৈ গ'ল। তালেবে তাক সান্ত্বনা দিবলৈ যত্ন কৰিলে, কিন্তু

তাৰো মুখেৰে কোনো কথা নোলাল। মাত্ৰ অম্বিকৰ হাতখন জোৰেৰে চেপি ধৰিলে। কিছুদূৰ নিমাতে যোৱাৰ পাছত তালেবে অনুচ্চ মাতেৰে ক'লে, "তই কাইলৈয়েই ঘৰলৈ যা। মই ইফালে দোকান চম্ভালিম।"

অম্বিকে নিমাতে মাথোঁ মূৰ দুপিয়ালে। তাৰ পাছত লাহেকৈ ক'লে, "কাইলৈ নহয়, আজিয়েই যাব লাগিব। আইৰ স্বভাৱ মই জানো।" তাৰ মাতটো অলপ অলপ কঁপিছিল। "তই দোকানৰ এটা চাবি লৈ যা, আনটো চাবি দোকানৰ মালিকৰ হাতত আছে।. মোৰ লগতে আছ।"

নিশা জাহাজৰ ডেকত শুই শুই অম্বিকে তাৰ জীৱনটোৰ কথাই ভাবিলে।

শিৰোমণি ভূঞাৰ বংশত তাৰ জন্ম। ভূঞাসকলক কামেশ্বৰ ধৰ্মপালে কমতেশ্বৰ দুৰ্লভ নাৰায়ণৰ পৰা সন্ধিৰ ফলস্বৰূপে আনি সীমান্তত কামৰূপৰ ৰখীয়া পাতিছিল। সেই কামৰূপেইতো আজিৰ অসম! ভূঞাসকল অসমৰ কেউপিনে বিয়পি পৰিছিল— অসমৰ মাটি, অসমৰ পানী, অসমৰ প্ৰকৃতিৰ লগত একাত্ম হৈ পৰিছিল; অসমত এক জাতীয় সংস্কৃতি গঢ়ি তুলিবলৈ— সেই সংস্কৃতিৰ আপডাল কৰি জীয়াই ৰাখিবলৈকে— তাক নিজৰ জীৱনৰ এক অবিচ্ছেদ্য অংগ বুলি আঁকোৱালি লৈছিল। এই ভূঞাসকলেই অসমৰ বাবে অাপূৰণীয় সাহিত্যৰ সৃষ্টি কৰি গৈছিল শিৰোমণি ভূঞাৰ উদ্দীপ্ত ভাস্কৰ শ্ৰীমন্ত শংকৰদেৱৰ অনুপ্ৰেৰণাত। সেই শিৰোমণি ভূঞাৰ বংশধৰৰ গাত অসমৰ প্ৰতি প্ৰেম প্ৰীতিটো ৰক্তবিন্দুত প্ৰবাহিত হৈ আছে; কিন্তু ভূঞাসকলে আজি একো কৰিব পৰা নাই। অসম মাতৃ আজি পদদলিতা, শোষিতা, লুণ্ঠিতা। অসম মাতৃক বিদেশীৰ দাসত্বৰ পৰা মুক্ত কৰি আপোন সম্পদেৰে ঐশ্বৰ্যময়ী কৰিবলৈ, আপোন সাহিত্য সংস্কৃতিৰ জ্যোতিৰে জনমভূমিৰ আত্মাক উজ্জীৱিত জ্যোতিৰ্ময়ী কৰি বিশ্বৰ দৰবাৰত মহিমান্বিত স্থান দিব পৰা নাই ভূঞাসকলে। শিৰোমণি ভূঞাৰ সন্তান সি নিজেও একো কৰিব পৰা নাই। কেইজনমান চাহাবক হত্যা কৰি, কেইজনমান চিপাহী-কৰ্মচাৰীক মাৰি বা কিছুমান ঘৰ ধ্বংস কৰি দেশৰ স্বাধীনতা আনিব পৰা যাবনে? দেশৰ সম্পদ আৰু গৌৰৱ বঢ়াব পৰা যাবনে? অসমীয়া মানুহে আজি শংকৰ-মাধৱৰ শিকনি পাহৰিলে; মাত্ৰ নামগুণ, প্ৰসাদ বিতৰণৰ থলী কৰি ৰাখিলে নামঘৰক। ভকত-গোসাঁইসকল মাথোঁ 'নাপায়, নাপায়' মন্ত্ৰ আওঁৰোৱাতেই ব্যস্ত হৈ থাকিল। শ্ৰীমন্ত শংকৰে তেওঁৰ শিষ্যসকলক একেশাৰীতে বহুৱাইছিল, কোনো হীন ডেঢ়ি কৰা নাছিল। এতিয়া

সত্ৰৰ গোসাঁই-অধিকাৰীসকল কেৱল সজ-অসজ, ধুতি-বিধুতি, লেটি-পেটি কৰা-নকৰাতেই মচগুল। অকল গা-ধুই থাকিলেই, আনক নুচুলেই বা আনৰ হাতেৰে ৰন্ধা খাদ্য নাখালেই মানুহ সজ বা শুদ্ধ-শুচি হৈ থাকিব পাৰেনে? শংকৰ-মাধৱেতো ইয়াক বিচৰা নাছিল, বিচাৰিছিল আত্মিক একচিত্ততা, মানুহৰ মানসিক উত্তৰণ। সকলো মানুহকে তেওঁলোকে সমভাৱে চাইছিল, ব্যক্তিগত স্বাৰ্থ সিদ্ধিৰ কামনাৰে যাতে কোনো জীৱ হত্যা নকৰে তাৰ বাবে বলি-বিধানৰ বিৰোধিতা কৰিছিল। সমগ্ৰ বিশ্বত যে একেটি পৰমসত্ত্বা, পৰমশক্তি ব্ৰহ্মাণ্ডৰ অণু-পৰমাণুত বিয়পি আছে, সেই পৰমসত্ত্বাৰ বাহিৰে আন কাৰো ওচৰত বা আন কোনো শক্তিৰ আগত যে মূৰ দোঁৱাব নালাগে,— সেই শিক্ষাহে মানুহক দিবলৈ যত্ন কৰিছিল এই দুজনা মহাপুৰুষে। অসমীয়াই আজি এই শিক্ষা পাহৰিলে। আপোন স্বাৰ্থতে মগ্ন থাকিল। নিজৰ ক্ষুদ্ৰ স্বাৰ্থ পূৰণৰ উদ্দেশ্যত বিদেশী বৃটিছৰ হাতত আত্মসমৰ্পণ কৰিলে। পুতলাৰ দৰে নাচি আছে ইংৰাজ চৰকাৰৰ আঙুলিৰ ঠাঁৰত। আমাৰ মানুহৰ মনত আত্মচিন্তাৰ কবাল এনেদৰে বহি গৈছে যে স্বাৰ্থান্ধ কামনাৰে দেব-দেৱীৰ পূজাতহে মত্ত হৈ পৰিছে; এক পৰমেশ্বৰৰ প্ৰতি বিমল ভক্তিৰ অনুপম জ্ঞানৰ লুপ্তি ঘটিছে। কামনাৰ দাস হৈ পৰিছে সকলো। এইবোৰ হৈছে সংগদোষৰ ফল। অম্বিকৰ মনত পৰিল গীতাৰ এযাৰি শ্লোক—

"ধ্যায়তে বিষয়ান পুং সঃ
সঙ্গস্তেষুপজায়তে
সঙ্গাৎ সঞ্জায়তে কামঃ
কামাৎ ক্ৰোধঃ অভিজায়তে।
ক্ৰোধাৎ ভৱতি সম্মোহঃ
সম্মোহাৎ স্মৃতিবিভ্ৰমঃ
স্মৃতিভ্ৰংশাৎ বুদ্ধিনাশো
বুদ্ধিনাশাৎ প্ৰণশ্যতি।

মাকে গীতাৰ এই শ্লোকশাৰী প্ৰায়ে আওৰাইছিল। বুজাইছিল,— 'নাউবাপা, বিষয় সুখতহে যিগিলান মানুহ মজি থাকে, তাহঁত লোভৰ বশ।" একেবাৰে সঁচা কথা। তেনে মানুহেই বেছি কাৰণে নিজৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে লুব্ধ মানুহবোৰ একে উদ্দেশ্যত একগোট হয়। ইজনে সিজনক সংগ দিয়ে

কামনা পূৰণৰ বাবে। দেশক ভাল পালে ব্যক্তিস্বাৰ্থ পূৰণৰ কামনাতকৈ মানুহে ব্যক্তিস্বাৰ্থ ত্যাগহে কৰিব লগা হয়। আৰু ত্যাগৰ প্ৰয়োজন হ'লেই স্বাৰ্থান্ধ মানুহৰ ক্ৰোধ জন্মে, বুদ্ধিভ্ৰষ্ট হয়। তেনেবোৰ মানুহেই নিজৰ লগতে দেশৰো সৰ্বনাশ মাতি আনে। আমাৰ দেশৰ আজি এই অৱস্থা। সি ভুল কৰিছিল। হাতত বোমা-বাৰুদ লোৱাৰ আগতে মানুহবোৰক—দেশৰ সৰ্বসাধাৰণক বুজাব লাগিব জীৱনৰ প্ৰকৃত পথ কি, মানৱ জীৱনৰ লক্ষ্য কি। দাসত্ব নে স্বাধীনতা। বন্ধন নে মুক্তি। দাসত্বৰ বিৰুদ্ধে যুঁজ দিয়াৰ মানসিক প্ৰস্তুতি তৈয়াৰ কৰিব লাগিব। দুই-চাৰিজনে হাতত বোমা-বাৰুদ লৈ অৰাজকতা সৃষ্টি কৰিলে নহ'ব। কুৰুক্ষেত্ৰৰ দৰে হ'ব লাগিব এই যুঁজ — আদৰ্শভিত্তিক জীৱনপণ কৰা সমুখ সংগ্ৰাম। প্ৰতিগৰাকী শুভচিন্তাকাৰী ন্যায়-অন্যায় বিচাৰবুদ্ধিসম্পন্ন ব্যক্তিয়ে এই যুঁজত ভাগ লব লাগিব। ইন্দুমতীয়ে হত্যা নিবিচাৰে; মাতৃ দৈৱকীয়েও নৰ-হত্যাক পাপ বুলি ভাবে। সন্তান নৰ-হত্যাৰ লগত জড়িত বুলিয়েই মাক দৈৱকীয়ে ভাত-পানী এৰিছে। কিন্তু কুৰুক্ষেত্ৰৰ ৰণক দৈৱকীয়ে ধৰ্মযুদ্ধ বুলি কয়; এই সমুখ সমৰক অন্যায় বা পাপ বুলি নাভাবে। মাকক বুজাব লাগিব, সি নৰহত্যাত লিপ্ত হোৱা নাই, সমুখ সমৰৰ বাবেই যত্ন কৰিব, সৈন্য গোটাব ধৰ্মযুদ্ধৰ বাবে। ধৰ্মযুদ্ধৰ বাবে সাজু হ'বলৈ পাণ্ডৱসকলৰ বহু দিন লাগিছিল। "আমাৰো লাগিলে লাগক। পাণ্ডৱৰ আপোন ৰাজ্যৰ পৰা পৰসম্পদলোভী ক্ষমতালিপ্সু কৌৰৱে অন্যায়ভাৱে বঞ্চিত কৰাৰ দৰে পৰমলোভী বৃটিছেও আমাক আমাৰ দেশৰ সম্পদৰ পৰা বঞ্চিত কৰিছে; এই বৃটিছৰ দখলৰ পৰা আমাৰ দেশ আমি উদ্ধাৰ কৰিবই লাগিব। সময় লাগিলেও লাগক।"

চ'ত মাহ। ফাগুনত আৰম্ভ হোৱা বতাহত এতিয়া লাগি আছিছে শীতল জলীয় ভাব। জাহাজখন বিশাল ব্ৰহ্মপুত্ৰৰ বুকুৰে ভটিয়াই গৈ আছে। পানীৰ পাতল কণিকা কিছু যেন বতাহৰ লগতে ভাহি আহি জাহাজৰ যাত্ৰীসকলৰ গা-মন শাঁত কৰি দিছে। ডকত শুই থকা অম্বিকৰো সুঁত লাগি গৈছে। চিন্তা কৰি থাকোঁতে তাৰ টোপনি আহি গ'ল। টোপনিতে ভাব হ'ল কোনোবাই যেন কোমল মমতাভৰা স্পৰ্শেৰে তাৰ শৰীৰৰ সকলো অৱসাদ দূৰ কৰি দিছে। গভীৰ স্নেহেৰে তাৰ মূৰটো কোলাত তুলি লৈ চুলিৰ মাজেৰে আঙুলি বুলাই কাণৰ ওচৰত গুনগুনাই গাইছে— "ঘুমটি যাওৰে ওৰে কানাই, ছৰে কাণখোৱা আসে। শুৱা মোৰ সোণ শুৱা।" অম্বিকে মনতে ক'লে, "আই মোৰ, মোৰ বুকুৰে আই।" লাহে লাহে অম্বিক টোপনিত ঢলি পৰিল। জাহাজৰ ইঞ্জিনৰ শব্দটো টোপনিৰ মাজতো তাৰ কাণত হুমহুমাই বাজি থাকিল। তাৰ অনুভৱ

হ'ল এই শব্দটো তাৰ বুকুতো বাজি আছে একুৰা জুইৰ দৰে। টোপনিৰ মাজতো তাৰ কাণ-মূৰ গৰম হৈ যোৱা যেন পালে। সি এনেদৰেই থাকিব নেকি? দেশৰ বাবে, দেশৰ জনগণৰ বাবে একোকে কৰিব নোৱাৰিব নেকি? অসমীয়া মানুহ এনেদৰেই শুই থাকিব নেকি? এই শুই থকা জাতিটোক টোপনিৰ পৰা জগাব কোনে? তাৰ ভাব হ'ল কমলাকান্ত ভট্টাচাৰ্যই যেন লাঠী এডালেৰে তাক হেঁচুকি দিছে। কাণত স্পষ্টকৈ বাজিল কমলাকান্তৰ মাত— "মিতা। উঠা কিমান শোৱা? গুৰুজনাৰ বংশধৰ এনেকৈ শুই থাকিলে হ'বনে? উঠা মিতা উঠা, আয়ে মাতি আছে।" হঠাৎ একলহ চেঁচা পানী যেন অম্বিকৰ গায়ে-মূৰে ঢালি দিলে কমলাকান্তই। অম্বিক খক্‌মকাই উঠি বহিল। দেখিলে বৰষুণ দিছে, লগতে মাজে-মাজে একোছাটি বতাহ। বতাহে ঠেলি অনা বৰষুণৰ পানীয়ে জাহাজৰ ডক তিয়াই দিছে। সেই পানীৰ ছিটিকনিয়েই তাৰ গা-মূৰ কাপোৰ- কানি তিয়াই দিছে। বিছনা কাপোৰ সামৰি সি জাহাজৰ ডকৰ মাজভাগলৈ উঠি আহিল। তাৰ মনত কিন্তু অনবৰতে বাজি থাকিল কমলাকান্তৰ কণ্ঠস্বৰঃ "কিমান শোৱা? উঠা মিতা, আয়ে মাতি আছে।"

ইঞ্জিনঘৰটোৰ বেৰত আউজি অম্বিকে নৈৰ বুকুৰ পিনে চাই থাকিল। পোহৰ তেতিয়াও হোৱা নাই, কিন্তু জাহাজৰ লাইটৰ পোহৰত দেখা গৈছে— বৰষুণৰ টোপোলাবোৰ নৈৰ পানীত পৰিছে— যেন অজস্ৰ বকুল ফুল; চুপহীবোৰৰে সৈতে যেন সেই ফুলবোৰ নৈৰ পানীত সোমাই গৈছে। আজলিয়ে আজলিয়ে উটি গৈছে সেই ফুল কোনো এক অজানা অনন্তৰ পিনে। ব্ৰহ্মপুত্ৰ— ব্ৰহ্মাৰ মানস সন্তান, যি আবদ্ধ হৈ আছিল হিমালয়ৰ চূড়াত— যাক মুক্ত কৰি ভগবান পৰশুৰামে বোৱাই আনি উৎক্ষেপ কৰিলে পৰশুৰামকুণ্ডত। হিমালয়ৰ পাদদেশৰ পৰা বৈ অহা অজস্ৰ জলধাৰাই এই বিপুল লৌহিত্য জলধিক অসম ক্ষেত্ৰৰ মাজেৰে সাগৰ অভিমুখে টানি লৈ গৈ সৃষ্টি কৰিলে এই বিচিত্ৰ সভ্যতা-সংস্কৃতিৰ জন্মভূমি মহান ব্ৰহ্মপুত্ৰ উপত্যকা। ইয়াৰ নাম কামৰূপ বা অসম যিয়েই নহওক, এই ভূমি মোৰ জন্মভূমি। এই ভূমিতেই মোৰ পূৰ্বপুৰুষসকলে জীৱন-যাপন কৰিছিল, সমাজৰ সৃষ্টি কৰিছিল, সভ্যতাক ৰূপ দিছিল— বাৰে বৰণীয়া গোষ্ঠীয় কৃষ্টিক একাত্মতাৰ কৰটি শিলত খঁহি এক জাতীয় সংস্কৃতিৰ ৰূপ দিছিল। পিতৃ-পিতামহে দান কৰি যোৱা এই মহান সম্পদত আজি বিদেশীৰ লুভীয়া দৃষ্টিয়ে গৰাখহনীয়াৰ সৃষ্টি কৰিছে। অকল অস্ত্ৰৰ প্ৰয়োগেৰে তাক ৰক্ষা কৰিব নোৱাৰি। তাৰ বাবে লাগিব নিজৰ সাহিত্য-সংস্কৃতি আৰু সম্পদৰ প্ৰতি বুকু ভৰা প্ৰেম আৰু অকুণ্ঠ আনুগত্য। অসমীয়াৰ

মনত এই প্ৰেম আৰু আনুগত্যৰ অভাৱ ঘটিছে কিয় বাৰু? জাতীয় জীৱনত আত্মশ্ৰদ্ধা নাইকিয়া হ'ল কিয়? এনেতো হ'ব নালাগিছিল। বাঙালী বাবুসকলৰ অনুকৰণত নিজকে বাবু বোলাবলৈ গৈ অসমৰ আধা কেঁচেলুৱা ইংৰাজী শিক্ষা লোৱা মানুহখিনিয়েই গাঁওবোৰতো এই আত্মধ্বংসী বিষবাষ্প বিয়পাই দিয়াৰ যত্ন কৰিছে। ইয়াৰ পৰা জাতিটোক উদ্ধাৰ কৰিব পাৰি বাৰু কেনেকৈ? স্বাধীনতা মানুহক লাগে আত্মাৰ সাংস্কৃতিক বিকাশ, মানসিক তথা বৌদ্ধিক উত্তৰণ মহামানৱিকতাৰ অভিমুখে নিৰন্তৰ গতি অব্যাহত ৰাখিবলৈ। যি জাতিৰ নিজৰ সভ্যতা, সংস্কৃতি, সাহিত্য, সম্পদ ৰক্ষা কৰাৰ প্ৰতি আগ্ৰহ নাই, নিজৰ জাতীয় সভ্যতা-সংস্কৃতি-সাহিত্য-সম্পদৰ প্ৰতি গভীৰ শ্ৰদ্ধা নাই, তাৰ মৰ্যাদা উপলব্ধি কৰাৰ মানসিক প্ৰস্তুতি নাই, সেই জাতিৰ স্বাধীনতাৰ আকাংক্ষা হ'বই নোৱাৰে। এই জাতীয় মৰ্যাদাবোধ, আত্মশ্ৰদ্ধা জগাই তুলিব লাগিব যেনেদৰেই হওক— 'নহ'লে জীৱনেই মোৰ বৃথা।' অম্বিকে এটা দীঘল হুমুনিয়াহ এৰিলে।

ইয়াৰ ভিতৰতে ৰাতিপুৱাৰ বেলিৰ পোহৰে পূবৰ আকাশ ৰঙাই তুলিছে। ৰঙা-কমলা বৰণীয়া হৈ পৰা বেলিটোৰ ছাঁ পূবৰ পৰা বৈ অহা ব্ৰহ্মপুত্ৰৰ পানীত পৰি কঁপি কঁপি যেন চেনেহৰ হাত বুলাই দিছে। অম্বিকে বেলিটোলৈ চাই থাকোঁতে অবাক হৈ দেখিলে; ৰঙা-গুলপীয়া ৰঙৰ বেলিটো এবাৰ কমলা, এবাৰ নীলা-সেউজীয়া হৈ সেন্দূৰীয়া ফোঁট এটাৰ ৰূপ লৈ ঘপকৈ বগা হৈ আকাশলৈ জঁপিয়াই উঠি গোটেই আকাশখন মুহূৰ্তৰ ভিতৰতে পোহৰাই পেলালে। ৰাতিপুৱাৰ বেলিৰ ৰঙৰ খেলা সি বহুদিন দেখিছে, কিন্তু আজিৰ আকাশ আৰু পানীৰ সংগমত ৰঙৰ সেই অপূৰ্ব শোভাই অম্বিকক বহু সময় বিমুগ্ধ আচ্ছন্ন কৰি ৰাখিলে।

জাহাজ আহি খোলাবন্ধাৰ ঘাটত লাগিল। বৰযুণত তিতা কোচাই থোৱা কাপোৰখিনি টোপোলা বান্ধি অম্বিক জেটিৰে পাৰলৈ নামি গ'ল। দুখোজমান আগবাঢ়ি যোৱাৰ পাছতে অম্বিকে দেখিলে দুজন চিপাহী আৰু এজন দাৰোগা সমুখৰ পৰা ঘোঁৰা দৌৰাই আহি তাৰ বাট ভেটি ধৰিছে। তিনিওজনে জাপ মাৰি ঘোঁৰাৰ পৰা নামিল। অম্বিকক তিনিওফালে ঘেৰি ধৰি দাৰোগাজনে ক'লে, "তুমি আমাৰ লগত বৰপেটা কাচাৰীলৈ যাব লাগে।"

অলপ খঙেৰে অম্বিকে সুধিলে,— "কি কাৰণে?"

দাৰোগাই ক'লে,— "কাচাৰীতে জানিবা। এতিয়া ঘোঁৰাত উঠা।"

অম্বিকৰ মনত কেশৱৰ মুখখন ভাঁহি উঠিল। "তোক গুৱাহাটীত থাকিবলৈ নিদিয়ে" কেশৱে কৈছিল। তাৰ মানে তাক বৰপেটাৰ জেলত ৰাখিব নেকি? গুৱাহাটীত তাৰ হৈ ওকালতি কৰিবলৈ উপেন সেন, নবীন বৰদলৈ আছিল। ইয়াত কোনো নাই।

"ঠিক আছে; যি আদেশ দিছে প্ৰভুৱে, গোলামসকলেতো তাকে কৰিবাই।"

এটা চিপাহীৰ লগত ঘোঁৰাত উঠি বহিল অম্বিক আৰু তেতিয়াৰ পৰাই আৰম্ভ হ'ল অম্বিকৰ বৰপেটাত সুদীৰ্ঘ অন্তৰীণ বন্দিত্ব— বাহিৰৰ জগতৰ পৰা বিচ্ছিন্ন এক জীৱন।

***